


( মহ্‌ৰৰম্‌ পৰ্ব্ব )

মূল ৰচনা

মীৰ মোছাৰ্‌ৰফ হোচেন

অনুবাদ

খগেন্দ্ৰ নাৰায়ণ দত্তবৰুৱা

এলবিএছ পাব্লিকেশ্যন

গোপীনাথ বৰদলৈ ৰোড

গুৱাহাটী : অসম

প্ৰকাশক
খগেন্দ্ৰ নাৰায়ণ দত্ত বৰুৱা
এলবিএছ পাব্লিকেশ্যন
আমবাৰী : গুৱাহাটী – ১

প্ৰথম প্ৰকাশ : ১৯৮০ ( অক্টোবৰ )

মূল্য : বাৰ টকা

ছপাইছে :
বিচিত্ৰনাৰায়ণ প্ৰিণ্টিং প্ৰেছ
আমবাৰী : গুৱাহাটী—১

## মুখবন্ধ

বছৰৰ প্ৰথম চান্দ্ৰ মাহৰ নাম মহ্‌ৰৰম্। হিজৰীৰ ৬১ চনৰ ৮ মহৰ্‌ৰম তাৰিখত হজৰত ইমাম হোচেন ঘটনাক্ৰমে সপৰিবাৰে কাৰাবালা ভূমিত উপস্থিত হয় আৰু এজিদ দ্বাৰা প্ৰেৰিত সৈন্যৰ হাতত ৰণক্ষেত্ৰত প্ৰাণত্যাগ কৰে। সেই শোচনীয় ঘটনা মহৰ্‌ৰম নামে প্ৰসিদ্ধ হৈছে। সেই ঘটনাৰ মূল আৰু কি কাৰণে সেই ভয়ানক যুদ্ধ সংঘটিত হৈছিল, তাৰ নিগূঢ় তত্ত্ব বোধহয়, বহুতৰে অবগত আছে। পাৰশ্য আৰু আৰব্য গ্ৰন্থৰ পৰা মূল ঘটনাৰ সাৰাংশলৈ "বিষাদ-সিন্ধু" বিৰচিত হ'ল। প্ৰাচীন কাব্য-গ্ৰন্থৰ অবিকল অনুবাদ কৰি প্ৰাচীন কবিসকলৰ ৰচনা কৌশল আৰু শাস্ত্ৰৰ মৰ্য্যাদা ৰক্ষা কৰা অত্যন্ত দুৰুহ। মহৰ্‌ৰমৰ মূল ঘটনাটি—প্ৰিয় পাঠক-পাঠিকাসকলৰ সহজতে হৃদয়ঙ্গম কৰি দিয়াই মোৰ একমাত্ৰ উদ্দেশ্য। শাস্ত্ৰানুসাৰে পাপভয় আৰু সমাজৰ দৃঢ়বন্ধত বাধ্য হৈ "বিষাদ-সিন্ধু"ত কেইটিমান জাতীয় শব্দ ব্যৱহাৰ কৰিব লগা হ'ল ; বিজ্ঞমণ্ডলী যদি কোনো প্ৰকাৰ দোষ বিবেচনা কৰে, সদয়ভাবে মাৰ্জ্জনা কৰিব।

দেলদুৱাৰ, টাঙ্গাইল
হিজৰী ১৩০২ চন

গ্ৰন্থকাৰ

## মূল গ্ৰন্থকাৰৰ পৰিচয়

"বিষাদ-সিন্ধু" প্ৰণেতা মীৰ মোছাৰ্ৰফ হোচেন ১৮৪৮ খৃষ্টাব্দত নদীয়া জিলাৰ কুমাৰখালিৰ ওচৰৰ লাহিনীপাৰা গাওঁত জন্মগ্ৰহণ কৰে। চাকৰীৰ পদমৰ্য্যাদা অনুসাৰে তেওঁলোকে বংশগত ভাবে "মীৰ" উপাধি লাভ কৰে।

মীৰ মোছাৰ্ৰফ হোচেন ৪০ বছৰ ধৰি সাহিত্যৰ সেৱা কৰিছিল। এই সাহিত্য সেৱাৰ মাজেদি দেশ আৰু সমাজত তেওঁৰ পৰিচয় সাহিত্যিক হিচাবে, তেওঁৰ প্ৰতিভাৰ পৰিচয় পাইছে। তেওঁ যি সময়ত সাহিত্য সেৱাত হাত দিছিল তেতিয়া সাহিত্য সেবীসকলৰ অসুবিধাৰ অন্ত নাছিল। তেতিয়া কাগজো প্ৰচুৰ ভাবে পোৱা নগৈছিল। ছাপাখানাৰ সংখ্যা মুষ্টিমেয়। এনে সময়ত হোচেনে সাহিত্য চৰ্চ্চা আৰম্ভ কৰে। গতিকে কিমান বাধা-বিঘিনিৰ মাজত তেওঁ সাহিত্য চৰ্চ্চা কৰিব লগা হৈছিল সেয়া সহাজ অনুমেয়।

মীৰ চাহাবৰ লিখিত গ্ৰন্থ খুব কম নহয়। তেওঁৰ সৰু-ডাঙৰ ২৫ খন কিতাপৰ বৰ্ত্তমান সন্ধান পোৱা গৈছে! বিষাদ—সিন্ধু ওলোৱাৰ লগে লগে সাহিত্য সমাজত আলোড়ণ পৰে। ঈশ্বৰচন্দ্ৰ বিদ্যাসাগৰেও মীৰ চাহেবৰ সাহিত্য প্ৰতিভাক প্ৰশংসা কৰি গৈছে। এনেকুৱা বিশুদ্ধ আৰু প্ৰাঞ্জল ভাষাত কোন মুছলমানে কিতাপ লিখিব পাৰে, মীৰ চাহেবৰ "বিষাদ-সিন্ধু" ছপা হৈ ওলোৱাৰ আগতে কোনোৱে ধাৰণা কৰিব পৰা নাছিল। মীৰ চাহেবে "আজিজুন্নাহাৰ" নামৰ এখন মাহেকীয়া পত্ৰিকা উলিয়াইছিল। খুব সম্ভৱ এয়া মুছলমান সমাজৰ সৰ্ব্বপ্ৰথম মাহেকীয়া পত্ৰিকা। ক'ৰ পৰা কোন চনত এয়া সৰ্ব্বপ্ৰথম প্ৰকাশ হৈছিল, দুখৰ বিষয়—

বিস্তৃতিৰ এন্ধাৰ যবনিকা ভেদ কৰি এতিয়া তাৰ কোন সন্ধান পোৱা নাই ।

মীৰ চাহেবৰ দ্বিতীয় উপাদেয় গ্ৰন্থ "গাজী মিয়াঁৰ বস্তানী । ১৩০৬ চনৰ আহিন মাহত ৪০০ পৃষ্ঠাৰ এই বৃহৎ গ্ৰন্থ সৰ্ব্বপ্ৰথম প্ৰকাশিত হয় । "গাজী মিয়াঁৰ বস্তানী" উপন্যাসৰ ঠাচত লিখা, ইয়াত নাই, এনেকুৱা জিনিষ আৰু বিষয় দুৰ্লভ । পঢ়ি গলে ভাব হয় আমাক লক্ষ্য কৰি এই পুথিখন বোধহয় লিখিছিল, সকলো দুৰ্নীতি আৰু অনাচৰৰ বিৰুদ্ধে গাজী মিয়াঁই আঘাত কৰিছে-- এই আঘাত প্ৰত্যেকৰে পিঠিত পৰিছে । দুখৰ বিষয়, এই অমূল্য শিক্ষামূলক কিতাপখনৰ প্ৰকাশ বন্ধ হৈ গৈছে । সমাজৰ তীব্ৰ অসন্তোষ বোধহয় ইয়াৰ কাৰণ । মুঠতে বিষাদ-সিন্ধুই মীৰ চাহেবৰ সমস্ত প্ৰতিভা আৰু সাহিত্য জাগ্ৰত কৰি ৰাখিছে । বিষাদ-সিন্ধুৰ প্ৰত্যেকটি তৰঙ্গ-লহৰীয়ে আজিও তেওঁৰ জয়গান কৰি আছে ।

১৩১৮ চনত মীৰ মোশাৰ্ৰফ হোচেন পৰিণত বয়সত পৰলোক গমন কৰে ।

—প্ৰকাশক

## উপক্ৰমণিকা

এদিনাখন প্ৰভু মহম্মদ প্ৰধান শিষ্যমণ্ডলীৰ লগত উপবেশন কৰি ধৰ্মোপদেশ প্ৰদান কৰি আছিল, তেনে সময়তে স্বৰ্গীয় প্ৰধান দূত "জেব্ৰাইল" তেওঁৰ ওচৰলৈ আহি পৰম করুণাময় পৰমেশ্বৰৰ আদেশ বাক্য কৈ অন্তৰ্দ্ধান হ'ল । স্বৰ্গীয় সৌৰভত চাৰিওফালে আমোদিত হ'ল । প্ৰভু মহম্মদ অলপ সময় ম্লানমুখে নীৰবে বহি থাকিল । শিষ্যসকলে তেওঁৰ তাদৃশ অৱস্থা দেখি ভয় খালে । কি কাৰণে প্ৰভু ইমান চিন্তিত হ'ল সেয়া কোনোৱে একো স্থিৰ কৰিব নোৱাৰি তেওঁৰ মুখৰ ফালে সতৃষ্ণ নয়নে চাই ৰ'ল ! পবিত্ৰ বদনৰ মলিন ভাব দেখা পাই সকলোৰে নেত্ৰ বাষ্প-সলিলৰে পৰিপ্লুত হ'ল । কিন্তু কোনোৱে একো কথা সুধিবলৈ সাহস নকৰিলে ।

প্ৰভু মহম্মদে তেওঁৰ শিষ্যসকলৰ মলিন মুখলৈ চাই মনৰ ভাব গোপন কৰিব নোৱাৰি সুধিলে, "তোমালোক হঠাতে দুখিত আৰু বিষাদিত হৈ কিয় কান্দিব ধৰিছা ?"

শিষ্যসকলে হাতযোৰ কৰি ক'লে, "প্ৰভুৰ অগোচৰ কি হব পাৰে ? ডাৱৰত নাইবা নিশাশেষত পূৰ্ণচন্দ্ৰ যদি হঠাৎ মলিন ভাব ধাৰণ কৰে তেতিয়া তৰাবোৰৰ জ্যোতি জানো থাকে ? আমি আপোনাৰ চিৰ আজ্ঞাবহ । হঠাতে প্ৰভুৰ পবিত্ৰ মুখত মলিন ভাব দেখা পাই আমাৰ আশঙ্কা হৈছে । যিমান সময় আপোনাৰ সহাস্য আস্যৰ সদৃশ বিসদৃস ভাব বিদ্যমান, সেই পৰ্য্যন্ত আমাৰ দুঃখবেগ পৰিবৰ্দ্ধিত হব । আমি ভালকৈ বুজি পাইছো, সামান্য আঘাতত পৰ্ব্বত কম্পিত হোৱা নাই । সামান্য বায়ু প্ৰবাহত মহাসমুদ্ৰত প্ৰবল তৰঙ্গ উত্থিত হোৱা নাই । প্ৰভু ! অনুকম্পা প্ৰকাশেৰে সোনকালে ইয়াৰ হেতু ব্যক্ত কৰি অল্পমতি শিষ্যসকলক আশ্বস্ত কৰক ।"

প্ৰভু মহম্মদে নম্ৰভাবে ক'লে, "তোমালোকৰ ভিতৰত কোনোবা এজনৰ সন্তানে মোৰ প্ৰাণাধিক প্ৰিয়তম হাচান-হোচেনৰ পৰম শত্ৰু হৈ উঠিব; হাচানক বিষপান কৰাই মাৰিব আৰু হোচেনক অস্ত্ৰাঘাতে মাৰিব।"

এই কথা শুনি শিষ্যসকল নিৰ্ব্বাক হ'ল। কাৰো মুখত কথা নাই। কণ্ঠ, ৰসনা ক্ৰমে শুকাই আহিল। অলপ সময় পিছত তেওঁলোকে কবলৈ ধৰিলে—"প্ৰভুৰ অবিদিত একোৱেই নাই; কাৰ সন্তানে এনে সাংঘাতিক কাৰ্য্য সংঘটিত কৰিব পাৰে, সেয়া শুনিলে আমি প্ৰতিকাৰৰ উপায় কৰিব পাৰো। যদি সেয়া ব্যক্ত নকৰে, তেনেহলে আমি আজিয়ে বিষপান কৰি আত্মবিসৰ্জন দিম। যদি তেনে কৰোতে পাপগ্ৰস্ত হৈ নাৰকী হব লাগে, তেনেহলে সকলোৱে আজি নিজ নিজ পত্নীসবক একেবাৰে পৰিত্যাগ কৰিম। প্ৰাণ থকালৈকে স্ত্ৰীৰ মুখ নাচাওঁ, স্ত্ৰীৰ নামো নলওঁ।"

প্ৰভু মহম্মদে ক'লে, "ভাইসকল! ঈশ্বৰৰ কাৰ্য্যত বাধা দিবলৈ এই জগতত কাৰ সাধ্য আছে, তেওঁৰ আদেশ ৰদ কৰিবলৈ কাৰো ক্ষমতা নাই। তেওঁৰ আদেশ অলঙ্ঘনীয়। তোমালোকে অবস্যম্ভাবী ঘটনা শ্ৰবণ কৰি কিয় অবলাসকলৰ মনত দুখ দিবা? সেয়াওতো মহাপাপ! তোমালোকৰ কোনোবা এজনৰ মনত দুখ হব বুলিয়েই মই মূল বৃত্তান্ত প্ৰকাশ কৰিবলৈ ইতস্ততঃ কৰিছোঁ। নিতান্ত যদি শুনিবলৈ বাসনা হয়, কওঁ, শুনা :—"তোমালোকৰ ভিতৰৰ প্ৰিয়তম মাবিয়াৰ এটি পুত্ৰ সন্তান জন্মিব। সেই পুত্ৰই জগতত এজিদ নামেৰে খ্যাত হব; সেই এজিদে হাচান-হোচেনৰ পৰম শত্ৰু হৈ তেওঁলোকৰ প্ৰাণ বধ কৰিব। যদিও এই পৰ্য্যন্ত মাবিয়াই বিবাহ কৰা নাই তথাপি এই অসীম জগদ্বিধান জগদীশ্বৰৰ আদেশ লঙ্ঘন নহয়, কেতিয়াও নহয়। সেই অব্যক্ত সুকৌশলসম্পন্ন অদ্বিতীয় প্ৰভুৰ আদেশ কেতিয়াও ব্যৰ্থ নহয়।"

মাবিয়াই ধৰ্ম্মসাক্ষী কৰি প্ৰতিজ্ঞা কৰিলে, "জীয়াই থকালৈকে



বিবাহৰ নাম নলওঁ; নিজে ইচ্ছা কৰি কেতিয়াও তিৰোতাৰ মুখ পৰ্য্যন্ত নাচাওঁ।"

প্ৰভু মহম্মদে ক'লে, প্ৰিয় মাবিয়া, ঈশ্বৰৰ ার্য্য! তোমাৰ দৰে ঈশ্বৰভক্ত এজনে এনেকুৱা প্ৰতিজ্ঞাত আবদ্ধ হোৱা নিতান্ত অনুচিত তেওঁৰ মহিমাৰ পাৰ নাই, ক্ষমতাৰ সীমা নাই, কৌশলৰ অন্ত নাই।"

অলপদিন পিছত এদিনাখন মাবিয়াই মূত্ৰত্যাগ কৰি কুলুখ* লৈছিল। সেই কুলুখ এনেকুৱা অসাধাৰণ বিষসংযুক্ত হৈ আছিল যে, তেওঁ বিষৰ যন্ত্ৰণাত ভূতলত বাগৰি বাগৰি অস্থিৰ হৈ পৰিল। বন্ধু-বান্ধৱ সকলোৱে মাবিয়া অসুস্থ হোৱা সংবাদ শুনিলে। নানা ধৰণৰ চিকিৎসা হবলৈ ধৰিলে; কিন্তু ক্ৰমশঃ বৃদ্ধি ব্যতিত একোতেই যন্ত্ৰনা হ্ৰাস নহল। মাবিয়াৰ জীৱনৰ আশা লৈ সকলোৱে নিৰাশ হ'ল। ক্ৰমে ক্ৰমে তদ্বিষয় প্ৰভু মহম্মদৰ কৰ্ণগোচৰ হ'ল, তেওঁ ব্যস্ত হৈ মাবিয়াৰ ওচৰলৈ আহি ঈশ্বৰৰ নাম লৈ বিষসংযুক্ত স্থানত ফুৎকাৰ প্ৰদানত উদ্যত হ'ল। এনে সময়তে স্বৰ্গীয় দূত উপস্থিত হৈ ক'লে, "হেৰা মহম্মদ! কি কৰিছা? সাৱধান! ঈশ্বৰৰ নাম লৈ মন্ত্ৰ পূত নকৰিবা। এয়া ঈশ্বৰৰ লীলা। তোমাৰ মন্ত্ৰত মাবিয়া কেতিয়াও আৰোগ্য লাভ নকৰে। সাৱধান! ইয়াৰ সমুচিত ঔষধ স্ত্ৰী-সহবাস। স্ত্ৰী-সহবাসৰ পিছতেই মাবিয়াই বিষম বিষযন্ত্ৰপৰা মুক্তিলাভ কৰিব। ইয়াৰ বাহিৰে এই নিবাৰণৰ ঔষধ জগতত দ্বিতীয় নাই। "এয়া ব্যক্ত কৰি স্বৰ্গীয় দূত অন্তৰ্দ্ধান হ'ল।

প্ৰভু মহম্মদে শিষ্যসকলক ক'লে, "ভাই সকল! এই ৰোগৰ ঔষধ নাই। এই জগতত ইয়াৰ উপযুক্ত চিকিৎসা নাই। একমাত্ৰ উপায় স্ত্ৰী-সহবাস। যদি মাবিয়া স্ত্ৰী-সহবাস কৰিবলৈ সন্মত হয়, তেনেহলে তেওঁৰ প্ৰাণ ৰক্ষা হব পাৰে।"

মাবিয়া স্ত্ৰী-সহাবাসত অসন্মত হ'ল। আত্মহত্যা মহাপাপ প্ৰভু কৰ্ত্তৃক এই উপদেশ শুনিবলৈ ধৰিলে। পৰিশেষত সাব্যস্ত হ'ল যে, অশীতিবৰ্ষীয়া কোনো বৃদ্ধা স্ত্ৰীক শাস্ত্ৰানুসাৰে গ্ৰহণ কৰি তেওঁৰ

* কুলুখ— শিল; পানীৰ পৰিবৰ্ত্তে শিল ব্যৱহাৰ কৰা শাস্ত্ৰসঙ্গত।

সৈতে সহবাস করিব। কাৰ্য্যত সেয়া ঘটিল। বিষম ৰোগৰ পৰা মাবিয়া মুক্ত হৈ তেওঁৰ জীৱন ৰক্ষা হ'ল।

অসীম করুণাময় পৰমেশ্বৰৰ কৌশলৰ কণামাত্ৰ বুজি পোৱা মানব প্ৰকৃতিৰ সাধ্য নহয়। সেই অশীতিবৰ্ষীয়া বৃদ্ধা স্ত্ৰী কালক্ৰমত গৰ্ভৱতী হৈ এটি পুত্ৰ সন্তান প্ৰসব কৰিলে। মাবিয়াই পূৰ্ব্বতে স্থিৰ-সংকল্প কৰিছিল যে যদি পুত্ৰ হয়, তেতিয়াই মাৰি পেলাব। কিন্তু সুকোমল বদন মণ্ডলৰ প্ৰতি এবাৰ নয়ন-পাত কৰোতেই বৈৰীভাৱ অন্তৰৰ পৰা তিৰোহিত হ'ল। হৃদয়ত সুমধুৰ বাৎশল্য ভাবৰ আবিৰ্ভাৱ হৈ তেওঁৰ মন আকৰ্ষণ কৰিলে। তেতিয়া পুত্ৰৰ প্ৰাণ হৰণ কৰিব ক'ত, নিজেই প্ৰাণ দিবলৈ প্ৰস্তুত। নিজৰ প্ৰাণতকৈও তেওঁ এজিদক ভাল পাবলৈ ধৰিলে। বয়োবৃদ্ধিৰ সৈতে ভালপোৱাও বৃদ্ধি হবলৈ ধৰিলে। কিন্তু সময়ে সময়ে সেই নিদাৰুণ হৃদয় বিদাৰক বাক্য মনত পেলাই তেওঁ দুখিত হয়। কিছুদিন পিছত মাবিয়াই দামেস্ক নগৰত স্থায়ীভাৱে বাস কৰাৰ বাসনা প্ৰভু মহম্মদ আৰু মাননীয় আলীৰ ওচৰত প্ৰকাশ কৰি অনুমতি প্ৰাৰ্থনা কৰিলে। তেওঁ পুনৰ ক'লে, "এজিদৰ কথা মই পাহৰা নাই। হাচান-হোচেনৰ পৰা তাক দূৰৈত ৰখাৰ অভিলাষ কৰিয়েই মই মদিনা পৰিত্যাগ কৰিবলৈ সঙ্কল্প কৰিছোঁ।"

মাননীয় আলী সৰল আৰু সন্তুষ্টচিত্তৰে জ্ঞাতি-ভ্ৰাতা মাবিয়াৰ প্ৰাৰ্থনা গ্ৰাহ্য কৰি নিজ অধিকৃত দামেস্ক নগৰ তেওঁক অৰ্পণ কৰিলে। প্ৰভু মহম্মদে ক'লে, "মাবিয়া! দামেস্ক কিয়, এই জগতৰ পৰা অন্য জগতলৈ গলেও ঈশ্বৰৰ বাক্য লঙ্ঘন নহয়।"

মাবিয়া লজ্জিত হ'ল, কিন্তু পূৰ্ব্ব সংকল্প পৰিত্যাগ নকৰিলে। কিছুদিন পিছতেই তেওঁ সপৰিয়ালে মদিনা পৰিত্যাগ কৰি দামেস্ক নগৰলৈ গমন কৰিলে আৰু তত্ৰত্য ৰাজসিংহাসনত উপবেশন কৰি প্ৰজাপালন আৰু ঈশ্বৰৰ উপাসনাত অধিকাংশ সময় যাপন কৰিব ধৰিলে।

প্ৰভু মহম্মদ হিজৰী ১১ চনৰ ১২ ই ৰবিয়ল আউওৱাল সোম-



বাৰ বেলা ৭ বজাত পবিত্ৰভূমি মদিনাত পবিত্ৰ দেহ এৰি স্বৰ্গবাসী হ'ল। প্ৰভুৰ দেহত্যাগৰ ছয় মাহ পিছত বিবি ফাতেমা (প্ৰভু কন্যা হাচান-হোচেনৰ জননী মহাবীৰ আলীৰ সহধৰ্ম্মিণী) হিজ্ৰী ১১ চনত পুত্ৰ আৰু স্বামীক এৰি জান্নাত (স্বৰ্গ) বাসিনী হ'ল। মহাবীৰ আলী হিজৰী ৪০ চনৰ ৰমজান মাহৰ চতুৰ্থ দিবস ৰবিবাৰ দেহত্যাগ কৰিলে। তাৰ পিছতেই মহামান্য এমাম হাচান মদিনাৰ সিংহাসনত উপবেশন কৰি ধৰ্ম্মানুসাৰে ৰাজ্যপালন কৰিবলৈ ধৰিলে। দামেস্ক নগৰত এজিদ বয়ঃপ্ৰাপ্ত হোৱাত পৰিবৰ্ণিত ঘটনা আৰম্ভ হ'ল।

# মহৰম পৰ্ব্ব

## প্ৰথম প্ৰবাহ

"তুমি মোৰ একমাত্ৰ পুত্ৰ। এই অতুল বিভৱ, সুবিশাল ৰাজ্য আৰু অসংখ্য সৈন্যসামন্ত সকলো তোমাৰ। দামস্কৰ ৰাজমুকুট অচিৰে তোমাৰ শিৰত শোভা পাব। তুমি এই ৰাজ্যৰ কোটি কোটি প্ৰজাৰ অধীশ্বৰ হৈ তেওঁলোকক ৰক্ষণাবেক্ষণ, প্ৰতিপালন আৰু জাতীয় ধৰ্ম্মৰ উৎকৰ্ষ সাধন ২ৰি সৰ্ব্বত্ৰ পূজিত আৰু সকলোৰে আদৰণীয় হবা। কোঁৱা, তোমাৰ কিহৰ অভাব? কেনেকুৱা মনস্তাপ? মই চিন্তা কৰি পাৰ পোৱা নাই। তুমি সকলো সময়তে উদাসমনে বিকৃতমনৰ চিন্তা, অযথা চিন্তাত, অযথা স্থানত ভ্ৰমণ কৰি দিনে দিনে শুকাই আৰু ক্ষীণায় গৈছা। সময়ে সময়ে যেন একেবাৰে বিষাদ-সিন্ধুত নিমগ্ন হৈ জগতৰ সমুদায় আশা-আকাঙ্খা জলাঞ্জলি দি আত্মবিণাসত প্ৰস্তুত হৈছা—ইয়াৰে বা কাৰণ কি? মই পিতা, মোৰ ওচৰত একোকে গোপন নকৰিবা। মনৰ কথা অকপট ভাৱে প্ৰকাশ কৰা। যদি অৰ্থৰ আবশ্যক হৈ থাকে, ধনভাণ্ডাৰ কাৰ কাৰণে? যদি ৰাজসিংহাসনত উপবেশন কৰি ৰাজ্যভাৰ স্বহস্তৰে গ্ৰহণ কৰাৰ বাসনা হৈ থাকে—কোঁৱা, মই এই মুহূৰ্ত্ততে তোমাক মহামূল্য ৰাজবেশেৰে সু-সজ্জিত কৰি ৰাজমুকুট তোমাৰ শিৰত অৰ্পণ কৰি—এতিয়াই তোমাক সিংহাসনত উপবেশণ কৰাওঁ। মই স্বচক্ষে তোমাক ৰাজকাৰ্য্যত নিয়োজিত হোৱা দেখিবলৈ পালো নশ্বৰ বিশ্ব-সংসাৰ পৰিত্যাগ কৰিব পাৰিলে তাতোকৈ ঐহিকৰ সুখ কি আছে? তুমি মোৰ একমাত্ৰ পুত্ৰৰত্ন। মই পুনৰ কি কম—তুমি মোৰ অন্ধৰ চকুৰ

মণি, মস্তকৰ অমূল্য মণি, হৃদয়ভাণ্ডাৰৰ মহামূল্য ৰত্ন, জীৱনৰ জীৱনীশক্তি, আশাতৰু অসময়ত মঞ্জুৰিত, আশা-মুকুল অসময়ত মুকুলিত, আশা-কুসুম অসময়ত প্ৰস্ফুটিত। বাছা, সকলো সময়তে তোমাৰ মলিন মুখ আৰু বিমৰ্ষ ভাব দেখি মই একেবাৰে হতাশ হৈছোঁ, জীৱনৰ আশা পৰিত্যাগ কৰিছোঁ। ঈশ্বৰে তোমাৰ মঙ্গল কৰক, মনৰ কথা অকপটে মোৰ ওচৰত প্ৰকাশ কৰা। মই পিতা হৈ মনৰ বেদনাত আজি তোমাৰ হস্তধাৰণ কৰি কৈছোঁ, সকলো কথা মন খুলি মোৰ আগত কি কাৰণে প্ৰকাশ নকৰা?" মাবিয়াই অকলশৰে অতিআগ্ৰহ সহকাৰে এজিদক এইবোৰ কথা কলে।

এজিদে দীৰ্ঘ নিঃশ্বাস পৰিত্যাগ-পূৰ্ব্বক কবলৈ অগ্ৰসৰ হৈও একো কথা কব নোৱাৰিলে; কণ্ঠৰোধ হৈ জিহ্বাত জড়তা আহিল। মায়াৰ আসক্তি এনেকুৱা শক্তি যে, পিতাৰ ওচৰত মনোভাব প্ৰকাশ কৰাৰ সুযোগ পোৱা সত্ত্বেও মনোভাব প্ৰকাশ কৰিব নোৱাৰিলে। সাধ্যাতীত চেষ্টা কৰিও মুক্তহৃদয়ৰে প্ৰকৃত মনৰ কথা পিতাকক বুজাব নোৱাৰিলে। বহুকষ্ট কৰি "জয়" শব্দটো উচ্চাৰণ কৰিলে, কিন্তু সেই শব্দ স্পষ্টকৈ মাবিয়াৰ কৰ্ণগোচৰ নহল। কথা যেন অশ্ৰুজলত উটি গ'ল, শব্দটি মাত্ৰ পানীমাত্ৰই সাৰ হ'ল। গণ্ডস্থলৰ পৰা বক্ষঃস্থল পৰ্য্যন্ত বিষাদ বাৰিৰে সিক্ত হবলৈ ধৰিলে। সেই বিষাদ বাৰি প্ৰবাহ দৰ্শন কৰি অনুতপ্ত মাবিয়া আৰু অধিক দুখানলত দগ্ধী-ভূত হবলৈ ধৰিলে। পানীৰে অগ্নি নিৰ্ব্বাপিত হয়, কিন্তু প্ৰেমাগ্নি অন্তৰত প্ৰজ্জ্বলিত হৈ প্ৰথমতে নয়ন দুটিৰ আশ্ৰয়ত বাষ্প সৃষ্টি কৰি, পৰিণামত পানীত পৰিণত হৈ ধাৰাযাৰে বৱলৈ ধৰে। সেই পানীৰে হয়তো বাহ্যবহ্নি সহজতে নিৰ্ব্বাপিত হব পাৰে, কিন্তু মনৰ অগনি দ্বিগুণ, চতুৰ্গুণ, শতগুণ হৈ জ্বলি উঠে। এজিদ ৰাজ্যৰ প্ৰয়াসী নহয়, সৈন্য-সামন্ত আৰু ৰাজমুকুটৰ প্ৰত্যাশী নহয়, ৰাজসিংহাসনৰ আকাঙ্ক্ষীও নহয়। তেওঁ যি ৰত্নৰ প্ৰয়াসী, তেওঁ যি মহামূল্য ধনৰ প্ৰত্যাশী, সেয়া তেওঁৰ পিতাৰ মনৰ অগোচৰ, বুদ্ধিৰ অগোচৰ। পুত্ৰৰ ইদৃশী অৱস্থা দেখি মাবিয়া খুব দুখিত আৰু চিন্তিত হ'ল। শেষত অশ্ৰুসম্বৰণত অক্ষম হৈ বাষ্পাকুল লোচনে পুনৰ্ব্বাৰ কবলৈ ধৰিলে, "এজিদ! তোমাৰ মনৰ কথা মোৰ ওচৰত ব্যক্ত কৰা। অৰ্থেৰে হওঁক বা সামৰ্থ্যৰে হওঁক, বুদ্ধি কৌশলৰে হওঁক, যি কোনো প্ৰকাৰে হওঁক, তোমাৰ মনৰ আশা মই পূৰ্ণ কৰিমেই! তুমি মোৰ যত্নৰ ৰত্ন, অদ্বিতীয় স্নেহাধাৰ। তুমি পাগলৰ দৰে হতবুদ্ধি, অবি-বেকৰ দৰে সংসাৰবৰ্জ্জিত হৈ পিতা-মাতাক অসীম দুখসাগৰত উটুৱাই, বনে বনে, পৰ্বতে পৰ্বতে, ঘূৰি ফুৰি অমূল্য জীৱনক তুচ্ছ-জ্ঞান কৰি কোনোবাদিনাখন হয়তো আত্মঘাতী হৈ এই কিশোৰ বয়সত মৃত্তিকাশায়ী হবা, এই ভাবি মোৰ প্ৰাণ নিত্যই আকুল হৈছে, একোতেই স্থিৰ হব পৰা নাই। জীৱন যেন দেহ এৰি যাওঁ যাওঁ কৰিছে, প্ৰাণ পখী যেন দেহ-পিঞ্জৰা এৰি উৰি যাব খুজিছে। কোৱা বাছা! কোন প্ৰাণেৰে মাবিয়াই তোমাৰ মৃতদেহত শেষ বসন (কাফন) পিন্ধাই মৃত্তিকাত প্ৰোথিত কৰিব।"



এজিদে ক'লে, "পিতঃ! মোৰ দুখৰ অন্ত নাই। এই দুখৰ সীমা নাই, উপশমৰ উপায় নাই। মই নিৰুপায় হৈ জগতৰ আশাৰ পৰা একেবাৰে বহুদূৰৈত আতৰি আছোঁ। মোৰ বিষয় বিভৱ, ধনজন, ক্ষমতা, সকলো অতুলনীয় সেয়া মই জানো। মই অবোধ নহয়; কিন্তু মোৰ হৃদয় যে মোহিনী-মূৰ্ত্তিৰ সুতীক্ষ্ণ নয়ন-বাণত বিদ্ধ হৈছে, সেই বেদনাৰ উপসম নাই। পিতঃ! সেই বেদনাৰ প্ৰতিকাৰৰ উপায় নাই। থকাহেঁতেন, মই কলোহেঁতেন। পুনৰ কব নোৱাৰো। ইমান দিনে অতি গোপনে মনতে ৰাখিছিলো; আজি আপোনাৰ আজ্ঞা শিৰোধাৰ্য্য কৰি মনৰ কথা যিমানদূৰ পাৰো ব্যক্ত কৰিলো। পুনৰ কোৱাৰ মোৰ সাধ্য নাই। হয় দেখিব, নহলে শুনিব,—এজিদ বিষপান কৰি য'ত শোকতাপৰ নাম নাই, প্ৰণয়ত হতাশা নাই, অভাব নাই আৰু আশা নাই, কোনো নিৰ্জ্জন স্থানত এই পাপময় দেহ ত্যাগ কৰি সেই পবিত্ৰধামলৈ গুচি গৈছে। ইয়াতকৈ অধিক কব নোৱাৰো, ক্ষমা কৰিব।" এজিদৰ কথা শেষ

নোহওতেই বৃদ্ধা মহিষী এগছি স্বৰ্ণযষ্ঠি আশ্ৰয় কৰি সেই নিৰ্জ্জন গ্ৰহমধ্যলৈ আহি একাষত দণ্ডায়মান হৈ ৰ'ল। এজিদ আথে-বেথে ঠিয় হৈ জননীৰ পদচুম্বন কৰি পিতাৰ পদধূলি গ্ৰহণান্তৰ সেই স্থানৰ পৰা প্ৰস্থান কৰিলে।

দামেস্কাধিপতি মহিষীক অভ্যৰ্থনা কৰি অতি যত্নসহকাৰে মচ্‌নদৰ* কাষত বহুৱাই কবলৈ ধৰিলে, "মহিষী! তোমাৰ কথামতে আজি বহু যত্ন কৰিও কৃতকাৰ্য্য হব নোৱাৰিলো; মনৰ কথা একোতে ভাঙি নকলে। পৰিশেষত নিজেও কান্দিলে মোকো কন্দুৱালে। সি ৰাজ্যধনৰ ভিখাৰী নহয়, অবিনশ্বৰ ঐশ্চৰ্য্যৰ ভিখাৰী নহয়; মাত্ৰ ক'লে যে, মোৰ আশা পূৰ্ণ নহয়। শেষত যি ক'লে মুখলৈ অনা নাযায়, ভাব হৈছে, যেন কোনোবা মায়াবিনী মোহিনীৰ ৰূপত মুগ্ধ হৈ এনেকুৱা মোহময় অৱস্থা প্ৰাপ্ত হৈছে।"

ৰাজমহিষী অতি কষ্টেৰে মস্তক উত্তোলন কৰি কম্পিতকণ্ঠেৰে কবলৈ ধৰিলে, "মহাৰাজ! মই বহু সন্ধান কৰি গম পাইছোঁ, আৰু এজিদেও মোৰ ওচৰত আভাষ দিছিল;—আবদুল জব্বাৰক বোধ হয় জানে?"

মাবিয়াই ক'লে, "তেওঁক বহুদিনৰ পৰাই জানো!"

"সেই আবদুল জব্বাৰৰ স্ত্ৰীৰ নাম জয়নাব।"

ওঁ, ওঁ ঠিক হৈছে। মোৰ সৈতে কথা কোৱাৰ সময়ত 'জয়' পৰ্য্যন্ত কৈ পুনৰ কব নোৱাৰিলে।" মাবিয়াই পুনৰ ক'লে, ওঁ! সেই জয়নাব কি?"

মোৰ মূৰ। সেই জয়নাবক দেখা পায়েইতো এজিদ পাগল। মোৰ ওচৰত কান্দি কান্দি কৈছিল, মা! যদি মই জয়নাবক নাপাওঁ, পুনৰ মোক দেখা নোপোৱা, নিশ্চয়ই জানাজাক্ষেত্ৰ* কফিনবস্ত্ৰ আবৃতাসনত ধৰাশায়ী দেখিবা।" এই পৰ্য্যন্ত কৈ ক্ৰন্দনৰত অৱস্থাত

* মচ্‌নদ পাৰ্চি শব্দ। বহুতে যে মচনন্দ শব্দ ব্যৱহাৰ কৰে, সেয়া সম্পূৰ্ন ভ্ৰম।

* জানাজা—মৃতকৰ শৰীৰৰ সদগতিৰ উপাসনা।



মহিষীয়ে পুনৰ কবলৈ ধৰিলে, "মোৰ এজিদেই যদি জীয়াই নাথাকিল, এই জীৱন আৰু ধন থকাৰেই বা প্ৰয়োজন কি?"

মাবিয়াই ক'লে, "মহিষী! তুমি মোক কি কৰিবলৈ কোৱা?"

"মই কি কম? এজিদৰ যাতে প্ৰাণ ৰক্ষা হয় তাৰে উপায় কৰক। আপুনি বৰ্ত্তমান থাকোতে আপোনাৰ সাধ্যাতীত কি?"

মাবিয়াই খং কৰি উঠি যাবলৈ উদ্যত হ'ল, বৃদ্ধা মহিষীয়ে হস্ত ধৰাৰ লগে লগে পুনৰ বহি কবলৈ ধৰিলে, "পাপী সকলে সেই কাৰ্য্য কৰিব পাৰে। মই পুনৰ এনে কথা শুনিব খোজা নাই। তুমি এনে কথা কৈ মোৰ কৰ্ণক কলুষিত নকৰিবা। নিজৰ জিহ্বাৰে তেনে পাপ কথা কৈ পুনৰ অপবিত্ৰ নকৰিবা। ভাবি চোৱা ধৰ্ম্ম-পুস্তকৰ উপদেশৰ কথা? পৰস্ত্ৰীৰ প্ৰতি কুভাবে যি এবাৰ দৃষ্টি দিয়ে, কোনো প্ৰকাৰ কুভাবৰ কথা মনৰ ভিতৰত উদিত হয়, তেওঁলোকে নৰক 'জাহান্না-ম'ত বাস কৰিব লাগিব আৰু ইহকালৰ বিচাৰতো নিজে দেখিবলৈ পাইছা। লৌহদণ্ডৰ দ্বাৰা শত আঘাতেৰে পৰস্ত্ৰীহাৰীৰ অস্থি চূৰ্ণ, চৰ্ম্ম ক্ষয় কৰি জীৱনান্ত কৰা। এই কথা জানো এজিদৰ মনত এবাৰো উদয় হোৱা নাই? প্ৰজাৰ ধন, প্ৰাণ, মান, জাতি এই সমুদায়ৰ ৰক্ষাকৰ্ত্তা ৰজা। এই কৰ্ত্তব্য অৱহেলা কৰিলে ৰজা ঈশ্বৰৰ ওচৰত দায়ী হব লাগিব, পৰিণামত নৰকৰ তেজোময় অগ্নিত দগ্ধীভূত হৈ ভস্মীভূত হব লাগিব। তাতেও নিস্তাৰ নাই। সেই ভস্মৰ পৰা পুনৰায় শৰীৰ গঠিত হৈ পুনৰায় শাস্তিভোগ কৰিব লাগিব। এনেকুৱা গুৰু পাপৰ অনুষ্ঠান কৰা দূৰৈত থাওঁক, শুনিবলৈও পাপ। এজিদে আত্মবিনাশ কৰিব খোজে কৰক, তাতে দুখ নাই। শ শ এজিদ—শ শ কিয় সহস্ৰ এজিদে এই কাৰণত প্ৰাণত্যাগ কৰিলেও মাবিয়াৰ চকুত এক বিন্দু চকু পানী ওলোৱা দূৰৈত থাওঁক, বৰং সন্তুষ্ট হৃদয়েৰে ঈশ্বৰক ধন্যবাদহে দিব। এটি পাপী জগতৰ পৰা বহিস্কৃত হ'ল বুলি ঈশ্বৰৰ সমীপত এই মাবিয়া সেই জগৎ পিতাৰ নামত সহস্ৰ সহস্ৰ সাধুবাদ সমৰ্পণ কৰিব। পুত্ৰৰ অনুৰোধত, তাৰ প্ৰাণ ৰক্ষাৰ কাৰণে ঈশ্বৰৰ বাক্য লঙ্ঘন কৰি মাবিয়া জানো মহাপাপী হব। তুমি জানো

ইয়াকে বিচৰা মহিষী ? মোৰ প্ৰাণ থাকোতে সেয়া নহব, মাবিয়া জীয়াই থাকোতে সেয়া কেতিয়াও নহব ।”

বৃদ্ধা মহিষী অলপ আগবাঢ়ি আহি দৃঢ়ভাবে মহাৰাজৰ হস্ত ধাৰণ কৰি কাতৰভাবে কবলৈ ধৰিলে, “চাওঁক মহাৰাজ! এজিদ যি ফান্দত পৰিছে, তেনেকুৱা ফান্দত জগতৰ বহুতো ভাল ভাল মানুহো পৰিছিল, শ শ ঋষি, মুনি, ঈশ্বৰভক্ত মহাতেজস্বী জিতেন্দ্ৰিয়, মহাশক্তি বিশিষ্ট মহাপুৰুষও এই ফান্দত পৰি তত্বজ্ঞান হেৰুৱাইছিল, তাৰ কোনো সীমা সংখ্যা নাই। আসক্তি, প্ৰেম আৰু ভালপোৱাৰ কথা ধৰ্ম্ম কিতাপতো আছে । চিন্তা কৰিলে পোৱা যায় মানুহৰ মনতে ভালপোৱাৰ জন্ম, ইয়াৰ শিক্ষা দিব নালাগে, দেখ দেখ কৈ কোনোৰেও শিক্ষা নলয়, ভালপোৱা স্বভাবতেই জন্মে। বাদশাহ নামদাৰ ! এয়া নতুন একো নহয়। আপুনি যদি মনোযোগ দি শুনে, মই এই প্ৰণয়প্ৰসঙ্গ বহুতো দিব পাৰো, দৃষ্টান্ত দিব পাৰো। জগতত শ শ ভালপোৱাৰ জন্ম হৈছিল, বহুতেই ভাল পাইছিল, তেওঁলোকৰ কীৰ্ত্তিকলাপ আজি পৰ্য্যন্ত কিয়, জগত বিলয় নোহোৱা পৰ্য্যন্ত মানৱহৃদয়ত সমভাবে অঙ্কিত থাকিব। আপুনি হয়তো কব পাত্ৰ-পাত্ৰী বিবেচনা লাগে ? ভালপোৱাৰ ৰূপ সমুদ্ৰ যেতিয়া হৃদয়াকাশত মানসচন্দ্ৰৰ আকৰ্ষণত স্ফীত হৈ উঠে, তেতিয়া পাত্ৰপাত্ৰী জ্ঞান নাথাকে। পিতা, মাতা সংসাৰ, ধৰ্ম্ম, এনেকুৱা কি ঈশ্বৰকো মনত থাকে নে নাই সন্দেহ। এনে অৱস্থাত এজিদৰ দোষ ক'ত ? এই নৈসৰ্গিক কাৰ্য্য নিবাৰণ কৰিবলৈ এজিদৰ কি ক্ষমতা আছে ? যিয়ে নকওঁক কিয় মহাৰাজ ! ভালপোৱাৰ ক্ষমতা অসীম ।”

মাবিয়াই ক'লে, ‘মই জানো ভালপোৱাৰ দোষ দিছোঁ ? ভালপোৱাতো ভাল কথা মানব শৰীৰ ধাৰণ কৰি যাৰ হৃদয়ত ভালপোৱা নাই, সেয়া জানো মানুহ ? প্ৰেমশূণ্য হৃদয় জানো হৃদয় ? এজিদৰ ভালপোৱাতো তেনে ভালপোৱা নহয়। তুমি একোকে বুজিব পৰা নাই।” মহিষী ক'লে “মই বুজিছোঁ, আপুনি বুজিব পৰা



নাই। চাওঁক মহাৰাজ, মোৰ এনে অৱস্থাতেই ঈশ্বৰ সদয় হৈ পুত্ৰ দিছে। এই জগতত সংসাৰী মাত্ৰেই পুত্ৰ কামনা কৰি থাকে। বিষয় বিভব ধন-সম্পত্তি বহুতৰেই আছে; কিন্তু উপযুক্ত পুত্ৰৰত্ন কাৰ ভাগ্যত কেইটি থাকে কওঁকচোন ? পুত্ৰকামনা কৰি মানুহে কি যে নকৰে ? ঈশ্বৰৰ উপাসনা, ঈশ্বৰভক্ত আৰু ঈশ্বৰপ্ৰেমিক মানুহৰ অনুগ্ৰহৰ প্ৰত্যাশা, যথাসাধ্য দীনদুখীৰ ভৰণ-পোষণৰ সাহায্য প্ৰভৃতি যিমান প্ৰকাৰ সৎকাৰ্য্যত মনৰ আনন্দ ওপজে, সন্তান, কামনাত মানুহে তাকেই কৰি থাকে । আপুনি ঈশ্বৰৰ ওচৰত কামনা কৰি পুত্ৰধন লাভ কৰা নাই।ময়ো পুত্ৰলাভৰ কাৰণে এই বৃদ্ধ বয়সত বক্ষ বিদীৰ্ণ কৰি এই শোণিতবিন্দু ঈশ্বৰৰ উদ্দেশ্যত উছৰ্গা কৰা নাই। দয়াময় ভগৱানৰ অযাচিত আৰু বিনাযত্নত আমি উভয়ে এই পুত্ৰলাভ কৰিছোঁ । অগ্ৰপশ্চৎ বিবেচনা কৰি ক্ৰোধ প্ৰকাশ কৰিব লাগে। যি এজিদৰ মুখ এক মুহূৰ্ত্ত নেদেখিলে জ্ঞানশূণ্য হয়, যি এজিদক সকলো সময়তে ওচৰত পায়ো আপোনাৰ চোৱাৰ হেপাহ নপলাই, অন্তৰেৰে আপুনি জানো তেওঁৰ অমঙ্গল কামনা কৰিব পাৰে ? মইতো সকলো জানো, এসময়ত এই এজিদক প্ৰাণে মাৰিব খুজিছিল, পাৰিলে জানো ? সেই মুখ দেখি হাতৰ অস্ত্ৰ হাতত্তে ৰৈ যোৱা নাছিল জানো ? অস্ত্ৰঘাতে পুত্ৰৰ প্ৰাণবধ কৰা দূৰৈত থাওঁক, কোলাত লৈ বাৰে বাৰে মুখচুম্বন কৰিও দেখোন মনৰ সাধ পলোৱা নাছিল ।”

মাবিয়াই ক'লে “তুমি মোক কি কৰিবলৈ কোৱা ?”

মহিষীয়ে ক'লে, “কি কৰিবলৈ কম ? যেনেকৈ ধৰ্ম্ম ৰক্ষা হয়। আনৰ ওচৰত নিন্দনীয় হব নালাগে, অথচ এজিদৰ প্ৰাণ ৰক্ষা হয়, তেনে কোনো উপায় অৱলম্বন কৰা উচিত ।”

“উচিত বুজিছোঁ, কিন্তু কোনো উপায় বিচাৰি পোৱা নাই। মূল কথা যাতে ধৰ্ম্ম ৰক্ষা হয়, ধৰ্ম্মোপদেষ্টাৰ আজ্ঞা লঙ্ঘন নহয়, অথচ প্ৰাণাধিক পুত্ৰৰ প্ৰাণৰক্ষা হয়, এয়া হলেই যথেষ্ট। পৰনিন্দাৰ ভয়

কিহৰ? যি মুখেৰে মানুহে এবাৰ নিন্দা কৰে, সেই মুখেৰে সুখ্যাতিৰ গুণ গান কৰিবলৈ কিমান সময় লাগে?"

মহিষী ক'লে, "আপুনি একোকে কৰিব নালাগে, একো কবও নালাগে, কিন্তু একো কামতে বাধা দিব নোৱাৰিব। মাৰৱানৰ লগত পৰামৰ্শ কৰি মই সকলো কাম কৰিম। যেতিয়া ধৰ্ম্মবিৰুদ্ধ, ধৰ্ম্মৰ অবমাননা ধৰ্ম্মোপদেষ্টাৰ আজ্ঞালঙ্ঘনৰ অণুমাত্ৰ সম্ভাবনা দেখিবলৈ পায়; তেতিয়া বাধা দিব, আমি ক্ষান্ত হম।"

মহাৰাজে মহাসন্তোষ মনে হস্ত চুম্বন কৰি ক'লে, "সেয়া যদি পাৰা, তেনেহলে তাতোকৈ সন্তোষৰ বিষয় আৰু কি হব পাৰে? এজিদৰ অৱস্থা দেখি মোৰ মনত যি কষ্ট হৈছে, সেয়া মাত্ৰ ঈশ্বৰেহে জানে। যদি সকলো দিশ ৰক্ষা কৰি কাৰ্য্য উদ্ধাৰ কৰিব পাৰা, তেনেহলে সৰ্ব্বপ্ৰকাৰ মঙ্গল, এজিদৰো প্ৰাণ ৰক্ষা হয়, আৰু মই নিশ্চিন্তভাবে ঈশ্বৰ-উপসনা কৰিব পাৰোঁ।"

শেষৰ কথাখিনি শ্ৰবন কৰি বৃদ্ধা মহিষী অনুকূলভাৱে বিজ্ঞাপন সূচক মস্তক সঞ্চালন কৰিলে। তেতিয়া তেওঁৰ মনত কি কথা আছিল সেয়া প্ৰকাশ নকৰিলে। আকাৰ-ইঙ্গিতেৰে পতিবাক্যত সম্মতি দি মৌনবলম্বন কৰিলে। মৌন যেন কথা ক'লে, 'এই সংকল্পই স্থিৰ'।

## দ্বিতীয় প্ৰবাহ

মহাৰাজৰ সৈতে মহিষীৰ পৰামৰ্শ হ'ল। এজিদে কথাৰ সূত্ৰ পাই বিশেষ সতৰ্কতাৰ সৈতে আব্দুল জব্বাৰৰ ওচৰলৈ 'কাচেদ' পঠিয়ালে।

পাঠক! কাচেদ যদিও বাৰ্ত্তবাহক, সাধাৰণ ডাক অনা-নিয়া পত্ৰবাহক নহয়। ৰাজপত্ৰ বাহক, অথচ সভ্য আৰু বিচক্ষণ—মহামতি মুছলমান লিখক সকলে এনে লোকক 'কাচেদ' বুলি নিৰ্দ্দেশ কৰি গৈছে। সুগম্ভীৰ, সত্যবাদী, সুশ্ৰী নহলে কাচেদ পদ পাব নোৱাৰে। দূত আৰু 'কাচেদ'ত সামান্য প্ৰভেদ, 'কাচেদ' দূতৰ সমতুল্য আৰু মাননীয় নহয়। বিশেষভাবে মনোনীত কৰি আবদুল জব্বাৰৰ ওচৰলৈ



কাচেদ পঠোৱা হৈছিল। আবদুল জব্বাৰ ভদ্ৰবংশসম্ভূত, অৱস্থাও বেয়া নাছিল, স্বচ্ছন্দে ভদ্ৰভাবে জীবিকা নিৰ্ব্বাহ কৰিব পৰা সামৰ্থ্য আছিল। কিন্তু তেওঁৰ ধনৰ প্ৰতি অত্যন্ত লোভ আছিল। কেনেকৈ দুপইচা উপাৰ্জ্জন কৰিব, কেনেকৈ নিজৰ অৱস্থা উন্নতি কৰিব, কি উপায়েৰে ঐশ্চৰ্য্যশালী হৈ সুখস্বাচ্ছন্দ্যে সংসাৰ যাত্ৰা নিৰ্ব্বাহ কৰিব, এই চিন্তাতে সকলো সময়তে তেওঁৰ মন আছন্ন হৈ আছিল। তেওঁৰ একমাত্ৰ স্ত্ৰী জয়নাব স্বামীৰ অবস্থাতেই পৰিতৃপ্তা আছিল, কোনো বিষয়তে তেওঁৰ উচ্চ আশা নাছিল। যি কোনো অৱস্থাতে সতীত্বধৰ্ম পালন কৰি সংসাৰযাত্ৰা নিৰ্ব্বাহ কৰাৰ তেওঁৰ আন্তৰিক ইচ্ছা আছিল। ধৰ্ম্মচিন্তাতো তেওঁ উদাসীন নাছিল। আবদুল জব্বাৰ সুশ্ৰী পুৰুষ নহলেও তেওঁৰ প্ৰতি তেওঁ ভক্তিমতী আছিল। স্বামী সেৱা কৰাই যে স্বৰ্গলাভৰ সুপ্ৰশস্ত পথ, সেয়া তেওঁৰ হৃদয়ত সৰ্ব্বদাই জাগ দি আছিল। লৌকিক সুখত তেওঁ সুখী হব খোজা নাছিল, ভাল পোৱাও নাছিল; ভুলতেও ধৰ্ম্মপথৰ পৰা কেতিয়াও এক পদ বিচলিত হোৱা নাছিল। আবদুল জব্বাৰে নিজৰ অদৃষ্টক ধিয়াই সময়ে সময়ে এজিদৰ ঐশ্বৰ্য্য আৰু এজিদৰ ৰূপলাবণ্যৰ কথা ব্যাখ্যা কৰিছিল। তেনে ক্ষেত্ৰত সতীসাধ্বী জয়নাব মনে মনে নিতান্ত ক্ষুণ্ণ হৈছিল। কেতিয়াবা অহস্য হৈ কৈছিল—"ঈশ্বৰে যাক যেনেকৈ ৰাখিছে তেনে অৱস্থাত পৰিতৃপ্ত হৈ কায়মনে তেওঁৰ ওচৰত কৃতজ্ঞতা স্বীকাৰ কৰা কৰ্ত্তব্য। আনৰ ধন, আনৰ ৰূপ দেখি নিজৰ অদৃষ্টক ধিক্কাৰ দিয়া বুদ্ধিমানৰ কাম নহয়। চাওঁক, জগতত কিমান মানুহ, আপোনাতকৈও দুখী আৰু আনৰ ওপৰত নিৰ্ভৰশীল কৰা মানুহ আছে, সেয়া হিচাব কৰিব পৰা নাযায়। ঈশ্বৰৰ বিবেচনা অসীম। মানুহৰ এনেকুৱা কি সাধ্য আছে যে তেওঁৰ বিবেচনাত দোষাৰোপ কৰিব পাৰে? অজ্ঞ মানুহ সকলে একো নুবুজাকৈ বহু সময়ত তেওঁৰ কৃত কাৰ্য্যৰ প্ৰতি দোষাৰোপ কৰে। কিন্তু তেওঁ ইমান মহান, এনেকুৱা বিবেচক, যিজনৰ কাৰণে যি সম্ভব, যি জনে যি ৰক্ষা কৰিব পাৰে, তেওঁ সেয়াই দিছে। তেওঁৰ বিবেচনাত তেওঁ কাকো কোনো

বিষয়ত বঞ্চিত কৰা নাই। কৃতজ্ঞতাৰ সৈতে তেওঁৰ গুণগোৱাই আমাৰ সৰ্ব্বপ্ৰথম কৰ্ত্তব্য।"

স্ত্ৰীৰ কথাত আবদুল জব্বাৰে কোনো উত্তৰ দিয়া নাছিল, কিন্তু কথা শুনি তেওঁ খুব ভাল পোৱা নাছিল। তেওঁৰ মত এনেকুৱা যে, ধন-সম্পত্তি নহলে জগতত সুখী হব পৰা নাযায়। গতিকে তেওঁ সকলো সময়তে অৰ্থ চিন্তাতে ব্যস্ত আছিল, ব্যবসায় বাণিজ্যত যেতিয়া যি সুবিধা বুলি ভাবিছিল তেতিয়াই সেয়াই অবলম্বন কৰিছিল। ওচৰৰ বজাৰৰ আন আন ব্যবসায়ীসকলৰ লগত সদায় উপস্থিত থাকি তেওঁ অৰ্থোপাৰ্জ্জনৰ পথ অনুসন্ধান কৰিছিল, মাত্ৰ খোৱা সময় চোৱাহে ঘৰত আছিল। আজি জয়নাবে স্বামীৰ আহাৰ নিজ হাতে তৈয়াৰ কৰি স্বামীৰ সন্মুখত পৰিবেশন কৰিলে। স্বামীয়ে যাতে আনন্দ মনে আহাৰ কৰিব পাৰে, সেই বিষয়ে সাধ্বী সতী পৰম যত্নবতী। এনেয়ে উত্তপ্ত প্ৰদেশ; তাৰোপৰি জ্বলন্ত অনলৰ উত্তাপ, এই উভয় তাপত জয়নাবৰ মুখখন ৰক্তবৰ্ণ ধাৰণ কৰিছে, ললাট আৰু নাসিকাৰ অগ্ৰভাগত বিন্দু বিন্দু মুক্তাৰ দৰে ঘৰ্ম্মবিন্দুৱে শোভা কৰিছে। গণ্ডদেশৰ পৰা বৈ বুকুৰ বসন পৰ্য্যন্ত তিতি গৈছে। পৃষ্ঠবসনৰতো কথাই নাই, ইমান তিতিছে যে, সেই সিক্তবসন ভেদ কৰি পৃষ্ঠদেশৰ সুদৃশ্য কান্তি ফুটি ওলাইছে। পৰিহিত বস্ত্ৰৰ স্থানে স্থানে চিয়াহীৰ চিহ্ন। আবদুল জব্বাৰে এয়া লক্ষ্য কৰি ক'লে, "তুমি যে কোৱা, ঈশ্বৰে যেনেকৈ যি অৱস্থাত ৰাখে তেনে অৱস্থাতে সন্তুষ্ট থাকিব লাগে; কিন্তু তোমাৰ এই অৱস্থা দেখি মই কেনেকৈ সন্তুষ্ট হৈ থাকো? মই যদি ধনবান হলোহেঁতেন মোৰ যদি কিছু অৰ্থৰ সংস্থান থাকিলহেঁতেন, তেনেহলে তোমাৰ ইমান কষ্ট নহলহেঁতেন। স্থান বিশেষে, পাত্ৰবিশেষে ঈশ্বৰৰ বিবেচনা নাই, এয়া বৰ দুখৰ কথা। তোমাৰ এই শৰীৰ জানো অগ্নিৰ উত্তাপ সহনৰ যোগ্য? এই শৰীৰে জানো ইমান পৰিশ্ৰম সহ্য কৰিব পাৰে? চোৱাচোন, এই দৰ্পনত এবাৰ তোমাৰ মুখখন, কেনেকুৱা দেখিছে।"



আবদুল জব্বাৰে এই কথা কৈ এখন দৰ্পণ তেওঁৰ স্ত্ৰীৰ মুখৰ আগত দাঙি ধৰিলে। জয়নাবে তৎপ্ৰতি লক্ষ্য নকৰি দৰ্পণখন গ্ৰহণ পূৰ্ব্বক উপবেশন স্থানৰ এক পাৰ্শ্বত থৈ গম্ভীৰ হৈ ক'লে, "স্ত্ৰীৰ কৰ্ত্তব্য কি?"

আবদুল জব্বাৰে ক'লে, "সেয়া মই জানো। মোৰ অৱস্থা ভাল হোৱা হলে মই অসংখ্য দাসদাসী ৰাখি দি তোমাৰ সকলো কাম কৰিলাহেঁতেন। তেতিয়া তুমি ইমান পৰিশ্ৰম, ইমান কষ্ট কেতিয়াও সহ্য কৰিব নালাগিলহেঁতেন।

জয়নাবে ক'লে, "আপুনি যিয়েই নকওঁক, মই তেনে অৱস্থাত সুখী নহলোহেঁতেন। আপুনি বোধহয় ভাবিছে, যিসকলৰ বহুতো দাস-দাসী আছে, মণিমুক্তাৰ অলঙ্কাৰ আছে, বহুমূল্য বস্ত্ৰাদি আছে তেওঁলোকে জগতত সুখী—সেয়া নাভাবিব, মনৰ সুখেই যথাৰ্থ সুখ।"

আবদুল জব্বাৰে ক'লে, "সেয়া একো কথাই নহয়। টকা থাকিলে সুখৰ অভাব নাই? মই এজিদৰ দৰে ঐশ্বৰ্য্যশালী হোৱাহেঁতেন তোমাক কিমান সুখত ৰাখিব পাৰিলোহেঁতেন। ঈশ্বৰে টকা-পইচা দিয়া নাই, কি কৰিম, মনৰ ইচ্ছা মনতে ৰ'ল।"

গম্ভীৰ ভাবে জয়নাবে ক'লে, "তেনে কথা নকব। শাহজাদা এজিদৰ দৰে আপুনি ক্ষমতাবান নাইবা ধনবান হলে মোৰ দৰে কুশ্ৰী স্ত্ৰীৰ প্ৰতি আপোনাৰ ভালপোৱা নজন্মিলহে তেন। আপোনাৰ নয়নে মোক দেখা পালে ঘৃণা কৰিলেহেঁতেন। ঈশ্বৰৰ সৃষ্টি অতি বিচিত্ৰ। কাকো তেওঁ সীমাবিশিষ্ট কৰি ৰূপবতী কৰা নাই। উচ্চ আসনত বহিলে আপোনাৰ মন সেইৰূপে উচ্চৰূপতেই মোহিত হলহেঁতেন। অৱস্থাৰ পৰিবৰ্ত্তনে মানুহৰ মনৰ পৰীক্ষা হয়।"

"অৱস্থাৰ পৰিবৰ্ত্তন হলেই জানো প্ৰণয়, মায়া, মমতা, ভদ্ৰতা আৰু সুহৃদ ভাবৰ পৰিৱৰ্ত্তন হয়?"

"হীন অৱস্থাৰ পৰিৱৰ্ত্তনত অৱশ্যে অলপ পৰিৱৰ্ত্তন হয়,— অলপ

কিয়? প্ৰায়ে পৰিৱৰ্ত্তন হয়। চাৰিওফালে লক্ষ্য কৰিলে বহু দেখা পাব। যিসকল ধনপিপাসু অৰ্থকে যি সকলে ইহকাল পৰকালৰ সুখ সাধন বুলি ভাবে, অৰ্থলোভত অতি জঘন্য কাৰ্য্য কৰিবলৈ তেওঁ-লোকে অকণো চিন্তা নকৰে, অতি আদৰৰ আৰু যত্নৰ ভালপোৱা বস্তুটোও অৰ্থলোভত বিসৰ্জন দিবলৈ কুণ্ঠাবোধ নকৰে।

ক্ষুণ্ণ হৈ আবদুল জব্বাৰে ক'লে, "এই কথা একা প্ৰকাৰ মোতেই খাটিলে। তুমি যিয়ে নোকোৱা, জগতৰ সমুদায় ঐশ্বৰ্য্য একেলগ কৰি মোৰ আগত ৰাখিলেও মই মোৰ ভালপোৱা পৰিত্যাগ কৰিব নোৱাৰো। সকলোৰে মূল্য আছে, ভালপোৱাৰ মূল্য নাই। যেতিয়া মূল্যই নাই, তেতিয়া তাৰ লগত আন বস্তুৰ তুলনাই বা কি, কথাই বা কি?"

আবদুল জব্বাৰৰ আহাৰ শেষ হ'ল। ৰীতিমতে হস্তমুখাদি প্ৰক্ষালন কৰি ব্যৱসায়ৰ হিচাব পত্ৰাদি লবলৈ ব্যস্ত হ'ল। ব্যৱসা-য়ৰ সাহায্যকাৰী ওচৰ সম্বন্ধীয় ওচমানৰ কথা চিন্তা কৰিবলৈ ধৰিলে। ঘৰৰ পৰা যাত্ৰা কৰিবলৈ ওলোৱাৰ মুহূৰ্ত্ততে ওচমান অতি ব্যস্ততাৰে আহি ক'লে, "আবদুল জব্বাৰ! দামেস্কৰ পৰা এজন কাচেদ আহিছে—অতি ব্যস্ত, পৰিশ্ৰান্ত আৰু ক্লান্ত। তেওঁ তোমাকে অন্বেষণ কৰিছে। শুনিলো, তেওঁৰ ওচৰত দামেস্কাধিপতিৰ আদেশপত্ৰ আছে।

ওচমানৰ মুখত এই কথা শুনি ঘৰৰ পৰা হুৰমুৰকৈ ওলাই আহিল। কাচেদে ঈশ্বৰৰ গুনানুবাদ কৰি দামেস্কাধিপতিৰ বন্দনাৰ পিচত অতি বিনীতভাৱে আবদুল জব্বাৰৰ হাতত শাহী নামা প্ৰদান কৰিলে।

আবদুল জব্বাৰে শত শত বাৰ সেই শাহী-নামা চুম্বন আৰু শিৰত ধাৰণ কৰি কাচেদৰ যথাযোগ্য অভ্যৰ্থনা কৰিলে। শাহী-নামাখন লৈ ঘৰৰ ভিতৰলৈ গ'ল। ঘৰৰ ভিতৰত বিশেষ ভক্তি-সহ-কাৰে শাহী-নামাখন পাঠ কৰিলে। তাত লিখা আছে,—



"সম্ভ্ৰান্ত আবদুল জব্বাৰ!"

তোমাক জনাওঁ যে, দামেস্কাধিপতিয়ে তোমাৰ লগত সাক্ষাৎ কৰিবৰ মানসে তোমাক স্মৰণ কৰিছে। অবিলম্বে ৰাজধানীত উপ-স্থিত হৈ ৰাজপ্ৰসাদলাভেৰে সৌভাগ্যবান জ্ঞান কৰা।

প্ৰধান উজীৰ—

মাৰৱান।"

আবদুল জব্বাৰে শাহী-নামা পাঠ কৰি নিজকে সৌভাগ্যবান বুলি জ্ঞান কৰি জয়নাবক ক'লে, "মই এতিয়াই দামেস্ক যাত্ৰা কৰিম। মই এনেকুৱা কি পুণ্য কাৰ্য্য কৰিছোঁ যে, স্বয়ং বাদশাহে মোৰ লগত সাক্ষাৎ কৰিব ইচ্ছা কৰিছে! ঈশ্বৰেহে জানে ভবিষ্যত কি আছে?"

আবদুল জব্বাৰৰ এই সংবাদ শ্ৰবণত প্ৰতিবেশীসকলো আচৰিত হ'ল। আবদুল জব্বাৰৰ সৌভাগ্য। সকলোৱে একবাক্য আবদুল জব্বাৰৰ গুণজ্ঞান কৰি ক'লে "আবদুল জব্বাৰৰ কপাল ফুলিল", সমবয়সী সকলে ক'লে, "ভাই তুমিতো ভাগ্যবলত বাদশাহৰ ওচৰত পৰিচিত হলা, সন্মানসহ ৰাজদৰবাৰলৈ আমন্ত্ৰিত হলা, আমাৰ কথা মনত ৰাখিবা।"

আবদুল জব্বাৰ ৰাজধানীলৈ যোৱাৰ কাৰণে ব্যতিব্যস্ত হৈ পৰিল। আত্মীয় স্বজন আৰু আন আন প্ৰতিবেশীসকলৰ পৰা আৰু জয়নাবৰ পৰা বিনম্ৰভাৱে বিদায় গ্ৰহণ কৰিলে। শাহী দৰবাৰলৈ গমনোপযোগী যিবিলাক বসন তেওঁৰ আছিল, তৎসমস্ত সংগ্ৰহ কৰি দামেস্ক নগৰাভিমুখে গমনাৰ্থে তেওঁ প্ৰস্তুত হ'ল। প্ৰতিবেশী সকলে সহাস্যবদনে তেওঁৰ প্ৰশংসাগান কৰি স্ব-স্ব আবাসলৈ উভটি গ'ল। জয়নাবৰ চক্ষু দুটি বাষ্পসলিলেৰে পৰিপূৰ্ণ হ'ল। মনৰ উল্লাসত আবদুল জব্বাৰ ইমান বিহ্বল হৈ পৰিছিল যে, যাত্ৰাকালত প্ৰিয়তমা জয়নাবক এবাৰো মনৰ কথা কোৱাৰ সময় পৰ্য্যন্ত নহল, সামান্য-ভাৱে বিদায় গ্ৰহণ কৰি ত্বৰিত গতিৰে ৰাজদৰ্শন বুলি যাত্ৰা কৰিলে। পদমৰ্য্যাদাৰ এনেকুৱাই কুহক।

## তৃতীয় প্ৰবাহ

এজিদৰ শিৰাই শিৰাই শোণিত বিন্দুৰ প্ৰতি পৰমাণু-অংশত, প্ৰতি শ্বাস-প্ৰশ্বাসত, শয়নে সপোনে জয়নাব লাভৰ চিন্তা অন্তৰত অবিৰাম ভাবে কাম কৰি আছে। কিন্তু সেই চিন্তাৰ উপৰিও আন এটি চিন্তা মস্তিষ্কত ঘূৰিব ধৰিছে। একে সময়তে একেটা মনত দুই প্ৰকাৰৰ চিন্তা অসম্ভৱ। কিন্তু মূলকাৰ্য্যৰ কৃতকাৰ্য্যতা লাভৰ আশাত অন্য এটি চিন্তা বা কল্পনাক আশ্ৰয় কৰি কাৰ্য্যক্ষেত্ৰত অৱতীৰ্ণ যে হ'ব নোৱাৰি, এনে নহয়। প্ৰথম চিন্তাত কৃতকাৰ্য্য হোৱাৰ আশাত বাহ্যিক চিন্তাতে প্ৰবল হৈ উঠে। চিন্তাৰ আধাৰ মস্তক, কিন্তু ভাল-পোৱাৰ চিন্তা মস্তকত উদিত হৈ একেবাৰে হৃদয়ৰ অন্তঃস্থান অধিকাৰ কৰি বহে। সেয়া যেতিয়াই মনত উদিত হয়, অন্তৰত বেদনা লাগে, হৃৎপিণ্ডত আঘাট কৰে, হৃদয়তন্ত্ৰী বেহাগ ৰাগত বাজি উঠে। আপাততঃ এজিদ বাহ্য চিন্তাতেই মহাব্যস্ত। কাৰণ এই চিন্তাৰ মাজত ভৰসা নিৰাশা সকলো আছে। গতিকে পূৰ্ব্বভাবৰ কিঞ্চিৎ পৰিৱৰ্ত্তন বোধ হৈছে। এজিদৰ নয়ন, ললাট আৰু মুখশ্ৰীত যেন ভিন্ন ভাব অঙ্কিত। দেখিলেই বোধ হয়, যেন কোনো দগ্ধীভূত বিকৃত ধাতুৰ ওপৰত কিঞ্চিৎ ৰজতৰ প্ৰলেপ আছে। হঠাৎ দেখিলেই চাকচিক্য-বিশিষ্ট ৰজতপাত্ৰ বুলিয়ে ভ্ৰম হয়; কিন্তু মনোনিবেশ কৰি লক্ষ্য কৰিলে, সমাবৃত বিকৃত ধাতুৰ পৰমাণু অংশ নয়ন গোচৰ হৈ চাক-চিক্যবিশিষ্ট উজ্জ্বলভাব যেন বহু দূৰলৈ আঁতৰি যায়। পুৰবাসীসকল আৰু অমাত্য সকলে ৰাজপুত্ৰৰ তাদৃশ বাহ্যিক প্ৰসন্নভাব দৰ্শন কৰি মহা আনন্দিত হ'ল।

মাৰৱানে ক'লে, "ৰাজকুমাৰ! মহাৰাজ বৰ্ত্তমান নাথাকিলে আপুনি কেতিয়াও ইমান কষ্ট নাপালেহেঁতেন।"

এজিদে ক'লে, "পুত্ৰৰ স্বাধীনতা ক'ত? কি কৰিম, পিতা বৰ্ত্তমানে পিতাৰ অমতত কোনো কাৰ্য্যতে অগ্ৰসৰ হোৱা পুত্ৰৰ পক্ষে অনুচিত। মই হাচান-হোচেনৰ ভক্ত নহয়, শাহজাদা বুলিও মান্য



নকৰো, নতশিৰে তেওঁলোকৰ নামত দণ্ডবৎ নকৰো; সেই কাৰণেই পিতা মহাবিৰক্ত। আকৌ অন্যায় বিচাৰত এজনৰ প্ৰাণ বধ কৰি স্বাৰ্থসিদ্ধ কৰিবলৈ সাহস নহয়, ইচ্ছাও নকৰে। লোকানবাদ তাৰোপৰি লোকনিন্দা। মহাৰাজে যিখিনি ইঙ্গিত দিছে, তাতেই মনস্কামনা সিদ্ধি আৰু কি লাগে? ধৰ্ম বিৰুদ্ধ নহলে তেওঁ কোনো কামতে বাধা নিদিয়ে; এয়াই যথেষ্ট। যি মন্ত্ৰণা কৰি কাৰ্য্য আৰম্ভ কৰা হৈছে, যদি কৃতকাৰ্য্য হব পাৰো, তেনেহলে অন্য পথ লোৱাৰ আৱশ্যক জানো আছে? এটি গুৰুতৰ পাপভাৰ মূৰত বহন কৰাৰ বা প্ৰয়োজন জানো আছে? নৰহত্যা মহাপাপ।"

হঠাৎ চাদিয়ানা বাদ্য শুনা গ'ল। এজিদে ক'লে, "অসময়ত আনন্দবাদ্য কি কাৰণে? বোধহয় আব্দুল জব্বাৰ আহিছে।" উভয়ে ত্ৰস্তভাবে দৰবাৰ অভিমুখে অগ্ৰসৰ হ'ল। ৰাজকৰ্ম্মচাৰী-সকলৰ প্ৰতি যেনে আদেশ দিয়া হৈছিল, সেয়া সকলোৱেই প্ৰতি পালিত হৈছে। কোনো কামতে বিশৃঙ্খলা হোৱা নাই। দৰবাৰ পৰ্য্যন্ত গমনপথত শ্ৰেণীবদ্ধ সৈন্যসকল এতিয়াও যথাস্থানত দণ্ডায়-মান। পথত কাচেদৰ লগত দেখা হ'ল। কাচেদে অভিবাদন কৰি নিবেদন কৰিলে, "ৰাজ আদেশ প্ৰতিপালিত হৈছে। আব্দুল জব্বাৰ সমাদৰে গৃহীত হৈছে। মহাৰাজ আম-দৰবাৰ বৰখাস্ত কৰি আব্দুল জব্বাৰৰ সৈতে খোচমহলত আছে।" কাচেদে পুনৰায় অভিবাদন পূৰ্ব্বক যথাস্থানলৈ প্ৰস্থান কৰিলে।

এজিদে মাৰৱানৰ লগত আনন্দ-মন্দিৰত উপস্থিত হৈ মহাৰাজক অভিবাদন কৰিলে আৰু ৰাজাজ্ঞা প্ৰাপ্তিক্ৰমে নিৰ্দ্দিষ্ট স্থানত উপবেশন কৰি আব্দুল জব্বাৰৰ সৈতে মহাৰাজৰ কথোপকথন শুনিবলৈ উৎসুক হৈ ৰ'ল।

আব্দুল জব্বাৰে বিশেষ সতৰ্কতাৰ সৈতে জাতীয় সভ্যতা ৰক্ষা কৰি হাতযোৰকৈ মহাৰাজৰ ওচৰত বহি আছে। পুত্ৰৰ পৰামৰ্শত এজিদৰ জননীয়ে স্বামীক যি কৈছিল, যি কথাৰ প্ৰস্তাৱ কৰিবলৈ

পৰামৰ্শ দিছিল, মাবিয়াই অবিকল তেনেভাবে কবলৈ ধৰিলে,—"আব্দুল জব্বাৰ! মোৰ ইচ্ছা, তোমাক সকলো সময়তে মোৰ ওচৰত ৰাখিব খোজো। কোনো ধৰণৰ ৰাজকাৰ্য্যত নিযুক্ত ৰাখিব খোজা নাই। কাৰণ সময়ে সময়ে নানা প্ৰকাৰ চিন্তাত চিন্তিত হব লাগিব, মন্ত্ৰীসকলৰ আদেশ শুনিব লগা হব পাৰে। অথচ ৰাজ-নীতি অনুসাৰে কোনো প্ৰকাৰ পদমৰ্য্যদা ৰক্ষা কৰা তোমাৰ পক্ষে কঠিন হৈ উঠিব পাৰে। ফলত তুমি হাহিয়াতৰ পাত্ৰ হবৰ সম্ভাবনা। মোৰ ইচ্ছা যে, তোমাক নিশ্চিতভাৱে ৰাজপৰিবাৰৰ মাজত ৰখাব।"

হাতযোৰ কৰি আব্দুল জব্বাৰে ক'লে, "মই আপোনাৰ দাস, আজ্ঞাবহ ভৃত্য, যি আদেশ দিব, শিৰোধাৰ্য্য কৰি সেয়া প্ৰতি-পালন কৰিম। মোৰ সৌভাগ্য যে মই আশা কৰাতকৈ অতিৰিক্ত ভাবে আদৃত হৈ ৰাজসমীপত উপবেশনৰ স্থান পাইছো।"

মাবিয়াই কলে, "আব্দুল জব্বাৰ। মোৰ মনোগত অভিপ্ৰায় প্ৰধান উজীৰ মাৰৱানৰ মুখত শ্ৰৱণ কৰি তোমাৰ প্ৰতিজ্ঞা পালন কৰা। মোৰ উপসমাৰ সময় অতীতপ্ৰায়, মই তোমাৰ পৰা আজিলৈ বিদায় ললো।"

মাবিয়া খোচমহলৰ পৰা নিষ্ক্ৰান্ত হ'ল। মন্ত্ৰী মাৰৱানে বাদ-শাহৰ প্ৰতিনিধিস্বৰূপ কবলৈ ধৰিলে, "মাননীয় আব্দুল জব্বাৰ চাহেব। আমাৰ ইচ্ছা যে, ৰাজসংসাৰৰ পৰা আপোনাৰ নিত্য-নিয়মিত ৰাজোচিত ব্যয়োপযোগী সম্পত্তি প্ৰদানপূৰ্ব্বক অদ্বিতীয়া ৰূপযৌৱন সম্পন্না, বহুগুণবতী, নিষ্কলঙ্ক চন্দ্ৰাননা, মহামাননীয়া ৰাজকুমাৰী চালেহাৰ সহিত শাস্ত্ৰসঙ্গত পৰিণয় সূত্ৰেৰে আবদ্ধ কৰি এই দামেস্ক নগৰত আপোনাক স্থায়ী কৰি ৰখাৰ। আপোনাৰ মতামত কি?

আব্দুল জব্বাৰৰ কৰ্ণত এই প্ৰস্তাব প্ৰবেশ কৰাৰ লগে লগে মনৰ আনন্দত বিভ্ৰান্ত হৈ কিছু সময় উত্তৰ দিব পৰা নাছিল। এজিদৰ ভগ্নীক বিবাহ কৰিব, স্বাধীনভাবে ব্যয়বিধানৰ কাৰণে সম্পত্তিও



পাব, ইয়াতকৈ সুখৰ বিস্ময় আৰু কি হব পাৰে? জীৱনত তেওঁ আশা নকৰা, অভাবনীয়ভাবে আজি সেয়া তেওঁৰ ভাগ্যত ঘটিল। ঈশ্বৰে সকলো কৰিব পাৰে। মন্ত্ৰী মুখত এই বাক্য শ্ৰবণ কৰি আবদুল জব্বাৰ কিছুসময়ৰ কাৰণে আত্মহাৰা হৈ পৰিল; লগে লগেই সন্মতিসূচক অভিপ্ৰায় জনালেহেঁতেন, কিন্তু হৰ্ষবিহ্বলতাই অলপ সময় তেওঁৰ বাকশক্তি হৰণ কৰিলে। কিছু সময় পিচত, "মন্ত্ৰীবৰ! মোৰ পৰম সৌভাগ্য। ৰাজ আদেশ শিৰোধাৰ্য্য।"

মাৰৱানে ক'লে, "আপোনাৰ অঙ্গীকাৰৰ কাৰণে আমিও পৰ-মানন্দ লাভ কৰিলো। সকলো প্ৰস্তুত, এতিয়াই এই সভাতেই এই শুভলগ্নত শুভকাৰ্য্য সুসম্পন্ন হওঁক।"

পূৰ্ব্বৰ পৰাই এজিদে সকলো প্ৰস্তুত কৰি ৰাখিছিল। মাৰৱানক ইঙ্গিত দিয়াৰ লগে লগে পুৰোহিত, অমাত্যবৰ্গ, পৰিয়ালবৰ্গ সকলোৱে একেলগে উপস্থিত হ'ল। মঙ্গলবাদ্য বাজিবলৈ ধৰিলে। পুৰোহিতৰ আদেশমতে এজিদ পাত্ৰীপক্ষৰ প্ৰতিনিধি সাব্যস্ত হ'ল; মাৰৱান আৰু আব্দুৰ ৰহমান সাক্ষী হ'ল।

এইখিনিতে হিন্দু পাঠকসকলৰ ওচৰত মুছলমান সমাজ বিবাহ প্ৰথাৰ বিষয়ে কোৱা উচিত হব, নহলে এই বিবাহ-বিষয় বুজিবলৈ কষ্ট হব। বিবাহ নোহোৱা পৰ্য্যন্ত পাত্ৰপক্ষীয় কোনো পুৰুষ কিম্বা স্ত্ৰীৰ পাত্ৰীক চোৱাৰ প্ৰথা নাই।

পাত্ৰ যদি প্ৰাপ্তবয়স্ক হয় পুৰোহিতৰ উপদেশক্ৰমে, যি কোনো দেশতে নহওক কিয় কেইটিমান কথা আৰবীয় ভাষাত উচ্চাৰণ কৰিব লাগে। পাত্ৰীপক্ষৰ অভিভাবকসকলৰ মনোনীত প্ৰতিনিধিক পাত্ৰৰ সেই কথাবিলাকৰ প্ৰত্যুত্তৰস্বৰূপ কেইটিমান কথা কব লাগে। বিবাহৰ মূল কথাই এয়া—প্ৰস্তাব আৰু স্বীকাৰ (ইজাব-কবুল)। পাত্ৰী যে বিবাহত সন্মত হৈছে, তাৰ প্ৰমাণস্বৰূপ দুটি সাক্ষীৰ প্ৰয়োজন। তাৰ বাহিৰে আমাৰ বিবাহৰ দৰে আন কোনো প্ৰকাৰ ধৰ্মাৰ্চ্চনা, মন্ত্ৰ পাঠ বা আন কোনো প্ৰকাৰৰ ক্ৰিয়া কাৰ্য্য একো নাই. তথাপিও লৌকিক প্ৰথানুসাৰে ধৰ্মভাবে শিথিল প্ৰযত্ন ব্যক্তিসকলে. আমোদৰ অঙ্গ বুলি

ভাবি যি অনুষ্ঠান কৰে, সেয়া শাস্ত্রসম্মত নহয়। সেয়া নকৰিলেও বিবাহ-বন্ধনৰ সুদৃঢ় গ্রন্থি শিথিল নহয়। বাহুল্য ভয়ত এই বিষয়ে বেছি কোৱা নিস্প্রয়োজন। অৱশ্যে 'দেনমোহৰ' কথা আছে। অধুনা যি প্রকাৰ লাখ লাখ টকা দেনমোহৰ-প্রথা ভাৰতৰ মুছলমান সমাজত প্রচলিত হৈছে, সেই প্রথানুসাৰে স্বামীৰ যথা সর্ব্বস্ব কন্যাক দি স্বামীক পথৰ ভিখাৰী কৰা হয়, সেয়া ভয়ানক কথা। নিজ নিজ দুহিতাৰ ভবিষ্যতৰ কথা ভাবি আমি দিনে দিনে "মোহৰানাৰ" সংখ্যা বৃদ্ধি কৰিছোঁ। প্রভু মহম্মদৰ পৰিবাৰৰ মোহৰানাৰ সংখ্যা ইমান কম আছিল যে, পাঠক সকলে শুনি আচৰিত হব। প্রভু মহম্মদৰ কন্যা, হাচান-হোচেইনৰ জননী বিবি ফাতেমাৰ দেনমোহৰ আধুনিক পৰিমাণ মুদ্রাৰ হিচাব অনুসৰি চাৰি টকা চাৰি অনাৰ বেছি নাছিল।

পাত্রীৰ সন্মতিসূচক স্বীকাৰ বাক্য স্বকর্ণে শ্রবণ কৰাৰ কাৰণে প্রতিনিধি মহাশয় সাক্ষীসহ অন্তঃপুৰত প্রবেশ কৰিলে। কিছু সময় পিছত সভালৈ উভতি আহি জাতীয় ৰীতি অনুসৰি সভাস্থ ব্যক্তি সকলক অভিবাদন পূর্ব্বক ক'লে, "বিবি চালেহা এই প্রস্তাবত অসন্মত হোৱা নাই, কিন্তু তেওঁৰ এটি কথা আছে। সেই কথা হ'ল, তেওঁ শুনিছে, মাননীয় আবদুল জব্বাৰ চাহেবৰ জয়নাব নামে এগৰাকী স্ত্রী আছে. ধর্মনুসাৰে জয়নাবক পৰিত্যাগ নকৰিলে তেওঁ এই বিবাহত সন্মতি দান নকৰে।" তেওঁ আৰু কৈছিল, "জয়নাবৰ যিমান থিনি দেনমোহৰৰ কাৰণে আবদুল জব্বাৰ দায়ী, তাৰ পৰিমাণ তেওঁ জানিব খুজিছে আৰু জয়নাবৰ ভৰণ-পোষণৰ কাৰণে তাতোকৈ বেছি সহস্র মুদ্রা প্রদান কৰিবলৈও তেওঁ প্রস্তুত আছে।" এনেকুৱা প্রস্তাবত হয়তো বহুতৰে মূৰ ঘূৰালেহেতেন, চিন্তাশক্তিৰ পৰীক্ষা হলহেতেন, আন্তৰিক ভাবৰো পৰীক্ষা হলহেতেন, কিন্তু আবদুল জব্বাৰৰ বিবেচনা শক্তিয়ে সেই সময়ত লোপ পাইছিল। যেনে প্রশ্ন তেনে উত্তৰ।

আবদুল জব্বাৰে ক'লে, "মই সন্মত আছোঁ মুখৰ কথাৰে নহয়, তালাকনামা (স্ত্রী-পৰিত্যাগ পত্র) এতিয়াই লিখি দিছোঁ।"



লেখনী আৰু কাগজ ৰখা আছিলেই। আবদুল জব্বাৰে প্রথমে পৰমেশ্বৰৰ নাম, পিচত মহম্মদৰ নাম লিখি পতিপৰায়ণা নিৰপৰাধিনী সতীসাধ্বী সহধর্ম্মিণী জয়নাবক তালাক দিলে। সভাত উপস্থিত থকা সাক্ষী হিচাবে দুই তিনিজনে স্ব স্ব নাম স্বাক্ষৰ কৰিলে। প্রতিনিধিৰ হাতত সেই তালাক নামা চালেহালৈ প্রেৰণ কৰিলে। পুনৰ প্রতিনিধি সাক্ষীসহ অন্তঃপুৰলৈ গ'ল। সভাত উপস্থিত থকা সকলোৱেই প্রফুল্লমনে সুস্থিৰ হৈ বহিল। নতুন ৰাগত, নতুন তালত আনন্দবাদ্য বাজিবলৈ ধৰিলে। বিবাহসভা সম্পূর্ণৰূপেই আনন্দময়ী। আবদুল জব্বাৰৰ ভবনত জয়নাবৰ হৃদয়তন্ত্রী ছিঙি গ'ল। আবদুল জব্বাৰৰ তালাক নামা লিখি প্রতিনিধিৰ হাতত অর্পণ কৰা পর্য্যন্ত জয়নাবৰ মুখশ্রীৰ আৰু তেওঁৰ অজ্ঞাত বিপদ সময়ত চিত্তচাঞ্চল্যৰ প্রকৃত ছবি প্রকৃতৰূপে পাঠকসকলক দেখুৱাব নোৱাৰিলোঁ। কাৰণ, সেয়া কল্পনাশক্তিৰ অতীত।

প্রতিনিধি উভতি আহি পূর্ব্বৰ দৰে অভিবাদন কৰি ক'লে,—

"এই সভাত ৰাজমন্ত্রী, ৰাজাত্মীয়, ৰাজহিতৈষী, বুদ্ধিমান, বিচক্ষণ আৰু বহুদর্শী ব্যক্তিসকল উপস্থিত আছে। চালেহা বিবিয়ে যি ক'লে ঈশ্বৰক প্রত্যক্ষ কৰি সেয়া অবিকল ভাবে ব্যক্ত কৰিম আপোনালোকে মনোযোগ দি শ্রবণ কৰক।

"যি ব্যক্তি ধনলোভ, এনেকি ৰাজ্যলোভত, মানসভ্রম বৃদ্ধিৰ আশাত নিৰপৰাধী সহধর্ম্মিণীক পৰিত্যাগ কৰিব পাৰে, বহুদিনৰ প্রণয় আৰু ভালপোৱা যি ব্যক্তিয়ে এক মুহূর্ত্তত পাহৰিব পাৰে, আগপাছ নাভাবি যি ব্যক্তিয়ে বিশুদ্ধ দাম্পত্য-প্রণয়ৰ বন্ধনৰজ্জু অকাতৰে ছিন্ন কৰিব পাৰে, তেওঁক কেনেকৈ বিশ্বাস কৰিব পাৰি ? তেওঁৰ কথাত আস্থা ক'ত ? এনেকুৱা বিশ্বাসঘাতক স্ত্রী-বিনাশক অর্থলোভী নৰপিশাচৰ পাণিগ্রহণ কৰিবলৈ চালেহা বিধি সন্মত নহয়।"

সভাত উপস্থিত থকা সকলোৱেই ৰাজকুমাৰীৰ বুদ্ধি আৰু বিবেচনাৰ প্রশংসা কৰিব ধৰিলে। আবদুল জব্বাৰৰ মূৰত যেন আকাশ ভাঙি পৰিল। তেওঁৰ আকাশ কুসুমৰ চিন্তা বৃক্ষ একেবাৰে নির্ম্মূল

হৈ গ'ল। প্ৰতিনিধিৰ বাক্য বজ্ৰঘাতত সুখ-স্বপ্ন-তৰু দগ্ধীভূত হ'ল। পৰিচাৰক সকলে ৰাজকুমাৰীৰ অঙ্গীকৃত অৰ্থ আবদুল জব্বাৰৰ সন্মুখলৈ লৈ আহিল। আবদুল জব্বাৰে সেয়া গ্ৰহণ নকৰিলে। কাকো একো নকোৱাকৈ সভা ভঙ্গৰ গোলমালত ৰাজভৱনৰ পৰা ওলাই ৰাজদত্ত বেশ পৰিত্যাগ কৰি ফকীৰৰ বেশ ধৰি ওলাই গ'ল। পুনৰ গৃহলৈ প্ৰত্যাগমণ নকৰিলে।

কথা গোপন নাথাকে। আবদুল জব্বাৰৰ সঙ্গীসকল উভতি যোৱৰ আগতে উক্ত ঘটনা ৰাষ্ট্ৰ হৈ পৰিছিল। মূল কথা পৰিৱৰ্ত্তন হৈ জয়নাব আৰু প্ৰতিবেশী সকলে শুনি দুখ কৰিলে। তেতিয়ালৈকে সঠিক সংবাদ কোনোৱে পোৱা নাছিল। বহুতেই বিশ্বাস কৰা নাছিল। সেই বহুতৰ ভিতৰত জয়নাবো এজন। আবদুল জব্বাৰৰ সঙ্গীসকল উভতি অহাৰ পিচত সন্দেহ দূৰ হ'ল। তেওঁৰ সকলো আশাতৰী বিষাদ-সিন্ধুত ডুব গ'ল। জয়নাবে কাকো একো নোকোৱাকৈ পিতাকক সংবাদ দি অতি মলিনবেশে দুখিত হৃদয়েৰে পিত্ৰালয়লৈ গমণ কৰিলে।

## চতুৰ্থ প্ৰবাহ

পথিক উৰ্দ্ধশ্বাসে গৈ আছে,— বিৰাম নাই, মূহুৰ্ত্ত কালৰ বাবেও বিশ্ৰাম নাই। এজিদে আদেশ দিছিল, যেতিয়া নিতান্ত ক্লান্ত হবা, গতি ৰুদ্ধ হৈ যাব খোজে, তৃষ্ণাত কাতৰ হৈ পৰিবা, তেনে অৱস্থাতহে কিছুসময়ৰ কাৰণে বিশ্ৰাম লবা। বিশ্ৰামৰ সময়ত অপব্যয় হোৱা সময়খিনি দ্বিগুণ বেগেৰে গৈ পৰিপূৰ্ণ কৰিবা। পথিকে এজিদৰ আদেশ লঙ্ঘণ নকৰাকৈ অবিশ্ৰান্ত ভাবে গৈ আছে। এনেয়ে মৰুভূমি, তাৰোপৰি প্ৰচণ্ড উত্তাপ, ছায়াশূণ্য প্ৰান্তৰ—বিশ্ৰাম কৰাৰ স্থানো তাকৰ। দেশীয় পথিকৰ পক্ষে বৰং সহজ, অপৰিচিত ভিন্ন দেশীয় পথিকৰ পক্ষে এই মৰুস্থানত ভ্ৰমণ কৰা খুব দুঃসাধ্য। এই পথিক দেশীয় আৰু পৰিচিত। দামেস্কৰ পৰা যাত্ৰা কৰিছিল।



ক'ত কি পৰ্বত, ক'ত নিঝৰা সেয়া তেওঁৰ পূৰ্বৰ পৰা জনা আছে। পথিকে এখন ক্ষুদ্ৰ পৰ্ব্বত লক্ষ্য কৰি সেই ফালে গৈ আছে। নিৰ্দিষ্ট পৰ্ব্বতৰ ওচৰ পাওঁতে পূৰ্ব-পৰিচিত আকাচক লগত কেইজনমান অনুচৰৰ সৈতে দেখা পালে।

মোছলেমক দেখা পাই আকাচে সুধিলে, "ভাই মোছলেম! কলৈ যোৱা?"

মোছলেমে উত্তৰ দিলে, "ৰবা আগতে পিপাসা নিবৃত্তি কৰি লওঁ পিছত তোমাৰ প্ৰশ্নৰ উত্তৰ দিম।

মোছলেমে নিঝৰাৰ পানীৰে তৃষ্ণা দূৰ কৰি ক্ষন্তেক জিৰাই আকাচৰ প্ৰশ্নৰ উত্তৰ দিলে, "ভাই আকাচ! এজিদৰ বিবাহ-পয়গাম (প্ৰস্তাব) লৈ জয়নাবৰ ওচৰলৈ যাত্ৰা কৰিছোঁ।

আকাচে ক'লে, "সেয়া কেনেকৈ! আবদুল জব্বাৰৰ মৃত্যু হল নেকি?"

মোছলেমে উত্তৰ দিলে,—"নাই, আবদুল জব্বাৰৰ মৃত্য হোৱা নাই। জয়নাবক তালাক দিছে।"

আকাচে কলে,— "আহা, এনেকুৱা সুন্দৰী স্ত্ৰীক কি দোষত পৰিত্যাগ কৰিলে? জয়নাবৰ দৰে পতিপৰায়ণা ধৰ্ম্মশীলা, পতিপ্ৰাণা, নম্ৰস্বভাবা ৰমণী এই প্ৰদেশত অতি কমেই দেখিবলৈ পোৱা যায়। আবদুল জব্বাৰৰ প্ৰাণ যে ইমান কঠিন সেয়া মই আগতে জনা নাছিলো। কোন সতে সেই সোণৰ জয়নাবক পথৰ ভিখাৰিণী কৰি বিষাদ সিন্ধুত উটুৱাই দিলে?"

মোছলেমে ক'লে, "ভাই! ঈশ্বৰৰ কাৰ্য্য মনুষ্য বুদ্ধিৰ অগোচৰ। তেওঁ কি উদ্দেশ্য সিদ্ধি কৰিবলৈ কি যে কৰে সেয়া তেওঁহে জানে। আমাৰ ক্ষুদ্ৰ মগজত, এই ক্ষুদ্ৰ চিন্তাত, সেই অনন্ত বিশ্বকৌশলীৰ বিচিত্ৰ কৌশলৰ অনুমাত্ৰ বুজিবলৈ ক্ষমতা নাই, সাধ্যও নাই"

আকাচে সুধিলে, "আবদুল জব্বাৰে জয়নাবক পৰিত্যাগ কৰা কিমান দিন হ'ল?"

"কেইদিনমান মাত্র।"

"বোধহয়, এতিয়াও এদ্দাৎ ( শাস্ত্রসঙ্গত বৈধব্যব্রত ) সময় উৰ্ত্তীৰ্ণ হোৱা নাই ?"

"প্ৰস্তাব দিয়াততো কোনো বাধা নাই। এদ্দাৎ সময় উৰ্ত্তীৰ্ণ হলেই শুভকাৰ্য্য সম্পন্ন হব।"

"ভাই মোছলেম ! মযো তোমাক মোৰ হৈ উকিল নিযুক্ত কৰিলো। জয়নাবৰ ওচৰত প্ৰথমতে এজিদৰ প্ৰস্তাব, শেষত মোৰ হৈ প্ৰস্তাব দিবা। ৰাজভোগ পৰিত্যাগ কৰি তেওঁ মোৰ প্ৰস্তাব গ্ৰাহ্য কৰিব সেয়া সম্ভব নহলেও তথাপিও নাপাহৰিবা। চোৱা ভাই ! আশাতেই সংসাৰ, আশাতেই সুখ, আশাতেই জীৱন। আশা সকলোৰে আছে। জয়নাব ৰূপ-লাৱণ্যত বিখ্যাত, পুৰুষ মাত্ৰৰেই চকু জয়নাবৰ ৰূপত মোহিত ; স্বভাব, চৰিত্ৰ, নম্ৰতাত জয়নাব সকলোৰে ওচৰত সমাদৃত—সেয়া মই জানো। ছাবা ভাই নাপহৰিবা। মনৰ অধিকাৰী ঈশ্বৰ। তেওঁ যিফালে মন ঢাল খুৱাব, সেইফালেই থাব। সেয়া নিবাৰণ কৰাৰ ক্ষমতা এজিদৰ নাই। অৰ্থৰো নাই। সেই ক্ষমতাতীতৰ ওচৰত কোনো ক্ষমতাৰেই ক্ষমতা নাই। যি নহওঁক, মোৰ ছালাম জয়নাবক জনাবা।"

দুয়োৰে মাজত এনেদৰে কথা বাৰ্ত্তা হৈ পৰস্পৰ অভিবাদন কৰি উভয়ে ভিন্ন পথত গতি কৰিলে। মোছলেম অলপ দূৰ আগবাঢ়ি গৈ দেখিলে, মাননীয় ইমাম হাচান মৃগয়াৰ্থত ওলাইছে। বৰ্ত্তমান ইমাম হাচানে মদিনাৰ সিংহাসনত বহি শাহী মুকুট শিৰত লৈছে। মোছলেমক দেখা পাই তেওঁ আলিঙ্গন কৰিলে। মোছলেমে পদানত হৈ হাচানৰ পদচুম্বন কৰি যোৰহাতে থিয় হ'ল।

শাহাজাদা হাচানে ক'লে, "ভাই মোছলেম ! মোৰ ওচৰত তুমি ইমান বিনয়ী হৈছা কিয় ? কি কবলৈ ইচ্ছা কৰিছা, নিসঙ্কোচে সেয়া প্ৰকাশ কৰা। তুমিতো মোৰ বাল্য বন্ধু।"

মোছলেমে ক'লে, "আপুনি ধৰ্মৰ অৱতাৰ, ঐহিক পাৰত্ৰিক—উভয় ৰাজ্যৰ ৰজা। আপোনাৰ পদাশ্ৰয়তেই সমস্ত মুছলমানৰ পৰিত্ৰাণ, আপোনাৰ পৱিত্ৰ চৰণ যুগল দৰ্শনতেই মহাপুন্য ; আপোনাৰ পদধূলি পাপ-মোচনৰ উপযুক্ত মহৌষধি ; আপোনাক অন্তৰৰ সৈতে ভক্তি কৰিবলৈ কাৰ ইচ্ছা নহয় ? আপোনাৰ পদসেৱা কৰিবলৈ সকলোৱে লালায়িত ? আপোনাৰ উপদেশ শুনিবলৈ সকলো আগ্ৰহান্বিত ? মই দাসানুদাস, আদেশ প্ৰতিপালনতেই সৌভাগ্য।"



"আজি মোৰ চিকাৰ যাত্ৰা সু-যাত্ৰা। আজিৰ প্ৰভাত মোৰ সু-প্ৰভাত। বহুদিনৰ পিছত বাল্যসখাক দেখা পালো। এতিয়া তুমি কলৈ যোৱা ?"

"এজিদৰ পৰিণয়ৰ পয়গাম জয়নাবৰ ওচৰলৈ লৈ গৈ আছোঁ। হজৰত মাবিয়াৰ আদেশ, যিমান সোনকালে পৰা যায়, জয়নাবৰ অভিপ্ৰায় জনাই সংবাদ দিব লাগে।"

"এজিদে যি কৌশলৰে এই ঘটনা সংঘটিত কৰাইছে, সেয়া মই সকলো কথা শুনিছোঁ। অথচ, মাবিয়া যে, এই সকলো ষড়যন্ত্ৰৰ মূল বৃত্তান্ত ঘুণাক্ষাৰেও অবগত নহয়, সেয়াও মই গম পাইছোঁ।"

"আব্দুল্লাহ জয়নাবৰ প্ৰাৰ্থী। তেওঁ আল্লাৰ শপথ কৰি কৈছে,—প্ৰথমতে এজিদৰ প্ৰস্তাব পিচত মোৰ প্ৰস্তাবতো দিবা। এজিদ আৰু আব্দুল্লাহ উভয়ৰে পয়গাম লৈ জয়নাবৰ ওচৰলৈ গৈ আছোঁ। তেওঁ যে কাৰ প্ৰস্তাব গ্ৰহণ কৰিব সেয়া আল্লাহে জানে।"

হাঁহি এটি মাৰি হাচানে ক'লে, "মোছলেম ! আব্দুল্লাহৰ প্ৰস্তাব লৈ যেতিয়া যাব পাৰিছা মোৰ প্ৰস্তাবে বা বাকী থাকে কিয় ? ময়ো উকিল নিযুক্ত কৰিলো। আটাইৰে পিছত মোৰ প্ৰস্তাব দিবা। স্ত্ৰী জাতি প্ৰায়ে ধনৰ লোভত পৰে, আৰু কোনোবা কোনোবা ৰূপৰ প্ৰেমতো পৰে। মোৰ ধনো নাই ৰূপো নাই। এজিদৰতো কথাই নাই। আব্দুল্লাহ যেনে ধনবান তেনে ৰূপবানো। এওঁলোকৰ প্ৰাৰ্থনাই অগ্ৰগণ্য। জয়নাব ৰত্ন এওঁলোকৰ হৃদয় ভাঁড়াৰত থকাৰ উপযুক্ত ধন। সেই ভাণ্ডাৰত যত্ন আৰু আদৰৰ ত্ৰুতি নহয়। তিৰোতা মানুহে প্ৰায়েই বাহ্যিক সুখক যথাৰ্থ সুখ বুলি ভাবে। মোৰ ঘৰত মাত্ৰ পাব সাংসাৰিক সুখ। সেয়াতো তোমাৰ অবিদিত নহয়। যদিও মই

মদিনাৰ সিংহাসনত বহিছোঁ, কবলৈ গলে ভিখাৰী। মোৰ ঘৰত ঈশ্বৰৰ উপসনাৰ বাহিৰে আন কোনো লাহ-বিলাহৰ আশা নাই। বাহ্যিক জগতৰ সুখী হোৱাৰ এনেকুৱা কোনো উপকৰণ নাই যে, জয়নাব সুখী হব পাৰিব। মনত ৰাখিবা ভাই ! তুমি উভতি যোৱাৰ সময়ত জানিব পাৰা যে জয়নাবে আমাৰ ভিতৰত কোনজনৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিছে। উভয়ে পৰস্পৰ অভিবাদন কৰি দুয়ো দুই ফালে গমন কৰিলে।

পথিকে গৈ থাকোতে ভাবিবলৈ ধৰিলে। ঈশ্বৰৰ কি মহিমা। এগৰাকী জয়নাবৰ তিনিজন প্ৰাৰ্থী— এজিদ, আব্বাচ আৰু মাননীয় হাচান। এজিদেতো পূৰ্বতে জয়নাবৰ ৰূপত আত্মসমৰ্পণ কৰিছে। এজিদে যিদিনাখনে জয়নাবক দেখা পাইছিল জয়নাবৰ অজ্ঞাতে যি দিনাখন এজিদৰ দুই নয়নে জয়নাবৰ মুখচন্দ্ৰিমাৰ পৰিমল সুধা পান কৰিছিল, সেই দিনাখনে এজিদে জয়নাবতেই মনঃপ্ৰাণ সমৰ্পণ কৰি জয়নাবৰ ৰূপ-সাগৰত আত্মবিসৰ্জ্জন কৰিছিল। জয়নাব ধ্যান, জয়নাব জ্ঞান। আব্বাচ ইমান ধন-সম্পত্তিৰ গৰাকী, ইমান ৰূপবান পুৰুষ যে জয়নাবৰ নাম শুনিয়ে মন গলি গ'ল। এমাম হাচান—যি গৰাকীৰ পদছায়াতেই আমাৰ মুক্তি, যিজনৰ মাতামহৰ প্ৰসাদ লাভত আমি এই অক্ষয় ধৰ্ম্মৰ সুবিস্তাৰিত পবিত্ৰ পথ দেখি পৰম কাৰুনিক পৰমেশ্বৰক চিনি পাইছিলো, এনেকুৱা মহাপুৰুষো জয়নাবক পোৱাৰ অভিলাষী। আহা ! জয়নাব কেনে ভাগ্যৱতী !" পথিক গৈ থাকোতে এইবোৰ চিন্তা কৰি গৈ আছিল। চিন্তাৰ শেষ নাই, গতিৰো বিৰাম নাই।

## পঞ্চম প্ৰবাহ

পতিবিয়োগত নাৰীজাতিয়ে চাৰি মাহ দহ দিন বৈধব্যব্ৰত পালন কৰিব লাগে। সামান্য বস্ত্ৰ পৰিধান কৰি নিয়মিতভাবে মাটিত শয়ন কৰিব লাগে। আন কোনো প্ৰকাৰৰ সৌন্দৰ্য্য বৃদ্ধি যাতে হয় নেনে-কুৱা সামগ্ৰী বৰ্জ্জিত কৰিব লাগে। জয়নাবৰ বৈধব্যব্ৰত এতিয়াও



শেষ হোৱা নাই। পৰিধানত বেশ। আব্‌ৰুহ্‌ অৰ্থাৎ চক্ষু আৰু কৰ্ণৰ মধ্যস্থিত উভয় পাৰ্শ্বৰ পৰা কপাল আৰু ওঠৰ তলৰ পৰা সমু-দায় স্থানক আব্‌ৰুহ্‌ বুলি কোৱা হয়। এই আব্‌ৰুহ্‌ স্থানত পৰ পুৰুষৰ চক্ষু পৰিলেই শাস্ত্ৰানুসাৰে মহাপাপ। সমুদায় অঙ্গ বস্ত্ৰৰে আবৃত কৰিও যদি উপৰিস্থ স্থানদ্বয় অনাবৃত ৰাখে, সেয়া হলেও তেওঁক উলঙ্গ জ্ঞান কৰিব লাগে। স্থূল কথা, মনিবন্ধৰ পৰা ভৰিৰ গুল্‌ফ পৰ্য্যন্ত আৰু নিৰ্দ্দিষ্ট আব্‌ৰুহ্‌ স্থান বস্ত্ৰাবৃত নাথা-কিলে জাতীয় ধৰ্ম্মানুসাৰে তেওঁক উলঙ্গ জ্ঞান কৰিব লাগে। এনে ধৰণৰ বস্ত্ৰ ব্যৱহাৰ কৰিব নোৱৰা সত্ত্বেও আমাৰ দেশত "জানানা" ৰীতি প্ৰচলিত হৈছে। আৰো কোনো কোনো দেশত শাস্ত্ৰৰ মৰ্য্যদা ৰক্ষা আৰু স্ত্ৰী-স্বাধীনতাত বাধা দিয়া অনুচিত বিবেচনা কৰি "বোৰ্‌কা" অথাৎ শৰীৰাবৰণ বসনৰ সৃষ্টি হৈছে। উক্ত প্ৰদেশ বিলাকত সচৰাচৰ প্ৰকাশ্য স্থানলৈ ওলালে বোৰ্‌কা ব্যৱহৃত হয়। জয়নাবে শাস্ত্ৰসঙ্গত বৈব্য অৱস্থাত শুভ্ৰবেশ পৰিধান কৰি ঈশ্বৰৰ উপসনাত দিবস যামিনী যাপন কৰিছে, হস্তত তচ্‌বীহ্‌ (জপমালা), সংসাৰৰ সকলো কাৰ্য্য পৰিত্যগ কৰি অদৃষ্টৰ লিখন অখণ্ডনীয় বিবেচনাতেই আন্তৰিক দুখ সহ্য কৰি কেবল মাত্ৰ ঈশ্বৰৰ প্ৰতি নিৰ্ভৰ কৰি আছে। ইমান মলিনভাব, অথচ তেওঁৰ স্বাভাবিক সৌন্দৰ্য্য আৰু ৰূপমাধুৰ্য্য মানুহ মাত্ৰেই বিমোহিত।

যথাসময়ত মোছলেম জয়নাবৰ ভবনত উপস্থিত হ'ল। স্বাধীন দেশ, স্বাধীন প্ৰকৃতি, নিজৰ ভাল-বেয়া নিজৰ ওপৰতেই নিৰ্ভৰ কৰে। বিশেষতঃ পূৰ্ণবয়স্ক হলে বিবাহ-বিষয়টি স্বেচ্ছাধীন হয়, নিজৰ বিবেচনাতে সকলো নিৰ্ভৰ কৰে। জয়নাবৰ পিতাৰ উপস্থিতিত আৰু দেশীয় প্ৰথানুসাৰে আৰু শাস্ত্ৰসঙ্গত স্বাধীন ভাবেৰে মোছ-লেমৰ লগত কথা কবলৈ ধৰিলে, তেওঁৰ পিতাকে অদূৰৈত থাকি তেওঁলোকৰ কথোপকথন শুনিব ধৰিলে।

মোছলেমে ক'লে, "ঈশ্বৰৰ ইচ্ছাত পথশ্ৰম দূৰ হৈছে। যি

উদ্দেশ্যত মই দৌত্য-কৰ্ম্মত নিযুক্ত হৈছোঁ, এটা এটাকৈ নিবেদন কৰোঁ, শ্ৰবণ কৰক। আজি পৰ্য্যন্ত যদিও আপোনাৰ বৈধব্যব্ৰত শেষ হোৱা নাই, কিন্তু প্ৰস্তাৱত অধৰ্ম্ম নাই। দামেস্কাধিপতি হজ-মাবিয়াৰ বিষয়ে আপুনি অবিদিত নহয়। সেই দামেস্কাধিপতিৰ একমাত্ৰ পুত্ৰ এজিদৰ বিবাহ-পয়গাম লৈ আপোনাৰ ওচৰত উপস্থিত হৈছোঁ। যিজনে এজিদক স্বামীত্ব বৰণ কৰিব, তেওঁৱেই দামেস্ক ৰাজ্যৰ পাটৰাণী হব। ৰাজভোগত তেওঁৰ সুখৰ সীমা নাথাকে। আৰু এটি কথা— পথত আহোঁতে প্ৰভু মহম্মদৰ প্ৰিয় পাৰিষদ আক্কাচে মোক কৈছিল, তেওঁও প্ৰাৰ্থী। ঈশ্বৰে তেওঁক সৃষ্টি কৰি পুৰুষ জাতিৰ সৌন্দৰ্য্যৰ অতুল আদৰ্শ দেখুৱাইছে। তেওঁও আপোনাৰ অনুগ্ৰহ প্ৰাৰ্থনা কৰে। তাৰোপৰি প্ৰভু মহম্মদৰ কন্যা বিবি ফাতেমাৰ গৰ্ভজাত হজৰত আলীৰ ঔৰসজাত পুত্ৰ মদিনাধিপতি হজৰত হাচানো আপোনাৰ প্ৰাৰ্থী। কিন্তু এজিদৰ দৰে তেওঁৰ ঐশ্চৰ্য্য সম্পদ নাই সৈন্য-সামন্ত নাই, সমুজ্জল ৰাজপ্ৰাসাদো নাই। এজিদৰ লগত কোনো বিষয়তে তুলনা নহয়। তেওঁৰ পৰা ইহকালত সুখ-সম্ভোগৰ কোনো আশা নাই, অথচ সেই হাচান আপোনাৰ প্ৰাৰ্থী। এয়া মোৰ শেষ কথা। বিন্দুমাত্ৰও মই গোপন কৰা নাই— অকণো অত্যুক্তি কৰা নাই। এতিয়া আপোনাৰ যেনেকুৱা অভিৰুচি।"

আদ্যোপান্ত সকলো শ্ৰবণ কৰি জয়নাবে অতি মৃদুস্বৰে সুমধৰ সম্ভাষণেৰে ক'লে, "আজি পৰ্য্যন্ত মোৰ বৈধব্যব্ৰত শেষ হোৱা নাই। ব্ৰতাবসানে অৱশ্যে মই স্বামী গ্ৰহণ কৰিম। কিন্তু এনে অৱস্থাত সেই বিষয়ে আলোচনা কৰিলে মোৰ মনত মহা কষ্টৰ উদ্ৰেক হব। কি কৰিম, পিতাৰ অনুৰোধ আৰু আপোনাৰ প্ৰস্তাৱত অগত্যা মনৰ কথা প্ৰকাশ কৰিব লগা হ'ল। ঈশ্বৰে যি উদ্দেশ্য মোক সৃষ্টি কৰিছে, সেই উদ্দেশ্যৰ গুহ্য কাৰণ মাত্ৰ তেওঁৱেই জানে। মই তেওঁৰ যি উদ্দেশ্যৰ সিদ্ধিৰ উপকৰণ, সেয়া মোৰ জনাৰ বা বুজাৰ ক্ষমতা নাই। মই ক্ষুদ্ৰ জীৱ, মই কিয়—বহুতে নিজ নিজ মূল্যৰ



পৰিমাণ বুজিবলৈ অক্ষম। দয়াময় ঈশ্বৰে মোক যি উদ্দেশ্যৰে সৃষ্টি কৰিছে যেনে ধৰণৰ জীৱনযাত্ৰা নিৰ্ব্বাহ কৰিবলৈ নিয়োজিত কৰিছে বিধাতাই অদৃষ্টত যি লিখিছে, সেয়া অখণ্ডনীয় আৰু অনিবাৰ্য্য। গতিকে সকলো অৱস্থাতেই সেই সৰ্ব্বশক্তিমান ঈশ্বৰৰ নিয়োজিত কাৰ্য্যত কৃতজ্ঞতা স্বীকাৰ কৰি তাতেই পৰিতৃপ্ত থকা কৰ্ত্তব্য। জীৱন কিমান দিনৰ ? জীৱনৰ আশা কি ? এই চকু মুদিলে সকলো আশা-ভৰষা শেষ হৈ যাব। কেইদিনমানৰ কাৰণে দুৰাশাৰ বশবৰ্ত্তী অমূলক উচ্চ-আশাত লালায়িত হোৱাৰ ফল কি ? ধন-সম্পত্তি, ৰাজ্য নাইবা এপৰ মই প্ৰত্যাশী নহয়। ডাঙৰ মানুহৰ মন ডাঙৰ, আশাও বেছি। তেওঁলোকৰ সকলো কামেই আড়ম্বৰবিশিষ্ট, অথচ একোৱে নহয়। বিশ্বাসৰ ভাগ অতি কম। স্থূল কথা—বিষয়বিভৱ, ৰাজপ্ৰাসাদ আৰু ৰাজভোগৰ লোভী মই নহয়। এই জীৱনত সেই লোভ কেতিয়াও নহল। মনৰ কথা অকপটে আজি আপোনাৰ ওচৰত প্ৰকাশ কৰিলো।

মোছলেমে ক'লে, "আপোনাৰ মনৰ ভাব স্পষ্টকৈ বুজিব নোৱাৰিলোঁ।

"স্পষ্টকৈ কোৱাৰ কি থাকিব পাৰে। যিজন ঐহিক পাৰত্ৰিক উভয় ৰাজ্যৰ ৰজা, তেওঁ যেতিয়া মোক দাসী হিচাবে গ্ৰহণ কৰিব খুজিছে, তেতিয়া মোৰ দৰে সৌভাগ্যৱতী ৰমণী অতি কমেই দেখিবলৈ পাব। আৰু এয়া কোনে নাজানে যে, তেওঁৰ মাতামহৰ নিমিত্তেই জগতৰ সৃষ্টি ; আদিপুৰুষ হজৰত আদম জ্ঞানপ্ৰাপ্ত হৈ ঈশ্বৰৰ ওচৰত কৃতজ্ঞতাসূচক সাষ্টাঙ্গে প্ৰণিপাত কৰি মস্তক উত্তোলন কৰি সেই দয়াময়ৰ আসনৰ শিৰোভাগত যিজনৰ নাম প্ৰথমতেই দেখিছিল, সেয়া সেই প্ৰভু হজৰত মহম্মদৰ্ দৌহিত্ৰ। তেওঁৱেই যেতিয়া জয়নাবক বিচাৰিছে, তেতিয়া জয়নাবৰ স্বৰ্গসুখ ইহকালতেই সমাগত। পাপীৰ পাপৰ প্ৰায়শ্চিত্ত ক'ত নাই ? কিন্তু সাধুপুৰুষৰ পদাশ্ৰিত হব পাৰিলে পৰকালৰ মুক্তি পথৰ পাপকণ্টক বিদূৰিত হৈ স্বৰ্গৰ দ্বাৰ পৰিষ্কাৰ থাকিব। তেওঁলোকে যিজনৰ প্ৰতি এবাৰ

সস্নেহ নয়নেৰে দৃষ্টিপাত কৰিব, সেই ব্যক্তি নৰকাগ্নিৰ পৰা মুক্ত হৈ প্ৰধান স্বৰ্গ জান্নাতলৈ যাব। আৰু কি কম, মোৰ বৈধব্যব্ৰত পূৰ্ণ হলেই প্ৰভু হাচানে যি সময়তে মোক দাসীত্ব হিছাবে গ্ৰহণ কৰিব, সেই সময়তে মনৰ আনন্দতে সেই পবিত্ৰ চৰণত আত্মসমৰ্পণ কৰিম। আন কোনো প্ৰাৰ্থীৰ কথা পুনৰ মনলৈ নাহে।"

মোছলেমে ক'লে, "জয়নাব! আপুনি এই জগতত পবিত্ৰ কীৰ্ত্তি স্থাপন কৰিলা। জগৎ বিলয় পৰ্য্যন্ত আপোনাৰ এই অক্ষয় কীৰ্ত্তি সকলোৰে অন্তৰত দেদীপ্যমান হৈ থাকিব। ধনসম্পত্তি সুখবিলাস নিবিছিৰালালে। ৰূপতো ভোল নগল, কেৱল মাত্ৰ অনন্তধামত অনন্ত সুখৰ প্ৰত্যাশাতেই দৃঢ় পণ কৰি পাৰ্থিব সুখক তুচ্ছ জ্ঞান কৰিলো। মই আপোনাক সহস্ৰবাৰ অভিবাদন কৰো। মোৰ পুনৰ কবলগীয়া একো কথা নাই। মই এতিয়া বিদায় মাগিলো।"

মোছলেমে বিদায় ললে। যথাসময়ত প্ৰথমতে এমাম হাচান পিচত আব্বাচৰ ওচৰত সকলো বৃত্তান্ত জ্ঞাপন কৰি, অপূৰ্ব্ব চিন্তাত নিমগ্ন হৈ, তেওঁ দামেস্কাভিমুখে যাত্ৰা কৰিলে।

## ষষ্ঠ প্ৰবাহ

মোছলেমক জয়নাবৰ ওচৰলৈ পঠিয়াই এজিদে দিন গণনা কৰিবলৈ ধৰিলে। তেওঁৰ গণনা-অনুসাৰে মোছলেমৰ প্ৰত্যাগমন সম্ভব সেয়া পাৰ হৈ গৈছে। এজিদ অধৰ্য্য হৈ পৰিছে। তেওঁৰ যেন দিন নেযায় ৰাতি নুপুৱায়। কাৰণ প্ৰণয়াকাঙ্খীৰ প্ৰাণ আকাঙ্খিত প্ৰণয়ৰত্ন লাভৰ সুসংবাদ শুনিবলৈ অমূল্য সময়ক যিমান সোনকালে পৰা যায় দূৰ কৰি এদিনতে দুই তিনি বাৰ সূৰ্য্যক উদয়-অস্ত কৰিবলৈ ইচ্ছা হয়। আকৌ সুখৰ সময়ৰ দীৰ্ঘতাৰ কাৰণে বহুতে বহু সময়ত লালায়িত হয়। চিৰকাল প্ৰসিদ্ধ আছে যে সুখসূৰ্য্য সোনকালে অস্তমিত হয়, সুখৰ নিশাই সোনকালে উষাক আমন্ত্ৰণ কৰি প্ৰভাতক আনয়ন কৰে। সুখী, দুখী পৰস্পৰ সকলোৰেই আক্ষেপ আৰু সকলোৰে দুখ। কিন্তু স্বভাবে



কাৰো কথালৈ কৰ্ণপাত নকৰে। প্ৰণয়ীৰ অথবা প্ৰণয়ৰ প্ৰতি উভতিকে নাচায়। সময় নিয়মমতে গৈ থাকে। এজিদৰ মনত কিমান কথা জমা হৈছে? কথা কবলৈ মাত্ৰ এজন আছে সেয়া মাৰৱান। বৰ্ত্তমান মাৰৱান উপস্থিত নাই। গতিকে নানান চিন্তাত তেওঁ চিন্তিত।

মাবিয়া পীড়িত! তেওঁৰ ব্যাধি সাংঘাতিক, জীয়াই থকাৰ আশা অতি কম। এজিদৰ সেইফালে দৃষ্টি নাই, পিতাৰ সেৱা-শুশ্ৰূষাতো মন-কান নাই। প্ৰস্ফুটিত গোলাপদল-বিনন্দিত জয়নাবৰ সুকোমল বদনমণ্ডলৰ আভা, সেই আয়তলোচনাৰ নয়নভঙ্গীৰ সুদৃশ্য দৃশ্য—দিনে নিশাই তেওঁৰ অন্তৰপটত অঁকা। জয়নাবৰ ভ্ৰূ যুগলৰ অগ্ৰভাগ, যিয়ে সুতীক্ষ্ণ বাণৰ দৰে তেওঁৰ অন্তৰ ভেদ কৰি অন্তৰত আছে দিনে নিশাই তেওঁ সেই বিষতেই বিষম কাতৰ। সেই নাসিকাৰ সৰল ভঙ্গিমাত সৰ্ব্বদাই আকুল। সেই ঈষৎ লোহিত অধৰোষ্ঠ পুনঃ পুনঃ চোৱাৰ আশা অতি বলৱতী। সামান্য অলঙ্কাৰ, যি জয়নাবৰ কৰ্ণত দোলখাই থকা দেখিছিল। সেই দোলখোৱাই তেওঁৰ মস্তক আজি পৰ্য্যন্ত অবিশ্ৰান্তভাবে দোলখাই আছে। সেই হাঁহিৰে পৰিপূৰ্ণ মুখখনৰ হাঁহিৰ আভা, জয়নাবৰ অজ্ঞাতে এবাৰ তেওঁ দেখিছিল। সেই হাঁহি আজিও তেওঁ একমুহূৰ্ত্তৰ কাৰণে হলেও পাহৰা নাই।

মোছলেম আহি পালেই, তেওঁ জয়নাবৰ কথা শুনিব। কিমান আগ্ৰহেৰে জয়নাবে তেওঁৰ প্ৰস্তাবত সন্মত হৈছে সেই কথা অন্ততঃ দুই তিনিবাৰ মোছলেমৰ মুখৰ পৰা শুনিব। কেনেকৈ কৈছিল সেই কথা মোছলেমক আদিৰ পৰা অন্তলৈকে সুধিব। প্ৰথম মিলনৰ ৰাতি জয়নাবক কি বুলি সম্বোধন কৰিব, সেয়া আজিলৈকে ঠিক কৰিব পৰা নাই। চালেহাৰ বিবাহৰ আদি অন্ত ঘটনা আৰু তেওঁৰ যে কোনো ভগ্নীয়েই নাই, অথচ চালেহা নাম—এই ষড়যন্ত্ৰ যে কেৱল জয়নাব লাভৰ কাৰণে হৈছিল, সেয়া অকপটে স্বীকাৰ কৰিব

নে নাই সেয়াও আজি পর্য্যন্ত স্থির কৰিব পৰা নাই। এইবোৰ চিন্তা তাৰোপৰি মোছলেমৰ প্ৰত্যাগমনৰ পলম হোৱাত তেওঁ অস্থিৰ হৈ পৰিছিল।

যি কোনো সময়তে যি কোনো স্থানতে মাৰৱান এজিদৰ ওচৰলৈ যোৱাৰ কাৰণে কোনো অনুমতিৰ দৰকাৰ নাছিল। মাৰৱান কোঠাৰ ভিতৰলৈ সোমাই আহি অভিবাদন জনাই সন্মুখত ঠিয় হ'ল। এজিদক অস্থিৰ দেখি চিন্তিতভাৱে ক'লে, "যেতিয়া কোনো পথ নাছিল, তেতিয়াহে চিন্তাৰ কথা আছিল, এতিয়াতো হস্তগত হোৱাৰ সম্ভাবনা; এতিয়া চিন্তা কি কাৰণে? কওঁকছোন, জগতত সুখী হবলৈ কোনে নিবিছাৰে? আকৌ সেই সুখ সামান্য নহয়, একেবাৰে সীমাৰ বাহিৰত। অৱস্থাৰ উচ্চ পৰিবৰ্ত্তন হলেই মানুহ মহাসুখী হয়, এয়াতো পৰিবৰ্ত্তন নহয়, একেবাৰে পাটৰাণী। বিশেষকৈ, স্ত্ৰীজাতি বাহ্যিক সুখপ্ৰিয়। আপুনি কোনো সন্দেহ মনলৈ নানিব। নিশ্চয়কৈ জানিব, জয়নাব কেতিয়াও অসন্মত নহয়। মই স্পষ্টকৈ কব পাৰো জয়নাব আপোনাৰ হবই।"

এজিদে ক'লে, "সন্দিহান মনৰ সন্দেহ বহুতো। আটাইবোৰে যে সন্দেহ, সেয়া নহয়। মই সেয়া ভবা নাই। জয়নাবৰ বৈধব্যব্ৰত শেষ হবলৈ এতিয়াও বহু সময় আছে।"

"সেয়া আৰু কিমান দিন? সময় গৈ আছে, উভতি অহা নাই, একে ভাৱেও থকা নাই। সময়ৰ গতিৰ বিশ্ৰাম নাই, ক্লান্তি নাই, শ্ৰান্তি নাই। যাবই, বৈধব্যব্ৰত শেষ হবই।"

এজিদ সকলো সময়তে সন্ত্ৰস্ত। কোনো শব্দ কৰ্ণত প্ৰবেশ কৰিলেই এজিদৰ মন কঁপি উঠে। কাৰণ অন্য নহয়, মোছলেমৰ আগমণৰ সম্ভাবনা। এনেতে মাতৃৰ প্ৰধান পৰিচাৰিকা আথে-বেথে সোমাই আহি ক'লে, "সোনকালে আহক, মহাৰাজে আপোনাক মাতিছে।"

এজিদ যেনেকৈ আছিল তেনেকৈ পিতাকৰ ওচৰলৈ গ'ল।



যোৱাৰ আগতে মাৰৱানক ক'লে, "তুমি অপেক্ষা কৰা মই এতিয়াই আহিছোঁ।"

মাবিয়া পীড়িত, শয্যাত শুই আছে। এজিদৰ মাতৃ কাষৰ আন এখন শয্যাত বিষণ্ণ বদনে বহি চাই আছে। মাবিয়াই মৃদুস্বৰে সুধিলে, "মোছলেম উভটি আহিছে। (এজিদে চাৰিওফালে দৃষ্টিপাত কৰি কাকো দেখা নাপালে)। জয়নাবৰ বুদ্ধিক মই ধন্যবাদ দিছোঁ। ইমান কম বয়সত ইমান ধৈৰ্য্যগুণ। এনেকুৱা ধৰ্ম্মপৰায়ণা সতী সাধ্বীৰ নাম মই আগতে শুনা নাছিলো। জয়নাবৰ প্ৰত্যেক কথাতে মন মুহি যায়। ঈশ্বৰে তেওঁক যেনে সুশ্ৰী কৰিছে, তেনে বুদ্ধিমতী কৰি দ্বিগুণ ৰূপ বঢ়াই দিছে। আহা! তেওঁৰ ধৰ্ম্মৰ থকা মতি, ঈশ্বৰৰ প্ৰতি অচলা ভক্তি আৰু ধৰ্ম্মনীতিৰ সুনীতি কথা শুনিলে তেওঁক কোনে ভাল নাপাব? আবদুল জব্বাৰে সেই নিৰপৰাধ অবলা সতীৰ মনত যি দুখ দিছিল, ইয়াৰ প্ৰতিফল অৱশ্যে পাব।

এজিদে আচল কথা বুজিব পৰা নাই। সুধিবলৈও সাহস কৰা নাই। মাত্ৰ মনৰ ভিতৰত মনৰ ভাৱে তোলপাৰ লগাইছে। কি সুধিব, সেয়া হঠাতে স্থিৰ কৰিব পৰা নাই। কিন্তু মনে মনে স্থিৰ কৰিলে,—ইমান প্ৰশংসা কেৱল মাত্ৰ মোৰ শিক্ষাৰ কাৰণে। ইয়াৰ অৰ্থ হয়তো এয়া যে, মই যেন তেওঁক বিশেষ যত্ন কৰি ৰাখো। এনেকৈ চিন্তা কৰি আগ্ৰহৰে পিতাকৰ কথা শুনিবলৈ ধৰিলে।

এজিদৰ মাতৃয়ে ক'লে, "ধৰ্ম্মত মতি বহুতৰেই আছে, সুশ্ৰীও বহুতো আছে।"

মাবিয়াই ক'লে, "বহুতো আছে, তথাপিও এনেকুৱা নহয়। মহৎগুণৰ পৰিচয়তো পোৱা গ'ল। জয়নাব—ৰূপ, ধন, সম্পত্তিৰ প্ৰত্যাশী নহয়; ৰাজৰাণী হবলৈও আশা নাই। যিজনৰ পদাশ্ৰয় গ্ৰহণ কৰিলে পৰকালত মুক্তি পাব, তেওঁৰেই পয়গাম কবুল কৰিছে।"

এজিদে সুধিলে, "কাৰ পদাশ্ৰয় গ্ৰহণ কৰিলে পৰকালত মুক্তি হয়? সেই ব্যক্তি কোন?"

মাবিয়াই ক'লে "তেওঁ প্ৰভু মহম্মদৰ দৌহিত্ৰ, মাননীয় হজৰত আলীৰ পুত্ৰ হাচান। তুমি যিজনৰ নাম শুনিলে কষ্ট পোৱা, জয়নাবে সেই মহাত্মাৰ গুণ-ৰাজিৰ কথা শুনি তেওঁৰ পয়গাম সন্তোষমনে স্বীকাৰ কৰিছে। চোৱা এজিদ! তুমি হাচানৰ প্ৰতি থকা ক্ৰোধ এৰি পেলোৱা। মনৰ পৰা সকলো পাপ দূৰ কৰা। সত্যপথ অবলম্বন কৰা। পিতৃক ধৰ্ম্ম ৰক্ষা কৰা। পৰকালৰ সুগম্য পথৰ দুৰহ কণ্টক সত্যধৰ্ম্মৰ জ্যোতিঃপ্ৰবাহত বিনষ্ট কৰি স্বৰ্গৰ দ্বাৰ আবিষ্কাৰ কৰা তাৰ লগতে ন্যায়পথত থাকি এই সামান্য ৰাজ্য ৰক্ষা কৰা। মই আৰু কেইদিন জীয়াই থাকিম? মই যেনেকৈ এমাম হাচান হোচেনৰ আনুগত্য আৰু দাসত্ব স্বীকাৰ কৰিলো, তুমি তাতোকৈ চাৰিগুণ কৰিবা। তেওঁলোক তোমাতকৈ সকলো ফালেই শ্ৰেষ্ঠ।"

এজিদৰ মুখৰ কথা ফুটিল, বাকশক্তিৰ জড়তা আতৰিল। পিতৃবাক্য উলঙ্ঘা কৰি, কবলৈ ধৰিলে "মই দামেস্কৰ ৰাজপুত্ৰ। আমাৰ ৰাজকোষ সকলো সময়তে পৰিপূৰ্ণ। মই সৈন্য-সামন্তৰে বলীয়ান। আমাৰ সুৰম্য অত্যুচ্চ প্ৰাসাদ এই দেশত অদ্বিতীয়। মই সকলো বিষয়তে পৰিপুৰ্ণ আৰু অভাবশূন্য। মই যিজনৰ কাৰণে প্ৰাণ পৰ্য্যন্ত ত্যাগ কৰিবলৈ প্ৰস্তুত মই যিজনৰ কাৰণে ৰাজসুখ তুচ্ছ কৰি এই কিশোৰ বয়সত জীৱন পৰ্য্যন্ত বিসৰ্জ্জন দিবলৈ অগ্ৰগামী, যিজনৰ কাৰণে ইমান দিন কষ্ট সহ্য কৰিলো, সেই জয়নাবক হাচানে বিবাহ কৰিব? এজিদে কেতিয়াও সেয়া সহ্য নকৰে। যি হাচানৰ এক সন্ধ্যা আহাৰৰ সংস্থান নাই, উপবাস যি বংশৰ চিৰপ্ৰথা, এটি প্ৰদীপ জ্বলাই ৰাতিৰ অন্ধকাৰ দূৰ কৰাৰ যাৰ প্ৰায় ক্ষমতা নাই, সেই হাচানক এজিদে মান্য কৰি চলিব? মান্য কৰা দূৰৈত যাওঁক জয়নাব লাভৰ প্ৰতিশোধ আৰু যথোচিত শাস্তি তেওঁলোকক এজিদে দিব। মোৰ মনত যি দুখ দিছে, মই তাতোকৈ শতগুণ দুখ তেওঁলোকৰ মনত দিম। এতিয়াই হওক বা দুদিন পিছতেই হওক, এজিদ জীয়াই থাকিলে তাৰ অন্যথা নহয়; এয়া এজিদৰ প্ৰতিজ্ঞা।"



মাবিয়া অতি কষ্টেৰে শয্যাৰ পৰা উঠি চিঞৰি কবলৈ ধৰিলে "হেৰ নৰাধম! কি কলি? কি কথা আজি মুখত উচ্চাৰণ কৰিলি? হায়, হায়! নূৰনবী মহম্মদৰ কথা আজি ফলিয়ালে। তেওঁৰ ভবিষ্যদ্বানী আজি সফল হ'ল। হেৰ পাপাত্মা! তই কৰ ৰজা? তই কোন ৰজাৰ পুত্ৰ? তোৰ কিহৰ ৰাজ্য? তইতো আজি প্ৰধান জাহান্নমী (নাৰকী) হলি। লগতে মোকো সঙ্গী কৰিলি। তোক কোনে সেইদিনাখন ৰক্ষা কৰিলে? হায়! হায়! মই তোৰ পাপমুখ দেখিয়েই হাতৰ অস্ত্ৰ হাততেই ৰাখিছিলো। তাৰ ফল আজি হাতে হাতে পালো। হেৰ বিধৰ্ম্মী এজিদ। তোৰ পিতা যি সবলৰ দাসানুদাস তই কোন মুখেৰে তেওঁলোকৰ প্ৰতি এনেকুৱা অকথ্য কথা ওলাল? তোৰ নিস্তাৰ কোনো লোকতেই নাই—ইহলোকতো নাই পৰলোকতো নাই। তই জাঁন, এই ৰাজ্য তোৰ পিতাৰ নহয়। সেই হাচানৰ পিতা আলীয়ে অনুগ্ৰহ কৰি—ভৃত্যৰ কাৰ্য্যত সন্তুষ্ট হৈ প্ৰভুয়ে যেনেকৈ কিছু দান কৰে, সেইদৰে তোৰ পিতাৰে কেৱলমাত্ৰ ভোগৰ কাৰণে এই ৰাজ্য দান কৰি গৈছিল। তই কোন মুখেৰে এনেকুৱা টান কথা তেওঁলোকৰ প্ৰতি ব্যৱহাৰ কৰিলি? মোৰ সন্মুখৰ পৰা আতৰ হ। তোৰ এই পাপ মুখ মই পুনৰ চাব খোজা নাই। পুনৰ নাচাওঁ। তই দূৰ হ।"

এজিদ ম্লানমুখে উঠি গ'ল। এজিদৰ মাতৃয়ে নানাভাবে শান্ত্বনা দি মাবিয়াক বুজাবলৈ চেষ্টা কৰিলে, "আপুনি স্থিৰ হওঁক। নহলে আপুনি বেছি কষ্ট পাব। আপুনি যিমানেই উত্তেজিত হব, সিমানেই আপোনাৰ কষ্ট হব।"

মাবিয়াই ক'লে, "কষ্ট বৃদ্ধি হওঁক, মোৰ প্ৰাণ ওলাই যাওক, আজি যি কথা শুনিলো, পুনৰ একমুহূৰ্ত্তও জীয়াই থাকিব খোজা নাই।" মাবিয়াই দীৰ্ঘনিশ্বাস পেলাই দুই হাত দাঙি কান্দি কান্দি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিবলৈ ধৰিলে, "হে কৰুণাময়! তুমি সৰ্ব্বশক্তিমান। মোক উদ্ধাৰ কৰা। মই যেন পুনৰ এজিদৰ পাপ-মুখ দেখিবলৈ নাপাও। এজিদৰ কথা যেন পুনৰ শুনিবলৈ নাপাও।

এজিদৰ কথা যেন পুনৰ শুনিবলৈ নাপাও। এজিদে আজি মোৰ অন্তৰত যি আঘাত দিলে, মোৰ জীয়াই থকাৰ ইচ্ছা নাইকীয়া হৈছে। অতি সোনকালে এই পাপপুৰীৰ পৰা উদ্ধাৰ কৰি নিয়া।” হজৰত যাবিয়াই ঈশ্বৰৰ উদ্দেশ্য কাতৰ উক্তি কৰি বিচনাত পুনৰ শুই পৰিব।

## সপ্তম প্ৰবাহ

সময় গৈ আছে। ক্ৰমে দিনৰ পিছত দিন, মাহৰ পিছত মাহ, বছৰৰ পিছত বছৰ পাৰ হৈ গৈ আছে। জয়নাবৰ বৈধব্যব্ৰত শেষ হোৱাৰ পিছত স্বয়ং হাচানে জয়নাবৰ ভৱনলৈ গৈ তেওঁক বিয়া কৰাই আনিলে। প্ৰথমা স্ত্ৰী হাচেনাবানু, দ্বিতীয়া জায়দা, তৃতীয়া জয়নাব। হাচেনাবানু প্ৰথমা স্ত্ৰী, তদগৰ্ভজাত একমাত্ৰ পুত্ৰ আবুল্বল কাছেম পূৰ্ণবয়স্ক, সৰ্বগুণে গুণান্বিত, এই পৰ্যন্ত পৰিণয়সূত্ৰত আবদ্ধ হোৱা নাই। পুণ্যভূমি মদিনা অতি পবিত্ৰস্থান। মানুহমাত্ৰেই ঈশ্বৰভক্ত, পাপশূণ্য চৰিত্ৰ। কাছেম পবিত্ৰ বংশত জন্মিছে, তেওঁৰ আপদমস্তক পবিত্ৰ। অস্ত্ৰবিদ্যাতো তেওঁ বিশাৰদ। এই অমিততেজা মহাবীৰ কাছেমৰ কীৰ্ত্তি বিষাদ-সিন্ধুৰ এটি প্ৰবল-তৰঙ্গ। পাঠকসকলৰ আগতেই কিঞ্চিৎ পৰিচয় দি থলো। জায়দাৰ সন্তান-সন্ততি নাই। এক ব্যক্তিৰ দুটি প্ৰাৰ্থী হলে মহা গোলমাল উপস্থিত হয়। সপত্নীবাদ ক'ত নাই? হাচেনাবানু হাচানৰ প্ৰধান স্ত্ৰী, সকলোৰে মাননীয়া। তেওঁৰ প্ৰতি জায়দাৰ আন্তৰিক বিদ্বেষ ভাব থাকিলেও তেওঁ সেয়া কাৰ্য্যত পৰিণত কৰিব পৰা নাছিল। কিন্তু জয়নাবৰ প্ৰতি তেওঁৰ সমভাব আৰম্ভ হ'ল। জায়দাই ভাবিছিল, হাচান তেওঁৰ প্ৰতি অনুৰক্ত, পূৰ্ব্বতে যি হবৰ হৈছিল, কিন্তু জায়দা থকাত তেওঁ পুনৰ দাৰপৰিগ্ৰহ নকৰে। এতিয়া দেখিলে তেওঁৰ বিশ্বাস ভুল। এতিয়া বুজিব পাৰিলে হাচানৰ ভালপোৱা আন্তৰিক নহয়; আন্তৰিক হোৱাহেঁতেন এনেকুৱা নহলহেঁতেন। এটি মন ভিন ভিন কৈ তিনি ভাগত বিভক্ত কৰিব নোৱাৰে। তেওঁ যেনপূৰ্ব্বৰ বহুতো



পৰিবৰ্ত্তন দেখিবলৈ পালে। হাচানৰ কথা কাৰ্য্যত ভালপোৱাৰ কোনো ত্ৰুটি নাপালে। তথাপিও পূৰ্ব্বভাব পূৰ্ব্ব প্ৰণয়, পূৰ্ব্বৰ ভাল পোৱাৰ মাজত কিবা যেন নাই। সেই গৃহ, সেই স্বামী, সেই হাচান, সেই জায়দা সকলো আছে, অথচ ইয়াৰ মাজত কিবা যেন অভাব হৈছে। জায়দাই ভাবিবলৈ ধৰিলে, এই দোষ জয়নাবৰ। জয়নাবক তেওঁ যি, এই দোষত সাব্যস্ত কৰিলে সেয়া জীবন-শেষ পৰ্য্যন্ত কৰিলে। সেই দোষ ক্ৰমান্বয়ে অন্তৰত বদ্ধমূল হৈ শত্ৰুভাবে লবলৈ ধৰিলে। জয়নাব তেওঁৰ দুই চকুৰ বিষ। জয়নাবক দেখিলেই তেওঁৰ অন্তৰত জুই জ্বলি উঠে। হাচেনাবানুৰ ভয়ত যি জুই ঢাক খাই আছিল, ক্ৰমে ক্ৰমে জয়নাবৰ ৰূপৰাশিৰ জ্যোতিঃতেজত উত্তেজিত হৈ সেই জুই জ্বলি উঠিল। হাচেনাবানুই গম পালে যে জায়দাই জয়নাবৰ নাম শুনিব নোৱাৰে। হাচেনাবানুই কাকো একো নকলে, কিন্তু জয়নাবক তেওঁ মনে মনে ভাল পাইছিল।

হাচানে জায়দাক ভাল পাইছিল, তেওঁৰ প্ৰতি যত্নও আছিল। এতিয়াও তাৰ ব্যতিক্ৰম হোৱা নাই। তথাপিও জায়দাৰ মনত কিয় যে উদাসভাবৰ উদয় হৈছিল, সেয়া তেওঁহে জানে, আনে গম পোৱাৰ শক্তি নাই।

এক অন্তৰত দুই মূৰ্ত্তি-স্থাপন হোৱা অসম্ভব। ইয়াৰ পিছত তিনিটা যে কেনে প্ৰকাৰ সঙ্কুলন হল, সমভাবে সমশ্ৰেণীত স্থান পালে, সেয়া আমাৰ মগজলৈ নাহিল। গতিকে পাঠকসকলক বুজাব নোৱাৰিলো। আমাৰ ক্ষুদ্ৰ বুদ্ধিৰ ক্ষমতা ক'ত? বুদ্ধিয়েই বা কিমানখিনি যে সেই মহাপুৰুষৰ কীৰ্ত্তিকলাপত বুদ্ধি চালনা কৰো? মনৰ কথা মনতে থাকিল। প্ৰকাশ্যে হাচানে স্ত্ৰী-এয়ৰ মাজত যে, কিছু ইতৰ বিশেষ জ্ঞান কৰিছিল, সেয়া কোনোৱে তেতিয়াও গম পোৱা নাছিল। তিনিও গৰাকী স্ত্ৰীক সমভাবে চাইছিল। কিন্তু সেই সমান ভালপোৱাৰ লগে লগে হাচেনাবানুক অপেক্ষাকৃত অধিক মান্য কৰিছিল। জয়নাব সকলোতকৈ সুশ্ৰী, স্বভাবতঃ তেওঁক যে বেছি আদৰ যত্ন কৰে, জায়দাৰ মনত এয়া বদ্ধমূল হৈ

পৰিছিল। প্ৰকাশ্যে কোনো বিষয়ে বেছি ভালপোৱাৰ নিদৰ্শন জায়দাই কেতিয়াও দেখা নাছিল তথাপিও তেওঁৰ মনৰ সন্দেহ ভাব নাতৰিল। তথাপিও জয়নাব তেওঁৰ পৰম শত্ৰু, চকুৰ শূল, সুখ-পথৰ প্ৰধান কণ্টক।

এমাম হাচানে ধৰ্ম্মশাস্ত্ৰৰ বিধি উলঙ্ঘন কৰি জয়নাবক বিবাহ কৰা নাছিল। ইচ্ছা থাকিলে এতিয়াও চতুৰ্থ সংখ্যা পূৰ্ণ কৰিব পাৰে। ভালপোৱা বিষয়ত কোনো স্ত্ৰীয়ে তেওঁক নিন্দা কৰিব নোৱাৰে। তেনেহলে জায়দা ইমান বিষাদনী হ'ল কিয়? কিয়বা জয়নাবক দুই চকুৰে দেখিব নোৱাৰে? বোধহয় জায়দাই ভাবিছিল, যদি এগৰাকী স্ত্ৰীৰ তিনিজন স্বামী থাকিলহেঁতেন সেই স্ত্ৰী গৰাকী যেনে ভাবে সুখী হয়, তিনিগৰাকীৰ এক স্বামীয়ো বোধহয় তেনেভাবে সুখভোগ কৰে। কিন্তু সেই স্বামীত্ৰয়ৰ মাজত যদি কোনো বিষয়ে অসুবিধা, কোনো কাৰণে হিংসা, দ্বেষ, ঈৰ্ষাৰ প্ৰাদুৰ্ভাব ঘটি আত্মকলহ উপস্থিত হয়? এজনৰ অনিষ্ট চিন্তাত দ্বিতীয় যদি যত্নবান হয়, তৃতীয় কাৰবাৰ পক্ষ লয়, নতুবা উভয়কে শত্ৰু ভাবি শত্ৰু বিনাশত কৃতসঙ্কল্প হয়, তেনেহলে আমি তেনেকুৱা নকৰিম কিয়? মোৰোতো তেজ-মঙহৰ শৰীৰ, মোৰো আছে ভোক, পিয়াহ, মাংসপেশী, ধমনী, হৃদয়, অস্থি, চৰ্ম্ম আৰু ইচ্ছা। (সকলো আছে,) তেনেহলে মনোভাবৰ বিপৰ্য্যয় হব কিয়? এক উপকৰণেৰে গঠিত শৰীৰত স্বাভাবিক নিয়ম লঙ্ঘন অথবা ভিন্ন ভাব হোৱা অসম্ভব। জগতত শত্ৰু তিনি প্ৰকাৰৰ— প্ৰথম প্ৰকৃত শত্ৰু, দ্বিতীয় বন্ধু, তৃতীয় মিত্ৰৰ শত্ৰু। সূত্ৰ অনুসাৰে মৈত্ৰীবন্ধনৰ পৰা যেন হাচান লাহে লাহে আতৰি গৈছে।

স্বামীৰ নিৰপেক্ষ ভালপোৱা জায়দাৰ ভাল নলগা হ'ল। মনৰ কথা মণতে ৰ'ল। কোনো দিন, কোনো প্ৰকাৰে, কোনো কথাত, কোনো কথাৰ প্ৰসঙ্গত সেই কথা মুখলৈ অনা দূৰৈত থাওঁক, কণ্ঠলৈকে নানিলে। স্ত্ৰী মানুহৰ স্বভাবতে কথা মনত ৰাখিব পাৰে। যদি কোনো তিৰোতা মানুহৰ মনৰ দুৱাৰ খুলি চোৱা যায়, তেনে-



হলে বহুতো বিষয়ত শিক্ষা পোৱা যাব আৰু মনৰ অন্ধকাৰ প্ৰায় আতোৰাই দিব পৰা যায়। সেই মনত নথকা বস্তু নাই, সেই হৃদয় ভাণ্ডাৰত নোহোৱা কোনো পদাৰ্থ নাই। জয়নাবে হাচেনাবানুক মনৰ পৰাই ভক্তি কৰে। জায়দাক ডাঙৰ ভনীয়েকৰ দৰে মাণ্য কৰে। কিছুদিন এনেকৈ যাবলৈ ধৰিলে। কোনো কালেই কোনো প্ৰকাৰ মানুহৰ অভাব নহয়। এজিদৰ চক্ৰান্ত আবদুল জব্বাৰৰ দুৰৱস্থা হাচানে পূৰ্ব্বতে শুনিছিল। আৰু এতিয়াও জয়নাবৰ মোহিনী মূৰ্ত্তি এজিদৰ চকুত যে সদায় বিৰাজ কৰি আছে সেয়াও জানে। তেওঁলোকৰ বিবাহৰ পিচত এজিদৰ প্ৰতিজ্ঞা, মাবিয়াৰ ভৎসনা, সকলো মদিনালৈ আহিছে। একো কথা শুনিবলৈ তেওঁৰ বাকী নাই। দিনে দিনে মাবিয়া যে ক্ষীণ আৰু বলহীন হৈছে জীয়াই থকাৰ সম্ভাবনা কম, সেয়াও মানুহৰ মুখত শুনিছে। সৰুতে এজিদৰ লগত খেলা-ধুলা কৰোতে কাজিয়া লাগিছিল, এজিদে দুই ভায়েকক দেখিব নোৱাৰিছিল, এই কথাও সময়ে সময়ে হাচানে গল্পৰ ছলেৰে জয়নাবক কৈছিল। জয়নাবক নোপোৱা কাৰণে যে এজিদৰ তেওঁলোকৰ প্ৰতি শত্ৰুভাব আৰু বাঢ়িছে সেয়াও জয়নাবক কৈছিল। হাচানে বহুকথাই শুনিছিল, কিন্তু তেওঁ কোনো কথায়ে মন দি শুনা নাছিল। ধৰ্ম্মোপদেশ, ধৰ্ম্মচৰ্চ্চাতেই জীৱনৰ একমাত্ৰ কাৰ্য্য বুলি ভাবি ঈশ্বৰৰ উদ্দেশ্যত জীৱন উৎছৰ্গা কৰিছিল। যদিও মদিনাৰ ৰজা, কিন্তু ৰাজ সিংহাসনৰ পাৰিপাট্য নাই, সৈন্য-সামন্ত ধনজন একোৰে নাই। কিন্তু আৱশ্যক হলে ভগবৎপ্ৰসাদ একোৰে অভাব নাই। মদিনা বাসীয়ে হাচান-হোচেন, এই ভ্ৰাতাৰ আজ্ঞাবহ কিঙ্কৰ, তেওঁলোকৰ বিপদত বিনা অৰ্থে, বিনা স্বাৰ্থে, বিনা লাভত জীৱন দিবলৈও প্ৰস্তুত।

সন্ধ্যা সময়ত হাচানে উপাসনা সমধা কৰি তচ্‌বীহ্ (জপমালা) হস্তে উপসনা মন্দিৰৰ সন্মুখত পদচালনা কৰি ঈশ্বৰৰ নাম জপ কৰিছিল, এনেতে এজন ফকীৰে জাতীয় প্ৰথানুসাৰে অভিবাদন কৰি সন্মুখত উপস্থিত হলহি। ফকিৰৰ মলিন বেশ, শতগ্ৰন্থিযুক্ত

পৰিধান, মলিন বস্ত্ৰৰে শিৰ আবৃত, ডিভিত প্ৰস্তৰৰ ভচ্‌বীহ্‌ হস্তত কাষ্ঠযষ্ঠি, হাচানৰ পৰা অলপ দূৰৈত ঠিয় হৈ কলে, প্ৰভু, মই এখন পৰ্ব্বতৰ ওপৰত বহি আছিলো। বহি থাকোতে চকুত পৰিছিল এজন কাচেদক। হঠাৎ ঈশ্বৰৰ নাম লৈ সেই কাচেদ মাটিত বাগৰি পৰিছিল। প্ৰথমতে বাগৰি পৰাৰ কাৰণ গম পোৱা নাছিলো। ওচৰলৈ গৈ দেখিলো, এপাত কাড়ে তেওঁৰ বক্ষস্থল বিদ্ধ কৰি পৃষ্ঠদেশ ওলাই গৈছে। ক'ৰ পৰা কোনে কাড় নিক্ষেপ কৰিছিল ধৰিব নোৱাৰিলো। তেতিয়াও প্ৰাণ ওলাই যোৱা নাছিল। অস্ফুট স্বৰে দুই এটি কথা কৈছিল, তাৰ মৰ্ম্ম এই যে হজৰত মাবিয়াই আপোনাৰ ওচৰলৈ কাচেদ পঠিয়াইছিল। তেওঁ মৰণ পথৰ যাত্ৰী। জীয়াই থকাৰ আশা নাই। জীৱনৰ শেষ অৱস্থা, আপোনাক চোৱাৰ কাৰণে সংবাদ দিবলৈ আহিছিলো। মই দ্ৰুতগামী অশ্বৰ পদধ্বনি শুনি আগলৈ চাই দেখিলো এজিদ ঘোৰাত উঠি আহিব ধৰিছে। তেওঁক দেখা পায়েই পৰ্ব্বতৰ আৰত লুকাই পৰিলো। আৰৰ পৰা দেখিলো, এজিদ অশ্বৰ পৰা নামি পথিকৰ কটিবদ্ধ খুলি এখন পত্ৰ লৈ পুনৰ ঘোৰাত উঠি চক্ষুৰ অগোচৰ হ'ল। আপোনাৰ ওচৰত সেই সংবাদ দিবলৈ আহিছিলো। মোৰ আন কথা নাই।"—ফকিৰে পুনৰাভিদান কৰি আঁতৰি গ'ল।

হাচানে চিন্তা কৰিবলৈ ধৰিলে : ফকিৰ কোন? কিয়বা মোক এই সংবাদ দিবলৈ আহিছিল? কথাৰ স্বৰ আৰু মুখচ্ছবি একেবাৰে অপৰিচিত বুলি ভাব নহল। বহুসময় ফকিৰৰ বিষয়ে চিন্তা কৰি শেষত সাব্যস্ত কৰিলে, এই ফকিৰ আন কোনো নহয়, এয়া আবদুল জব্বাৰ। আবদুল জব্বাৰৰ অৱয়ব, ভাব-ভঙ্গী, কথাৰ স্বৰে প্ৰমাণ কৰিলে যে এওঁ আন কোনো নহয় সেই আবদুল জব্বাৰ। কি আচৰিত! মানুহৰ অৱস্থা কেতিয়া পৰিবৰ্ত্তন হয় একোকে কব পৰা নাযায়। হজৰত মাবিয়াৰ বিষয়ে যি কথা শুনিলো ভাব হ'ল তেওঁৰ জীৱনৰ আশা খুব কম। হোচেনৰ লগত পৰামৰ্শ কৰি স্থি হয় কিবা এটা কৰিব লাগিব। চিন্তা কৰি নিজ গৃহাভিমুখে গ'ল।

## অষ্টম প্ৰবাহ

মাবিয়া অসুস্থ। এতিয়া নিজৰ শক্তিত বিচনাৰ পৰা উঠিব নোৱৰা অৱস্থা। তেওঁ প্ৰতিজ্ঞা কৰিছিল, এজিদৰ মুখ পুনৰ নাচায়। দামেস্কৰাজ্য যিসকলৰ পৈতৃক ৰাজ্য, তেওঁলোকক গোটাই দি যাব বুলি স্থিৰ কৰি হাচান-হোচেনক মাতি আনিবলৈ কাচেদ পঠিয়াইছিল। তেওঁলোক এতিয়াও আহি নোপোৱাত তেওঁ ব্যস্ত আৰু চিন্তিত হৈ পৰিছিল। সেই কাচেদৰ ভাগ্যত কি ঘটিছিল তেওঁ একোকে গম পোৱা নাছিল। তেওঁ প্ৰধান উজীৰ হামানক সুধিলে, "হাচান-হোচেন এতিয়াও আহি নাপালে কিয়?"

হামানে উত্তৰ দিলে, "কাচেদ যদি নিৰ্ব্বিঘ্নে মদিনা পায়গৈ, হাচান-হোচেন আহি নোপোৱাৰ কাৰণ কি মোৰ বুদ্ধিয়ে ঢুকি পোৱা নাই। আপোনাৰ অসুখৰ কথা শুনি তেওঁলোক যে নিশ্চিন্ত ভাবে আছে; এয়া কেতিয়াও বিশ্বাসযোগ্য নহয়। মোৰ ভাব হৈছে, কাচেদৰ নিশ্চয় কিবা অমঙ্গল হৈছে।

সেই ৰাতিৰ পৰা এজিদ পুনৰ মাবিয়াৰ ওচৰলৈ যোৱা নাই। গুপ্তভাবে অৰ্থাৎ মাবিয়াৰ দৃষ্টিৰ অগোচৰৰ কোনো স্থানত থাকি তেওঁৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিছিল। মাবিয়াই হামানৰ লগত যি কথা পাতিছিল সেয়াও নিৰ্দ্দিষ্ট স্থানৰ পৰা তেওঁ সকলো কথা শুনি আছিল। মাবিয়াই মৃদুস্বৰে কবলৈ ধৰিলে, "এই ৰাজ্যৰ পুনৰ মঙ্গলৰ সম্ভাবনা নাই। নিশ্চয় কাচেদ বিপদত পৰিছে। তেওঁলোক মদিনাত নাথাকিলে কাচেদ নিশ্চয় উভতি আহিলহেঁতেন। গতিকে মোৰ চিৰবিশ্বাসী বহুদৰ্শী মোছলেমক পুনৰায় মদিনালৈ পঠিয়াব। মোৰ এখন প্ৰাৰ্থনাপত্ৰ লিখি হাচান-হোচেনলৈ পঠিয়াব। লিখিব "মোৰ জীয়াই থকাৰ আশা নাই। পাপময় জগতৰ পৰা বিদায় লোৱাৰ আগতে দুই ভ্ৰাতাক এবাৰ চাবলৈ বিচাৰিছোঁ। আৰু এটি বিষয়ে স্থিৰ সিদ্ধান্ত লৈছো—আপোনালোকৰ এই পৈতৃক দামেস্ক ৰাজ্য আপোনালোকক প্ৰত্যৰ্পণ কৰিব খোজো। মোৰ পুনৰ ৰখাৰ ইচ্ছা নাই।" হামান্-মোছলেমক বিশেষ সাবধানেৰে মদিনালৈ

পঠিয়াব। নানা প্ৰকাৰৰ সন্দেহ মোৰ মনত উপস্থিত হৈছে (এজিদে এইখিনি শুনি সেই স্থানৰ পৰা আতৰি গ'ল)। ইমান গোপনে মোছলেমক পঠাব যে, তেওঁৰ সন্ধান যেন আন কোনো প্ৰাণীয়ে গম নাপায়।" হামানে বিদায় লৈ ৰাজআদেশ পালন কৰি মোছলেমক মদিনালৈ পঠিয়ালে।

এমামভক্ত মোছলেম উৰ্দ্ধশ্বাস মদিনাভিমুখে যাবলৈ ধৰিলে। মোছলেম পাঠক সকলৰ অপৰিচিত নহয়। ক্ৰমে ৰাজধানী পাৰ হৈ এক প্ৰশস্ত বালুকাময় প্ৰান্তৰেদি যাবলৈ ধৰিলে। প্ৰান্তৰ গোটেই সমতল নহয়, স্থানে স্থানে বালুকাৰাশিয়ে স্তূপাকাৰ হৈ আছে। মোছলেমৰ চকুত পৰিল ঃ তেওঁৰ দক্ষিণ ফালে স্তূপকাৰ বালুৰাশিৰ আৰৰ পৰা চাৰিজন অস্ত্ৰধাৰী পুৰুষ অতি বেগেৰে ওলাই আহি তেওঁক আগুৰি ধৰিলে। সেই আক্ৰমণকাৰী সকলৰ মুখ বস্ত্ৰৰ দ্বাৰা আবৃত তেওঁলোকৰ স্বৰূপ আৰু আকৃতি একোতে ধৰিব পৰা নগৈছিল। মোছলেমে সুধিলে, "তোমালোক কোন? কিয় মোৰ যোৱাৰ পথত বাধাৰ সৃষ্টি কৰিছা?" এজনে গম্ভীৰ মাতেৰে ক'লে, "মোছলেম! তোমাৰ সৌভাগ্য যে তুমি কাচেদ পদত বৰিত হৈছা। নহলে আমি কোন সেই কথা উচ্চাৰণ কৰাৰ আগতে তোমাৰ শিৰ ইমান সময়ে ডিঙিৰ পৰা বিচিন্ন হলহেতেন। যদি জীয়াই থকাৰ ইচ্ছা আছে ইয়াৰ পৰা এক পদ আগনাবাঢ়িবা।"

"মই ৰাজ কাচেদ, হজৰত মাবিয়াৰ বেমাৰৰ সংবাদ লৈ এমাম হাচানক দিবলৈ মদিনালৈ যামগৈ, কাৰ সাধ্য আছে মোৰ গতিৰোধ কৰে?" মোছলেম যাবলৈ ওলাল। অতি দ্ৰুতভাবে মোছলেমে তৰোৱাল সঞ্চালিত কৰিবলৈ ধৰিলে যে কোনোৱে মোছলেমৰ ফালে আগুৱাই আহিবলৈ সাহস নকৰিলে। এনেতে এজনে মুখৰ বস্ত্ৰ আতোৱাই কবলৈ ধৰিলে, "মোছলেম তোমাৰ চকু ক'ত?" কোৱাৰ লগে লগে মোছলেমৰ চকু মানুহজনৰ ওপৰত পৰাত লগে লগে হাতৰ তৰোৱাল পেলাই দি অভিবাদন পূৰ্ব্বক হাতযোৰ কৰি ঠিয় হৈ ৰ'ল। এজিদৰ আদেশত মোছলেমৰ অঙ্গৰ পৰা অস্ত্ৰ-শস্ত্ৰ কাঢ়ি ললে। মাবিয়াৰ পত্ৰখন এজিদে স্বহস্তে খণ্ড খণ্ড কৰি ফালি পেলাই ক'লে, "যিমান দিন মাবিয়াৰ মৃত্যু নহয়, সিমান দিন তুমি কাৰাগাৰত বন্দী অৱস্থাত থাকিব লাগিব। তুমিতো খুব ঈশ্বৰভক্ত, আজিৰ পৰাই তোমাৰ মৃত্যু কামনাই প্ৰধান কাম হব। এজিদৰ অনুচৰ সকলে মোছলেমক লোহাৰ শিকলীৰে বান্ধি পেলালে।



মোছলেমে একো নকলে। অনুচৰ সকলে হাত ভৰি, ডিঙিত শিকলী লগাই মোছলেমক বন্দী কৰি লৈ গ'ল।

এজিদে বংশীবাদন কৰাৰ লগে লগে বালি স্তূপৰ আৰৰ পৰা এজন ব্যক্তিয়ে এটি ঘোৰা লৈ ওলাই আহিল। সেই ঘোৰাত উঠি এজিদ নগৰাভিমুখে গ'ল।

## নবম প্ৰবাহ

দামেস্ক-ৰাজপুৰীৰ সকলো মহাব্যস্ত। সকলো বিষাদিত। মাবিয়াৰ জীৱন সঙ্কটাপন্ন—কণ্ঠৰোধ হৈছে, চকুৰ মণি বিবৰ্ণ হৈ ওপৰলৈ উঠিছে, কথা কোৱাৰ শক্তি নাই। এজিদৰ জননীয়ে স্বামীৰ মুখত কিবা খাবলৈ দিছে। আত্মীয় স্বজনে মাবিয়াক আগুৰি উচ্চস্বৰে ঈশ্বৰৰ নাম লব ধৰিছে। হঠাতে মাবিয়াই এটি দীঘল হুমুনিয়াহ পেলাই "লা—এলাহা ইল্লাল্লাহ মোহমদৰ ৰচুলাল্লাহ" বুলি কৈ উঠিল। পুনৰ অলপ সময় পিচত ভক্তিৰ সৈতে পুনৰ এয়া উচ্চাৰণ কৰিলে। মাবিয়াৰ ওঠ দুটি এইবাৰ সামান্যভাবে কঁপি উঠিল। উৰ্দ্ধ-চকু তললৈ নামি আহিল। নমাৰ লগে লগে চকুৰ পাতা দুটিয়ে অতি মৃদুভাবে চকুৰ মণি ঢাকি পেলালে। নিশ্বাস বন্ধ হ'ল। এজিদৰ জননীয়ে মাবিয়াৰ বক্ষত হাত দি কান্দিব ধৰিলে। সকলোৱে মাবিয়াৰ কাৰণে কান্দিবলৈ ধৰিলে। এনেতে এজিদে সোমাই আহি মাবিয়াৰ মূৰত, এবাৰ বুকুত হাত দি চাই ওলাই গ'ল। কোনোৱে এজিদৰ চকুত চকু পানী নেদেখিলে। যথাৰীতি

এজিদে পিতাৰ মৃতদেহ স্নান কৰাই "কাফন" * দ্বাৰা শাস্ত্ৰানুসাৰে আপদমস্তক আবৃত কৰি মৃতদেহৰ সদ্‌গতি উপাসনা (জানাজা) কৰাই তাবুতশায়ী * কৰাই ৰাইজৰ সন্মুখলৈ লৈ আহিল। বিনা আহ্বানে শ শ ধাৰ্ম্মিক পুৰুষ গোট খাই জানাজাক্ষেত্ৰ মাবিয়াৰ শবদেহৰ সপীপত ঈশ্বৰৰ আৰাধনাৰ কাৰণে দণ্ডায়মান হ'ল। সকলোৱেই করুণাময় ভগবানৰ উদ্দেশ্যে দুই হাত দাঙি মাবিয়াৰ আত্মাৰ মুক্তিৰ কাৰণে প্ৰাৰ্থনা কৰিলে। পিছত নিৰ্দ্দিষ্ট স্থানত 'দাফন' (মৃত্তিকাপ্ৰোথিত) কৰি সকলোৱেই নিজ নিজ গৃহলৈ গুচি গ'ল।

মাবিয়াৰ জীৱনৰ লীলাখেলা শেষ হ'ল। হাচান-হোচেন মদিনাৰ পৰা দামেস্কাৰ ওচৰ পাওঁতেই মাবিয়াৰ মৃত্যুসংবাদ শুনি পুনৰ নগৰত প্ৰবেশ নকৰিলে। মাবিয়াৰ কাৰণে দুখ প্ৰকাশ কৰি মদিনালৈ উভতি গ'ল।

মাবিয়াৰ মৃত্যুৰ পিছত এজিদ দামেস্কৰ ৰাজসিংহাসনত উপবেশন কৰিলে। তেওঁৰ শিৰত ৰাজমুকুটে শোভা পালে। সত্যবাদী, নিৰপেক্ষ আৰু ধাৰ্ম্মিক মহত্মাসকল, যিসকল হজৰত মাবিয়াৰ স্বপক্ষে আছিল, তেওঁলোকৰ হৃদয় কঁপি উঠিল। আমিও বিষাদ-সিন্ধুৰ ওচৰ চাপিলোঁ। এতিয়া এজিদ স্বাধীন ৰাজ্যৰ ৰজা। কেতিয়া কাৰ ভাগ্যত কি ঘটে সেই ভাবি সকলো ব্যাকুল। ৰাজ-দৰবাৰ লোকে লোকাৰণ্য। আগ দিনাখনে ঘোষণা কৰা হৈছে, নগৰৰ সম্ভ্ৰান্ত মানুহমাত্ৰেই দৰবাৰত যেন উপস্থিত থাকে। বহুতৰে মনত বহু কথা আহিল। কি কৰিব, ৰাজ আদেশ সময়মতে সকলোৱে "আম" দৰবাৰত উপস্থিত হলহি। এজিদে উপযুক্ত বেশভূষাৰে সজ্জিত হৈ সিংহাসনত বহিছিল। প্ৰধানমন্ত্ৰী মাৰৱানে দৰবাৰত উপস্থিত থকা সকলোকে সম্বোধন কৰি কবলৈ ধৰিলে,

* কাফন—শবাচ্ছাদন বসন

* তাবুত—শেষ শয়নাসন



"আজি আমাৰ সুখৰ দিন, আজি আমি দামেস্ক সিংহাসনত নবীন ৰজাৰ অধিবেশন দেখিলো। উপযুক্ত পাত্ৰৰ হাতত্তে আজি ৰাজ সিংহাসন সুশোভিত হৈছে। সম্ভ্ৰান্ত মহোদয় সকল! আজিৰ পৰা আপোনালোকৰ দুখ আতৰিল। দামেস্ক ৰাজ্যত আজি যি সুখ সূৰ্য্যোদয় হ'ল সেয়া পুনৰ অস্তমিত নহয়। আপোনালোকে এই নবোদিত সূৰ্য্যক কায়মনে পুনৰায় অভিবাদন কৰক।" সভাস্থ সকলোৱে এজিদক অভিবাদন জনালে। মাৰৱানে পুনৰ কবলৈ কৰিলে, "মহাশয়সকল! মোৰ এটি কথা আছে। মহাৰাজ এজিদে আজি মাত্ৰ ৰাজদণ্ড গ্ৰহণ কৰি এটি গুৰুতৰ বিচাৰভাৰ বহন কৰিব লগা হৈছে। আপোনালোকৰ সন্মুখতে ৰাজদ্ৰোহীৰ বিচাৰ কৰিব বুলি তেওঁ আপোনালোকক আহ্বান কৰি আনিছে।"

মাৰৱানৰ আদেশত প্ৰহৰীসকলে মোছলেমক লোৰ শিকলীৰে বন্ধা অৱস্থাত ৰাজসভালৈ লৈ আহিল। সভাস্থ সকলোৱে মোছলেমৰ দুৰৱস্থা দেখা পাই বিস্ময় মানিলে। মাবিয়াৰ ইমান বিশ্বাসী, প্ৰিয়পাত্ৰ, সন্মানীয় এই মোছলেমৰ আজি এই দুৰবস্থা! কি আচৰিত? আজিও মাবিয়াৰ দেহ ভূগৰ্ভত বিলীন হোৱা নাই, বহুতেই শোকবস্ত্ৰ পৰিত্যাগ কৰা নাই, মাবিয়াৰ নাম এতিয়াও সকলোৰে মুখত, সেই মাবিয়াৰ প্ৰিয় বন্ধুৰ এই দুৰ্দ্দশা। কি সৰ্ব্বনাশ। এজিদৰ অসাধ্য একো নাই? বহুতেই মনে মনে ভাবিবলৈ ধৰিলে—পুনৰ মঙ্গল নাই। দামেস্ক ৰাজ্যৰ মঙ্গল নাই। কি পাষাণহৃদয়! উঃ!! এজিদ ইমানেই পাষাণ-হৃদয়!! কিন্তু কোনোৱে হলে একো কব নোৱাৰিলে। সকলোৱেই মাত্ৰ মনে মনে ঈশ্বৰৰ নাম জপ কৰিবলৈ ধৰিলে। চিন্তা আৰু মনস্তাপত মোছলেম ক্ষীণায় গৈছে। এজিদে কৈছিল,—মাবিয়াৰ মৃত্যুতে তেওঁৰ মুক্তি, কিন্তু মাবিয়া আছে নে নাই, মোছলেমে সেয়া স্থিৰ কৰিব পৰা নাছিল। কোনোৱে তেওঁৰ লগত কথা কব নোৱাৰিব আৰু কোনোৱেও তেওঁৰ বিষয়ে জানিব নোৱাৰিব—আগতেই এজিদে এই আজ্ঞা দি থৈছিল।

নগৰৰ প্ৰায় ভদ্ৰলোকক একেলগে দেখা পাই মোছলেম কিছু-পৰিমাণে আশ্বস্ত হ'ল। তেওঁ নিজে জানে ; কোনো অপৰাধত তেওঁ অপৰাধী নহয়। ৰাজাজ্ঞা প্ৰতিপালন কৰিছিল ইয়াতে যদি এজিদে অন্যায়াচৰণ কৰে, তেতিয়া ঈশ্বৰ ভিন্ন আন কাকো তেওঁ একো নকয়, মুক্তিলাভৰ প্ৰাৰ্থনা নকৰে। তেওঁ মাবিয়াৰ আদেশত হাচান-হোচেনৰ ওচৰলৈ গৈছিল। এয়াই যদি অপৰাধ হয়, আৰু সেই অপৰাধতেই যদি প্ৰাণ যায় তথাপিও তেওঁ চিত্ত বিচলিত নকৰে। মনে মনে এই স্থিৰ কৰি ঈশ্বৰৰ প্ৰতি নিৰ্ভৰ কৰি মোছলেম ঠিয় হৈ থাকিল। মাৰৱানে পুনৰ কবলৈ ধৰিলে, "এই ব্যক্তি ৰাজদ্ৰোহী, আজি এওঁৰ বিচাৰ হব। আমাৰ নব দণ্ডধৰে আপোনালোকৰ সন্মুখত এওঁৰ বিচাৰ কৰিব, এয়াই তেওঁৰ অভিপ্ৰায়।"

এজিদে ক'লে, "এই কাচেদ বিশ্বাসী নহয়। যিসকলে এওঁক বিশ্বাসী বুলি কব, আৰু এওঁৰ অনুকূলে কিবা কব, তেওঁলোকো বিশ্বাসী নহয়। মোৰ বিবেচনাত এওঁৰ স্বপক্ষৰ মানুহমাত্ৰেই অবি-শ্বাসী, ৰাজদ্ৰোহী।"

সকলোৰে শৰীৰ ৰোমাঞ্চিত হ'ল, ভয়ত হৃদয় কপিবলৈ ধৰিলে। যিসকলে মোছলেমৰ হৈ কিবা কব খুজিছিল তেওঁলোকৰ মুখ একে-বাৰে বন্ধ হ'ল।

এজিদে পুনৰ কবলৈ ধৰিলে, "এই মিছলীয়া বিশ্বাসঘাতকে মোৰ বিবাহৰ পয়গাম লৈ জয়নাবৰ ওচৰলৈ গৈছিল। মোৰ পয়গাম গোপন কৰি মোৰ চিৰশত্ৰু হাচান, যিজনৰ নাম শুনিলে মোৰ দিগ্-বিদিক জ্ঞান নাথাকে, সেই হাচানৰ পয়গাম জয়নাবক দি জয়নাবৰ লগত তেওঁৰ বিবাহ দিছে। মই নিশ্চয়কৈ জানো মোৰ পয়গাম জয়-নাবৰ কৰ্ণগোচৰ হোৱা নাছিল। মোৰ নাম শুনিলেই জয়নাবে কেতিয়াও হাচানক 'কবুল' নকৰিলেহেতেন। হাচানৰ অৱস্থা সম্বন্ধে জয়নাবৰ অবিদিত একোৱেই নাই। আৰু কথা আছে এই মিছলী-



য়াই কোৱা কথা যদি সত্য বিবেচনা কৰা যায়, তেনেহলে ইয়াৰ অপৰাধ আৰু গুৰুতৰ হয়। ই মোৰ চিৰশত্ৰুৰ আজ্ঞা পালন কৰি মোৰ সৰ্ব্বনাশ কৰিছিল। হাচানৰ পয়গাম জয়নাবৰ ওচৰলৈ লৈ যোৱাৰ কাৰণে নিয়োজিত কৰা হোৱা নাছিল। এই অপৰাধৰ শাস্তি হোৱা আৱশ্যক। সি নজনাকৈ যে এই কাৰ্য্য কৰিছিল সেয়া কব নোৱাৰো। জয়নাব লাভৰ কাৰণে মই যি কৰিছিলো সেয়া কোনে নাজানে? মোছলেমে জানো নাজানে, জয়নাবৰ কাৰণে মই সৰ্ব্বস্ব পণ কৰি শেষত জীৱন পৰ্য্যন্ত বিসৰ্জ্জন দিবলৈ প্ৰস্তুত আছিলো? সেই জয়নাবৰ বিবাহৰ কাৰণে মোৰ পক্ষৰ উকীল নিযুক্ত হৈ আনৰ লগত বিবাহ স্থিৰ কৰি আহিছিল। ইয়াতকৈ বিশ্বাসঘাতকতা আৰু কি হব পাৰে? আৰু এটি কথা। এইবোৰ কুকাৰ্য্য কৰিও এই ব্যক্তি ক্ষান্ত হোৱা নাছিল ; মোৰ সৰ্বনাশৰ কাৰণে, মোক ৰাজ্যৰ পৰা বঞ্চিত কৰাৰ কাৰণে, মোক পথৰ ভিখাৰী কৰাৰ উদ্দেশ্যে মাবিয়াৰ পত্ৰলৈ গৈছিল। এতিয়া মোৰ আদেশ এই যে অবিলম্বেই মোছ-লেমৰ শিৰচ্ছেদ কৰা হওঁক।" খঙতে কঁপি কঁপি এজিদে পুনৰ কবলৈ ধৰিলে এই দণ্ড বধ্যভূমিত নহয়, আন কোনো ঠাইতে নহব, এই সভাগৃহত, মোৰ সন্মুখত মোৰ দণ্ডাজ্ঞা প্ৰতিপালন হওঁক।"

মাৰৱানে ক'লে "ৰাজাজ্ঞা শিৰোধাৰ্য্য। কিন্তু প্ৰকাশ্যে দণ্ড-বিধান ৰাজনীতি বিৰুদ্ধ।"

এজিদে ক'লে, "মোৰ আদেশ অলঙ্ঘণীয়। যিজনে ইয়াৰ বিৰোধিতা কৰিব তেওঁৰো এই শাস্তি হব। সাৱধান মাৰৱান।"

সভাসদ সকলো এজিদৰ কথাত হতভম্ব হ'ল। এজিদৰ মুখৰ কথা শেষ নৌহওতেই হতভাগ্য মোছলেমৰ শিৰ মাটিত বাগৰি পৰিল। জিঞ্জিৰাবদ্ধ দেহ ৰক্তাক্ত হৈ সভাস্থলত বাগৰি পৰাত সভা-ষদ সকলৰ মোহ ভঙ্গ হল। তেওঁলোকে দেখিলে, মোছলেম আৰু নাই। ৰক্তাক্ত দেহ শিৰৰ পৰা বিচ্ছিন্ন হৈ ধৰাতল পৰি আছে। মোছলেমৰ পবিত্ৰ শোণিত-বিন্দুৰ পৰমাণু অংশ দামেস্ক ৰাজভৱনৰ পবিত্ৰতা, সিংহাসনৰ পবিত্ৰতা, দৰবাৰৰ পবিত্ৰতা, ধৰ্ম্মসনৰ পবি-

ব্ৰতা, যি মাবিয়াই বহু কষ্ট কৰি সঞ্চয় কৰিছিল সেই সকলো পবিত্ৰতা— আজি মোছলেমৰ শোণিত বিন্দুৰ প্ৰতি পৰমাণুতে মিহলি হৈ অপবিত্ৰতাৰ আসন পাতি দিলে। মোছলেমৰ দেহবিনিৰ্গত ৰক্তপ্ৰবাহে "এজিদ! ইয়াৰ শেষ আছে।" এয়া প্ৰথমতে অঙ্কিত হৈ ৰক্তস্ৰোত সভাস্থলত বৈ গ'ল। এজিদে সগৰ্ব্বে কবলৈ ধৰিলে, "অমাত্যসকল! প্ৰধান প্ৰধান সৈনিক আৰু সৈন্যধ্যক্ষসকল! আৰু সভাস্থ মহোদয়সকল! আপোনালোক সকলোৱেই মনোযোগ দি শুনক। মোৰ আজ্ঞা যদি কোনোবাই অমান্য কৰে, কোনোবাই যদি অনুমাত্ৰ অৱহেলা দেখুৱাই, সেই ব্যক্তিয়ে নিশ্চয় মোছলেমৰ দৰে শাস্তি ভোগ কৰিব। মোৰ অভাব নাই। হাচান-হোচেনৰ যি আছে, সেয়াও কাৰো অজ্ঞাত নহয়। সেই হাচানৰ ইমান সাহস! ইমান স্পৰ্দ্ধা! ভিখাৰিণীৰ পুত্ৰ হৈ ৰাজৰাণীৰ পাণিগ্ৰহণ! যি জয়নাব ৰাজৰাণী হলহেতেন, সেই ভিখাৰিণী পুত্ৰই তেওঁৰ পাণিগ্ৰহণ কৰিছে। মই তাৰ বিবাহৰ হেপাহ পলুৱাম। জয়নাবক লৈ সুখভোগ কৰাৰ সমুচিত প্ৰতিফল পাব। কোনে ৰক্ষা কৰিব? কাৰ আশ্ৰয় গ্ৰহণ কৰিব? এজিদ জীয়াই থাকোতে জয়নাবক লৈ সি কেতিয়াও সুখী হব নোৱাৰে। এতিয়াও মোৰ অন্তৰত আশা আছে, যদিও সেই আশাত একপ্ৰকাৰ নিৰাশ হৈছোঁ। হাচান জীয়াই থাকিলে জয়নাব লাভ হোৱাৰ সম্ভবনা নাই। তথাপিও মহা-আসক্তি জুইত এজিদৰ অন্তৰ সকলো সময়তে জ্বলি আছে। যদি মই মাবিয়াৰ পুত্ৰ হও, তেনেহলে হাচান-হোচেনৰ বংশ একেবাৰে নিপাত কৰিহে জগৎ পৰিত্যাগ কৰিম। অকল হাচানৰ মৃতদেহ দেখিয়ে যে, সেই মহাগ্নি নিৰ্ব্বাপিত হব সেয়া নহয়, হাচান বংশৰ সকলোৰে মস্তক দ্বিখণ্ডিত কৰিয়ে যে এজিদ ক্ষান্ত হব সেয়া নহয়, মহম্মদৰ বংশৰ এটি প্ৰাণীয়ো জীয়াই থকালৈকে এজিদ ক্ষান্ত নহয়; মোৰ মনোবেদনা মনৰ পৰা বিদূৰিত নহয়। মোৰ অভাব কিহৰ? কাৰো সাহায্য নালাগে; হিতোপদেশ অথবা পৰামৰ্শৰ আশা নকৰো। যি কৰিম সেয়া মনতে



থাকিল। মাত্ৰ ইয়াকে কওঁ যে, হাচান-হোচেনৰ আৰু তেওঁলোকৰ বংশানুবংশ আত্মীয়-স্বজন, বন্ধু-বান্ধবৰ প্ৰতি এজিদে যি অগনি জ্বলাই দিব, যদি কেতিয়াবা নুমাই যায় যাব পাৰে, কিন্তু তাৰ তাপ 'ৰোজ-কেয়ামত' (জগতৰ শেষ দিন) পৰ্য্যন্ত মহম্মদীয় সকলৰ মনত একেই ভাবে জাগৰিত হৈ থাকিব। আকৌ যিসকল হাচান-হোচেনৰ বেছি ভক্ত, তেওঁলোকে আজন্মকাল (ছাতিপিটি) চপৰিয়াই * 'হায় হাচান! হায় হোচেন! বুলি কান্দি থাকিব।"

সভাত উপস্থিত থকা সকলক এইবোৰ কথা কৈ এজিদে মাৰৱানক কলে, "হাচান-হোচেনলৈ যি পত্ৰ পঠিয়াম, সেই পত্ৰখন পাঠ কৰি সভাসদসকলক শুনোৱা, এওঁলোকৰ মাজত মহম্মদ ভক্ত বহুতো আছে।

মাৰৱানে পত্ৰ পাঠ কৰিবলৈ ধৰিলে,—
"হাচান! হোচেন!

তোমালোকে বোধহয় শুনিবলৈ পাইছা, মহাৰাজাধিৰাজ এজিদ নামদাৰ মধ্যাহ্নকালীন সূৰ্য্যসম দামেস্ক সিংহাসনত বিৰাজ কৰিছে? অধীনস্থ ৰজা-প্ৰজামাত্ৰই তেওঁৰ অধীনতা স্বীকাৰ কৰি কোনোবাই উপঢৌকন প্ৰেৰণ, কোনোবাই বা স্বয়ং আহি অবনত শিৰে চিৰ-অধীনতা স্বীকাৰ কৰিছে আৰু নিজ নিজ ৰাজ্যৰ নিৰ্দ্ধাৰিত দিবলগীয়া খাজনা দামেস্ক-ৰাজভাণ্ডাৰ পূৰ্ণ কৰিছে। তোমালোকৰ মক্কা-মদিনাৰ খাজনা আজিলৈকে নহাৰ কাৰণ কি? স্বয়ং মহাৰাজাধিৰাজ দামেস্কাধিপতিৰ আম-দৰবাৰত উপস্থিত হৈ নতশিৰে ন্যূনতা স্বীকাৰ কৰি সিংহাসন চুম্বন কৰিবাহি। আৰু এই পত্ৰ প্ৰাপ্তিমাত্ৰকেই এজিদ

* মহৰমৰ সময়ত চিয়াসকলৰ বহুতেই বুকুত কৰাঘাত কৰা দেখিছে সেয়াই 'ছাতিপেটা' বুলি কয়।

নামদাৰৰ নামত খোৎবা* পাঠ কৰিবা। ইয়াৰ অন্যথা হলে ৰাজদ্ৰোহীৰ শাস্তিভোগ কৰিব লাগিব।

মাৰৱান
প্ৰধানমন্ত্ৰী

পত্ৰ পাঠ শেষ হ'ল। এতিয়াই উপযুক্ত কাচেদৰ হাতত পত্ৰ দি প্ৰেৰণ কৰা। ৰজাই সভা ভঙ্গৰ আদেশ দিলে।

## দশম প্ৰবাহ

নূৰনবী মহম্মদৰ ৰওজাত* অৰ্থাৎ সমাধি-প্ৰাঙ্গণত হাচান-হোচেন, সহচৰ আবহুল্লাহ, ওমৰ আৰু ৰহমান একেলগে বহি পৰা-মৰ্শ কৰি আছিল। যেতিয়া কোনো বিপদৰ চিন্তা মূৰলৈ আহে, কোনো গুৰুতৰ কাৰ্য্য কৰিব লগা হয়, অথবা কোনো অভাবনীয় চিন্তা, সৎযুক্তি সৎপৰামৰ্শ কৰিবৰ আৱশ্যক হয়, হাচান-হোচেনে মাতামহৰ সমাধি প্ৰাঙ্গণত বহি যুক্তি, পৰামৰ্শ আৰু কৰ্ত্তব্য বিষয়ে মত স্থিৰ কৰে। আজি কিহৰ মন্ত্ৰণা? কেনে বিপদ? বাহ্যিকভাবে মুখৰ আকুতিত স্পষ্ট হৈ যেন উঠিছে ভয়ানক চিন্তাৰ চিত্ৰ চিত্ৰিত। কিহৰ চিন্তা? পাঠক! সোঁৱা চাওঁক, সমাধি প্ৰাঙ্গণৰ সীমা নিৰ্দ্দিষ্ট স্থানৰ ওচৰত কোন ঠিয় হৈ আছে?

*খোৎবা—ঈদ উলফেতৰ, ঈদ উজ্জোহা— এই দুই ঈদ আৰু জুমাৰ নামাজ (উপাসনা) যি প্ৰতি শুক্ৰবাৰে দুই প্ৰহৰৰ পিচত হৈ থাকে, সেই তিনি উপাসনাৰ পিচত আৰবী ভাষাত ঈশ্বৰৰ গুণানুবাদৰ পিচত উপাসনা বৰ্ণনা, পিচত স্বজাতীয় ৰজাৰ নাম উচ্চাৰণ কৰি তেওঁৰ দীৰ্ঘায়ু আৰু ৰাজ্যৰ স্থায়িত্ব কামনা কৰা হয়। ভাৰতীয় মুছলমান সকলে পূৰ্ব্বতে দিল্লীৰ মোগল সম্ৰাটৰ নামত খোৎবা পাঠ কৰিছিল।

*"ৰওজা"—হিজৰী ১১ চনৰ ১২ ই ৰবিওল আউয়ল সোমবাৰ দিবা ৭ম ঘণ্টাত সময় ৬৩ বছৰ বয়সত প্ৰভু মহম্মদে পবিত্ৰ ভূমি মদিনাত মানবলীলা সংবৰণ কৰে।



প্ৰভু মহম্মদৰ সমাধি প্ৰাঙ্গণৰ সীমাৰ ভিতৰলৈ আন মানুহ যোৱাৰ ৰীতি নাই। দৰ্শক, পূজক, আগন্তুক সকলোৱে কাৰণে চাৰিওফালে নিৰ্দ্দিষ্ট থকা সীমাৰ বাহিৰত থাকি জেয়াৰত (ভক্তিভাবে দৰ্শন) কৰাৰ প্ৰথা প্ৰচলিত আছে।

পাঠক! যি জন মানুহ ঠিয় হৈ আছে, তেওঁক জানো কেতিয়াবা দেখিছে? চিন্তা কৰি চাওঁক, মনত পৰিব। এই আগন্তুক দামেস্কাৰ কাচেদ। আৰু হাচানৰ হাতত যিখন পত্ৰ দেখিছে, সেইখনে সেই পত্ৰ যিখন দামেস্কৰ ৰাজদৰবাৰত মাৰৱানে পঢ়ি শুনাইছিল। ওমৰে ক'লে, এজিদ মাবিয়াৰ পুত্ৰ! যি মাবিয়া নূৰনবী হজৰত মহম্মদৰ প্ৰধান ভক্ত আছিল, দেহ-মন-প্ৰাণ সকলো আপোনাৰ মাতামহৰ চৰণত সমৰ্পণ কৰিছিল, আজি তেওঁৰে পুত্ৰই মক্কা-মদিনাৰ খাজনা বিচাৰিছে। এজিদৰ নামত খোৎবা পাঠ কৰিবলৈ আদেশ দিছে। কি আচৰিত! আৰু কিমান কি হব পাৰে, সেয়া কোনে কব পাৰে?"

আবহুল ৰহমানে ক'লে, "এজিদ পাগল হৈছে। নিশ্চয় পাগল! পাগলৰ বাহিৰে কি হব পাৰে? এই অসীম জগতত এনেকুৱা কোনো নাই যে আমি জীয়াই থাকোতে মক্কা-মদিনাৰ খাজনা বিচাৰিব পাৰে। এজিদে যি মুখেৰে এইবোৰ কথা কৈছে, সেই মুখৰ শাস্তি বিশেষ কৈ দিয়া উচিত? মোৰ মতেৰে কাচেদক পত্ৰসহ অপমান কৰি খেদি পঠোৱাই সমুচিত হব। এই পাপপূৰ্ণ কথাঙ্কিত পত্ৰ পূণ্যভূমি মদিনাত ৰখাৰ উপযুক্ত নহয়।"

তেওঁৰ পিতৃৰ নাম আবদুল্লাহ, মাতৃৰ নাম আমেনা খাতুন। প্ৰভুৰ দেহ-ত্যাগৰ পিচত ক'ত সমাধি কৰা হব, এই বিষয়ে বাদানুবাদ হল, শেষত হজৰত আবুবকৰে মীমাংসা কৰি দিলে যে, পয়গম্বৰে জীবিতাবস্থাত যি স্থানক প্ৰিয় বুলি ভাবিছিল, সেই স্থানতে সমাধি হোৱা উচিত। সকলোৱে এই মতত পোষকতা কৰাত বিবি আয়েশাৰ ঘৰত সমাধি দিয়াৰ কাৰণে স্থিৰ হ'ল। বিবি আয়েশা হজৰত আবুবকৰৰ কন্যা আৰু হজৰত মহম্মদৰ সহধৰ্ম্মিনী। মহম্মদৰ সমাধি স্থানক ৰওজা বুলি কয়। হজৰত ওমৰে প্ৰথমে ইটাৰ দ্বাৰা ৰওজা

ওমৰে ক'লে, "ভাই ! তোমাৰ কথা অবহেলা কৰিব নোৱাৰো। দুৰাত্মাৰ কি সাহস ? কোন মুখেৰে এনেকুৱা কথা উচ্চাৰণ কৰিলে ? তেওঁৰ লগত জানো কোনো ভাল মানুহ নাই ? মাবিয়াৰ লগে লগে দামেস্কৰ পৰা জানো সকলো আতৰি গৈছে ?

আবদুৰ ৰহমানে ক'লে, "পশুৰ ওচৰত জানো মানুহৰ আদৰ আছে ? হামান— নামত মাত্ৰ মন্ত্ৰী । হামানৰ কোনো কথাই এজিদে নুশুনে । আজি কালি মাৰৱানে দামেস্কৰ প্ৰধান মন্ত্ৰী, সভাসদ, প্ৰধান মন্ত্ৰদাতা, এজিদৰ প্ৰধান গুৰু ; বুদ্ধি, বল সকলো মাৰৱান— এয়াতো মানুহৰ মুখত শুনিবলৈ পাওঁ।"

হাচানে কলে, "এয়া যে মাৰৱানৰ কাৰ্য্য সেয়া মই আগতে জানিছিলো। যি নহওক মোৰ বিৱেচনামতে এই পত্ৰ ওভোটাই দিয়া উচিত।"

---

গাঠনি কৰে। তাৰপিচত অলিদে চতুঃসীমাবান্ধ কৰি নক্সাথকা প্ৰস্তৰ দ্বাৰা এয়া সজায়। ৰওজাৰ চতুৰ্দ্দিশ প্ৰাচীৰে পৰিবেষ্টিত। হিজৰী ৫৫০ চনত ইস্পাহান নিবাসী জামালুদ্দিন, চন্দন কাঠেৰে ৰওজাৰ চাৰিওফালে আবদ্ধ কৰি দিয়ে। সেই সময়ত এবনে আবুয়ল হাজী খৰীফ মিচৰৰ বহুমূল্য শ্বেতবৰ্ণ চাদৰ অনাই, উক্ত চাদৰৰ ওপৰত লোহিতবৰ্ণ ৰেশমসূতাৰে কোৰআন শ্বৰিফৰ সুৰা ইয়াচীন লিখি, চাদৰখনেৰে পবিত্ৰ সমাধি আবৃত কৰে, সেই সময়ৰ পৰাই আবৰণপ্ৰথা প্ৰতি বছৰে প্ৰচলিত হৈ আছে। যিজনে মিচৰৰ ৰাজ সিংহাসনত উপবেশন কৰে, তেওঁ বহুমূল্য নতুন বস্ত্ৰ দ্বাৰা প্ৰতি বছৰে সেই সমাধিমন্দিৰ আবৃত কৰি দিয়ে। বিনা বাক্যব্যয়ে সেই প্ৰথা আজিপৰ্য্যন্ত চলি আছে। ৬৭৮ হিজৰীত কালাউন সালেহীৰ ৰাজত্ব কালত মদিনাৰ মসজিদৰ ছাদৰ পৰা ওখ সেউজীয়া ৰঙৰ "কোব্বা" ( চূৰা ) সমাধি মন্দিৰৰ ওপৰত স্থাপিত হৈছে। সেই সুসজ্জিত ওখ চূড়া আজি পৰ্য্যন্ত অক্ষয় ভাবে আছে। হিজৰী এক হাজাৰ ( ১০০০ ) চনত সুলতান চোলেমান খাঁকম ৰওজা শ্বৰীফৰ প্ৰাঙ্গণ শ্বেতবৰ্ণ প্ৰস্তৰ দ্বাৰা মণ্ডিত কৰিছিল, ওমৰ এবনে-আতুল আজিজ খানৰ শাসন-কালৰ পিচত ৰওজা প্ৰাঙ্গণৰ ভিতৰত সাধাৰণৰ প্ৰবেশ নিষিদ্ধ হৈছে। যাত্ৰীসকলে চাৰিওফালে থকা বেলিঙৰ বাহিৰত থাকি দৰ্শনলাভ কৰে। চাৰিওফালে থকা ৰেলিং বস্ত্ৰাবৰণে সদাসৰ্ব্বদা আবৃত থাকে।



হজৰত এমাম হাচানৰ কনিষ্ঠ ভ্ৰাতা হজৰত হোচেনে খঙেৰে কবলৈ ধৰিলে, "আপোনালোকে যিয়ে নকওঁক, নাইবা যি বিবেচনাই নকৰক অকল চিঠিখন ওভোটাই দিয়াই মোৰ ইচ্ছা নহয়। কমজাৎ বাদী বাচ্ছাই কি ভাবিছে। তাৰ ইমান স্পৰ্দ্ধা যে, আমাক তাৰ অধীনতা স্বীকাৰ কৰিবলৈ পত্ৰ লিখে ? আমি তাক শাহানশাহ ( সম্ৰাট ) বুলি মান্য কৰিব লাগে ? যি সকলৰ পিতৃৰ নামত দামেস্ক ৰাজ্য কঁপি উঠিছিল, তেওঁলোকৰ আজি ইমান অপমান। আমিয়েই দামেস্কৰ ৰজা, দামেস্কৰ সিংহাসনত বহাৰ আমাৰেই অধিকাৰ। কমজাৎ কাফেৰে সেই সিংহাসনত বহি আমাৰ পৰাই মক্কা-মদিনাৰ খাজানা বিচাৰিছে, এয়া জানো সহ্য হয় ?"

হাচানে ক'লে, "ভ্ৰাতঃ ! বিবেচনা কৰি কাৰ্য্য কৰাই ভাল। আমি আগতে একোকে নকওঁ, এজিদৰ পত্ৰৰ উত্তৰো নিদিওঁ। চাওঁ-ছোন সি কোন পথে যায়গৈ আৰু কি উপায় অবলম্বন কৰে।"

আবদুৰ ৰহমানে ক'লে, "ভ্ৰাতঃ। আপোনাৰ কথাই যুক্তি-সঙ্গত। কিন্তু বিষধৰ সৰ্পই যেতিয়া ফণা তুলি উঠিছে তেতিয়া তাক চূৰ্ণ কৰা আৱশ্যক, নহলে সময় পালে সি নিশ্চয় দংশন কৰিব। এজিদো কালসৰ্প। তাৰ মস্তক প্ৰথম উত্তোলনতেই চূৰ্ণ কৰা বিধেয়, বিশেষত আপোনাৰ প্ৰতি তাৰ লক্ষ্য।"

গম্ভীৰ হৈ ক'লে, "এতিয়াও সেই সময় হোৱা নাই আৰু এবাৰ পৰীক্ষা কৰি চোৱা যাওঁক। এইবাৰ নিৰুত্তৰ থকাটোৱে সদুত্তৰ বুলি ভাবিছোঁ।

হোচেনে ক'লে, "আপোনাৰ আজ্ঞা শিৰোধাৰ্য্য। কিন্তু একেবাৰে নিৰুত্তৰ হৈ থকাতো মোৰ বিবেচনাত যুক্তিযুক্ত নহয়। আপোনাৰ আদেশ লঙ্ঘন নকৰো। মই কাচেদক বিদায় দিওঁ। পত্ৰখন মোৰ হাতত প্ৰদান কৰক।"

হোচেনৰ হাতত পত্ৰখন দি হাচান উপাসনা মন্দিৰলৈ গ'ল। কাচেদক সম্বোধন কৰি হোচেনে ক'লে, "কাচেদ। আজি মই

ৰাজনীতিৰ মূৰত পদাঘাত কৰিলেহেতেন, আজি মই চিৰাচিৰিত প্ৰথা, প্ৰাচীন নীতি উপেক্ষা কৰি এই সমুচিত উত্তৰ প্ৰদান কৰিবলৈ কৃতসঙ্কল্প হৈয়ো ভ্ৰাতৃ আজ্ঞা লঙ্ঘন মহাপাপ জানিয়ো তোমাৰ প্ৰাণ তোমাতে অৰ্পণ কৰিলো। কম্‌জাৎ এজিদে যি পত্ৰ দি মদিনালৈ পঠিয়াইছে, ইয়াৰ প্ৰতিতো অথাৰত শত শত বাৰ পাদুকাঘাত কৰিলেও মোৰ ক্ৰোধৰ অনুমাত্ৰ উপশম নহয়। কি কৰিম, ধৰ্ম্মগ্ৰন্থৰ লিখিত ভাষাৰ অক্ষৰ ইয়াত সন্নিবেশিত আছে বুলিয়েই সেয়া নকৰিলো। উভটি গৈ সেই কম্‌জাৎক এই কথা অবিকল ভাবে কবা আৰু দেখুৱাবা তাৰ পত্ৰৰ এই উত্তৰ—

এই কথা কৈ পত্ৰখানি খণ্ড খণ্ড কৈ ফালি কাচেদৰ হস্তত দি আকৌ ক'লে, "যোৱা! ঈশ্বৰক ধন্যবাদ দি যোৱা, আজি এই উপস্থিত সন্ধ্যাতেই তোমাৰ জীৱনৰ শেষ সন্ধ্যাৰ পৰা তুমি মুক্তি পালা।" হোচেনে এইবোৰ কথা কৈ কাচেদৰ ওচৰৰ পৰা উভটি আহিল। ইফালে সন্ধ্যাকালীন উপাসনাৰ সময় আহ্বান সূচক সুমধুৰ ধ্বনি ( আজান ) ঘোষিত হ'ল। সকলোৱে উপাসনা কৰিবলৈ আগবাঢ়িল। কাচেদৰ প্ৰত্যাগমণৰ পূৰ্ব্বেই এজিদ সমৰসজ্জাত প্ৰবৃত্ত হৈছিল। সৈন্যসকলৰ পৰিচ্ছদ, অস্ত্ৰশস্ত্ৰৰ পাৰিপট্য, আহাৰ্য্য দ্ৰব্যৰ সংগ্ৰহ, পানীৰ সুবন্দোবস্ত, বহনোপযোগী বাহন আৰু বস্ত্ৰাবাস প্ৰভৃতি যি যি বস্তুৰ আৱশ্যক, সকলো সংগ্ৰহ কৰিছে। তেওঁ নিচ্ছিত আছিল যে পত্ৰ পোৱাৰ লগে লগে হাচান-হোচেন খণ্ডত জ্বলি উঠিব। এনে কি, কাচেদৰ প্ৰাণ লৈ দামেস্কলৈ উভটি অহাৰ সন্দেহ বিবেচনা কৰিছিল। ভাবিছিল নিশ্চয় যুদ্ধ হব, মাত্ৰ সংবাদ প্ৰাপ্তিৰ অপেক্ষাত আছিল। এদিনাখন নিজ সৈণ্য-সামন্তৰ অস্ত্ৰ চালনাৰ সুকৌশল আৰু সমৰ প্ৰাঙ্গণত পদচালনাৰ চাতুৰ্য্য দেখি এজিদে মহানন্দে কবলৈ ধৰিলে, "মোৰ এই শিক্ষিত সৈন্য সকলৰ অস্ত্ৰৰ সন্মুখলৈ অহাৰ কাৰ সাহস আছে? হাচানতো দূৰৈৰ কথা, তেওঁলোকৰ পিতৃ ইমান ডাঙৰ যোদ্ধা আছিল, সেই আলীও



যদি কবৰৰ পৰা উঠি যুদ্ধক্ষেত্ৰলৈ আহে, তেতিয়াও তেওঁৰ পৰাজয়ৰ বাহিৰে জয়ৰ আশা নাই!"

এজিদে আত্মগৌৰব আৰু আত্মপ্ৰশংসাত মত্ত হৈ আছিল, এনে সময়তে কাচেদ মদিনাৰ পৰা উভটি আহি সমুচিত অভিবাদপূৰ্ব্বক এজিদৰ হাতত সেই ছিন্ন পত্ৰখন দি, হোচেনে যি কৈছিল অবিকল ভাবে তাকে কলেহি।

এজিদ খণ্ডত জ্বলি উঠিল অধীৰ হৈ কবলৈ ধৰিলে, "সৈন্যসকল তোমালোক মোৰ দক্ষিণ বাহু, তোমালোকে মোৰ একমাত্ৰ ভাৰসা। মই তোমালোকক যথেষ্ট পুৰস্কাৰেৰে পুৰস্কৃত কৰিছোঁ। পূৰ্ব্বতকৈ তোমালোকৰ বেতন দ্বিগুণ বৃদ্ধি কৰি দিছো, উপযুক্ত অনুসাৰে সন্মানিত কৰিছোঁ। আজি মোৰ এই আদেশ যে, এই সজ্জিত বেশ পৰিত্যাগ নকৰিবা, হাতৰ তৰোৱাল হাততে ৰাখিবা। মদিনালৈ অগ্ৰসৰ হোৱা। এই বেশে এই যাত্ৰাই শুভযাত্ৰা জ্ঞান কৰি হাচান-হোচেন বধৰ কাৰণে এতিয়াই যাত্ৰা কৰা। যিমান সোনকালে পাৰা। প্ৰথমতে হাচানৰ মস্তক আনি মোক দেখুৱাবা। লক্ষ টকা পুৰস্কাৰ।

সৈন্যসকলৰ উদ্দেশ্য এইবোৰ কথা কৈ মন্ত্ৰীক কবলৈ ধৰিলে "ভাই মাৰৱান! তুমি মোৰ বাল্যসহচৰ। আজি মোৰ প্ৰতিনিধি-স্বৰূপ তুমিটো এই বীৰদলৰ অধিনায়ক হব লাগিব। তুমি সেনাপতিৰ ভাৰ গ্ৰহণ কৰিব লাগিব। যদি এজিদৰ মানৰক্ষা কৰিব বিচৰা, যদি এজিদৰ মনৰ দুখ দূৰ কৰি জয়নাব লাভৰ আশাতৰী বিষাদ-সিন্ধুৰ পৰা উদ্ধাৰ কৰিব বিচৰা, এতিয়াই অগ্ৰসৰ হোৱা। পূৰ্ব্বৰ পৰাই মই সকলো আয়োজন সম্পূৰ্ণ কৰি ৰাখিছোঁ। আজিৰ পৰা এজিদৰ প্ৰাণ তোমাৰ হাততে অৰ্পণ কৰিলো। যিদিনাখন হাচান-হোচেনৰ মৃত্যুসংবাদ এই নগৰলৈ পাবহি, জানিবা, এজিদে পুনৰ্জ্জীবিত হৈ দামেস্ক ৰাজ ভাণ্ডাৰৰ দ্বাৰ অবাৰিত কৰি দিব; কোনোৱেও আদেশৰ অপেক্ষাত থাকিব নালাগে। মাৰৱান! সকলো কথা আৰু কাৰ্য্যত 'যদি' নামে এটি শব্দ আছে। জগতত

মই যদি কিবা ভয় কৰো তেনেহলে সেই 'যদি' শব্দই সময়ে মোৰ প্ৰাণ কঁপাই তোলে। যদি যুদ্ধত পৰাস্ত হোৱা, নিৰুৎসাহ নহবা, হাচান-হোচেন বধৰ পৰা কেতিয়াও চ্যুত নহবা, দামেস্কালৈও উভটি নাহিবা। মদিনাৰ ওচৰৰ কোন স্থানত থাকি তোমাৰ চিৰবন্ধুৰ চিৰশত্ৰুৰ প্ৰাণসংহাৰ কৰিবলৈ যত্ন কৰিবা। ছলে-বলে হওঁক প্ৰথমতে হাচানৰ জীৱন-প্ৰদীপ তোমাৰ হস্তেৰে নিৰ্ব্বাণ হোৱাৰ শুভ-সংবাদ মই শুনিবলৈ বিচাৰো। হাচানৰ প্ৰান বিয়োগজনিত, জয়নাবৰ পুনঃ বৈধব্যব্ৰত মই সানন্দচিত্তেৰে শুনিবলৈ বিচাৰো। পুনৰ কি ক'ম তোমাৰ অজানা একোৰেই নাই?"

এইবাৰ সৈন্যসকলক সম্বোধন কৰি মাৱৱানে কবলৈ ধৰিলে, "বীৰসকল। তোমালোকৰ প্ৰভুৰ আজ্ঞা সকলোৱে স্বকৰ্ণে শুনিলা। মোৰ পুনৰ কবলৈ একোৱে নাই। ভ্ৰাতৃসকল। এতিয়া দামেস্ক ৰাজ্যৰ জয়ধ্বনি দি আকাশ পাতাল কঁপাই তোলা। মনৰ আনন্দত দ্বিগুণ উৎসাহত এতিয়াই যাত্ৰা কৰা। মাৱৱানে ছায়াৰ দৰে তোমালোকৰ লগত সকলো সময়তে থাকিব।"

সৈন্যসকলে বীৰদৰ্পৰে চিঞৰি উঠিল, "জয় মহাৰাজ এজিদৰ জয়! জয় মহাৰাজ দামেস্কৰাজৰ জয়।"

সৈন্যৰ জয়ধ্বনি আকাশ বতাহ কঁপাই তুলিলে। অসংখ্য সৈন্যই ৰণবাদ্য বজাই ধৰণী কঁপাই, বিজয় নিচান উৰুৱাই মদিনাভিমুখে অগ্ৰসৰ হ'ল। নগৰবাসী সকলৰ কিছুমানৰ অন্তৰত আঘাত লাগিল, কাৰোবাৰ চকুত চকু পানী ওলাল, আৰু কোনোবাই এজিদৰ জয়ধ্বনি কৰি আনন্দ অনুভৱ কৰিলে।

মদিনাবাসীয়ে কেইদিনমান এজিদৰ কথা লৈ বিশেষ আলোচনা কৰিলে। সৰ্ব্বসাধাৰণৰ অন্তৰত এজিদৰ পত্ৰৰ প্ৰতি ছত্ৰ, প্ৰতি অক্ষৰে সুতীক্ষ্ণ তীৰৰ দৰে বিন্ধিছিল। হাচান-হোচেনৰ প্ৰতি এজিদে যি ভাবে অপমান সূচক কথা ব্যৱহাৰ কৰিছিল, তাৰ শাস্তি কি হব, ঈশ্বৰে যে কি শাস্তি প্ৰদান কৰিব, সেয়া ভাবি একো স্থিৰ কৰিব পৰা



নাছিল। প্ৰবীন সকলে দিনে ৰাতি হাচান-হোচেনৰ মঙ্গল কামনাত ঈশ্বৰৰ সমীপত প্ৰাৰ্থনা কৰিব ধৰিলে। পূৰ্ণবয়স্ক সকলে কবলৈ ধৰিলে, "আমি জীয়াই থাকোতে কাৰ সাধ্য, এমাম হাচান-হোচেনৰ প্ৰতি দৌৰাত্ম্য কৰে? যি নৰাধমে এমামৰ প্ৰতি অযথা ব্যৱহাৰ কৰিব, সেইসকলে সোনকালে নৰকক জ্বলন্ত অগ্নিকুণ্ডত জ্বলিব লাগিব। স্ত্ৰী-পুৰুষ মাত্ৰকেই এজিদ্দৰ নামত পাদুকাঘাত কৰিব ধৰিলে? কিছুদিন পাৰ হৈ গ'ল দামেস্কৰ কোনো সংবাদ নাই। এজিদৰ সম্বন্ধে আন্দোলন ক্ৰমে ক্ষীণ হৈ আহিবলৈ ধৰিলে।

মদিনাবাসীয়ে নিজ নিজ গৃহত শুই আছিল, নিশা প্ৰায় অবসান হৈ আহিছিল হঠাতে নাগৰাৰ শব্দ শুনি নগৰ-প্ৰান্তৰ অধিবাসীসকল সাৰ পাই উঠিল, অসময়ত ৰণবাদ্যৰ কোনো কাৰণ নিৰ্ণয় কৰিব নোৱাৰিলে। প্ৰভাত নিকটবৰ্ত্তী। লগে লগে সেই বাজনাও নিকটবৰ্ত্তী হবলৈ ধৰিলে। সূৰ্যোদয় পৰ্য্যন্ত নগৰৰ প্ৰায় সকলোৰে কানলৈ সেই তুমুল ঘোৰ ৰণবাদ্য প্ৰবেশ কৰি দীৰ্ঘসূত্ৰীৰো নিদ্ৰাভঙ্গ হ'ল। বহুতৰে চকুত পৰিল বহুসংখ্যক সৈন্য বীৰদৰ্পে গমাপথ অন্ধকাৰ কৰি নগৰ অভিমুখে আহিবলৈ ধৰিছে। সূৰ্য্যদেৱে সহস্ৰ কিৰণ পেলাই মদিনাবাসীক নিজমূৰ্ত্তি দেখুৱাই এজিদৰ চিহ্নিত পতাকা দেখুৱালে। সকলোৱে স্থিৰ সিদ্ধান্তত উপনীত হল যে, হাচান-হোচেনক নিৰ্য্যাতন আৰু তেওঁলোকৰ প্ৰাণহৰণ মানসেৰে এজিদ সসৈন্য সমৰলৈ আহিছে।

আবদুল ৰহমানে পুনৰ বিলম্ব নকৰিলে। হাচান-হোচেনৰ ওচৰলৈ গৈ সমুদায় বৃত্তান্ত বিবৰি ক'লে; তেওঁলোকেও কালবিলম্ব নকৰি এজিদৰ বিৰুদ্ধে জেহাদ (ধৰ্ম্মযুদ্ধ) ঘোষণা কৰি যুদ্ধৰ আয়োজনত ব্যস্ত হ'ল। মূহূৰ্ত্ততে মদিনাৰ ঘৰে ঘৰে জেহাদ-ৰবৰ প্ৰতিধ্বনি হবলৈ ধৰিলে। মোহম্মদীয়সকলে জেহাদৰ নাম শুনি আহ্লাদত নাচি উঠিল। বিধৰ্ম্মীৰ অস্ত্ৰাঘাতত প্ৰাণত্যাগ কৰিলেই শ্বহীদ (ধৰ্ম্মযুদ্ধত শোণিতপাততেই প্ৰাণত্যাগত মুক্ত) হয়, স্বৰ্গৰ দ্বাৰ শ্বহীদসকলৰ নিমিত্তে সৰ্ব্বদাই খোলা থাকে—ধৰ্ম্মযুদ্ধত বিধৰ্ম্মীৰ

অস্ত্ৰাঘাতৰ ৰক্ত-প্ৰবাহত মোহম্মদীয়সকলৰ সমুদায় পাপ বিধৌত হৈ পবিত্ৰভাবে পুণ্যাত্মা ৰূপধাৰণত শ্বহীদসকলে নিৰ্ব্বিচাৰে যে স্বৰ্গসুখত সুখী হয়, এয়া মুছলমানমাত্ৰৰেই অন্তৰত অনন্তকাল পৰ্য্যন্ত জাগি থাকিব।

মদিনাৰ বালক, বৃদ্ধ, পূৰ্ণবয়স্ক সকলোৱে ৰণবেশে সুসজ্জিত হবলৈ ধৰিলে। নগৰবাসীসকলে হাচান-হোচেনক প্ৰাণতকৈয়ো ভাল পাইছিল। ঘোষণা প্ৰচাৰ হওঁতেই হাজাৰ হাজাৰ মানুহ কোনো আদেশলৈ অপেক্ষা নকৰি যিহকে হাতৰ ওচৰত পালে সেয়া লৈ শত্ৰুৰ উদ্দেশ্যে আগ বাঢ়িল। এজিদৰ সৈন্যসকলে এনে অৱস্থা দেখি পুনৰ আগ নাবাঢ়ি শিবিৰ নিৰ্ম্মাণত প্ৰবৃত হ'ল। নগৰবাসী সকলোৱেও শত্ৰুপক্ষক নিৰুৎসাহ দেখি পুনৰ অগ্ৰসৰ হোৱাৰ পৰা ক্ষান্ত থাকিল। নগৰলৈ উভটি নগৈ সুবিধামতে স্থান নিৰ্ণয় কৰি হজৰত হাচানৰ অপেক্ষাত ৰ'ল।

হোচেন আৰু আবদুল ৰহমান প্ৰভৃতি আত্মীয়-স্বজন ৰওজা মোবাৰকলৈ গ'ল। হাচানে প্ৰথমতে ঈশ্বৰৰ উপসনা কৰিলে— "দয়াময়! মোৰ ধনবল, বুদ্ধিবল, সৈন্যবল একোৱে নাই। তোমাৰ দাস মাত্ৰ। তুমি দয়া কৰি এই দাসৰ অন্তৰত যি বল দিছা, সেই ধৰ্ম্মবলতেই মোৰ সাহস আৰু উৎসাহ। দয়াময়! সেই বলেৰেই মই এজিদক—এজন এজিদ কিয়, শ শ এজিদক তোমাৰ কৃপাত তুচ্ছ জ্ঞান কৰো। মাত্ৰ তোমাৰ নাম ভৰষা কৰিয়েই দুৰ্গম শত্ৰুপথত আগবাঢ়িছোঁ। তুমি সহায়, তুমি ৰক্ষাকৰ্ত্তা।" সকলোৱে "আমিন—আমিন" বুলি কৈ, পিচত মহম্মদৰ গুণানুবাদ কৰি এজন এজনকৈ অশ্বাৰোহণ কৰি ৰাজপথলৈ ওলাই আহিল। নগৰবাসীসকলে ব্যগ্ৰতাৰে তেওঁলোকক আগুৰি ধৰি কবলৈ ধৰিলে। "আমি জীয়াই থাকোতে আপোনাক শত্ৰুসন্মুখলৈ যাবলৈ নিদিও। আমি আগতে যাম। হয় মাৰিম, নহয় মৰিম।"

হাচান ঘোৰাৰ পৰা নামি ক'লে, "ভ্ৰাতৃসকল! ঈশ্বৰৰ ৰাজ্যত বাস কৰি ঈশ্বৰৰ কাৰ্য্যত জীৱন শেষ কৰাই জীৱন কৰ্ত্তব্য। মানুহে মোক মদিনাৰ ৰজা বুলি কয়। কিন্তু ভ্ৰাতৃসকল! তোমালোকে সেই কথালৈ কেতিয়াও কাণ নিদিবা। এই জগতত কোনেও কাৰো ৰজা নহয়, সকলোৱেই সেই মহাৰাজাধিৰাজ সৰ্ব্বৰাজাধিৰাজ ওৱাহ্‌দাহুলা শৰীকালাহু (একমেবাদ্বিতীয়ম্) দয়াময় ৰাজ্যৰ প্ৰজা। সকলোৱেই সেই মহান ৰজাৰ সৃষ্ট, তেওঁৰ শক্তি মহান, আমি সেই ৰজাৰ প্ৰজা। সাধ্যানুসাৰে সেই সৰ্ব্বশক্তিমান, অদ্বিতীয়, মহাৰাজাৰ ধৰ্ম্মৰাজ্য ৰক্ষণাবেক্ষণ কৰাই আমাৰ সৰ্ব্বতোভাবে কৰ্ত্তব্য আৰু সেয়াই আমাৰ জীৱনৰ একমাত্ৰ উদ্দেশ্য। সেই ধৰ্ম্মৰাজ্যৰ বিৰোধী হৈয়ো বহুতো নৰাধমে অস্থায়ী ৰাজ্যত বাস কৰিছে। আজি তোমালোকে যি নৰাধমৰ বিৰুদ্ধে একাগ্ৰচিত্তে অগ্ৰসৰ হৈছে, তাৰ ধনবল, সৈন্যবল ইমান বেছি যে, ধাৰণা কৰাতোও শঙ্কা বোধ হয়। যদিও আমাৰ অৰ্থ নাই, যুদ্ধৰ উপকৰণ নাই, বাহ্যিক আড়ম্বৰ নাই, তথাপিও আমাৰ একমাত্ৰ ভৰষা—সেই অদ্বিতীয় ভগবান। তেওঁৰ নামতেই আমাৰ আশ্ৰয়। সেই নাম অবলম্বন কৰি তেওঁৰ ধৰ্ম্মৰাজ্য ৰক্ষা কৰিম। ভ্ৰাতৃসকল! যি পাপাত্মাৰ সৈন্যসকলে এই পবিত্ৰভূমি —আমাৰ জন্মভূমি আক্ৰমণ কৰাৰ আশাৰে নগৰৰ বাহিৰত শিবিৰ স্থাপন কৰিছে, সেই বিধৰ্ম্মী এজিদে মদিনাৰ খাজনা মোৰ ওচৰত বিচাৰিছিল। মই তাৰ উত্তৰ দিয়া নাছিলো, সেই আক্ৰোশত আৰু বিবি জয়নাব মোৰ সহধৰ্ম্মিনী হৈছে, সেই ক্ৰোধত এজিদে মোৰ প্ৰাণবধ কৰিব। যদি সেয়া হয় এজিদৰ উভয় উদ্দেশ্যই সাধিত হব। কাৰণ মদিনাৰ সিংহাসন তাৰ অধিকাৰ হব বুলি ভাবিছে। সেই বিধৰ্ম্মী এজিদ নূৰনবী হজৰত মহম্মদৰ বিৰোধী, পবিত্ৰ কোৰাণৰ বিৰোধী। নৰাধম এনেকুৱা পাপী যে, ভ্ৰমতেওঁ কেতিয়াও ঈশ্বৰৰ নাম মুখলৈ নানে। ভাই সকল! আমি যি ৰাজ্যত বাস কৰিছোঁ, সেই ৰজাই আমাৰ সুবিধাৰ কাৰণে কিমান যে উপকৰণ, কিমান সুখসামগ্ৰী সৃষ্টি কৰিছে—বিনা স্বাৰ্থত বিনা প্ৰত্যুপকাৰৰ আশাত যি ৰজাই অকাতৰে কিমান যে কি দান কৰিছে, আমি আজি পৰ্য্যন্ত সেই দানৰ উদ্দেশ্যৰ কণামাত্ৰ বুজিব পৰা নাই। সেই

অদ্বিতীয় ৰজাৰ বিৰুদ্ধাচাৰীয়ে আজি পুণ্য ভূমি মদিনা আক্ৰমণ কৰিছে—আমাৰ স্বাধীনতা হৰণ কৰিবলৈ— ধৰ্ম্মপথৰ কাটা দূৰ কৰা। মূল উদ্দেশ্য—মোৰ জীৱন-প্ৰদীপ নিৰ্ব্বাণ কৰিবলৈ অগ্ৰসৰ হৈছে। মহাশক্তিসম্পন্ন মহাপ্ৰভু জগৎপিতাৰ নামত সি কিমান কলঙ্ক ৰটাইছে। জগদীশ্বৰ মহান্, তেওঁৰ মহিমা অপাৰ, ক্ৰোধ; দুখ, অপমান একোৱেই নাই। কিন্তু আমি সদ্গুণবিহীন মানব,— আমাৰ ৰিপু-সংযম অসাধ্য। যিজনে ঈশ্বৰৰ বিৰোধী, আমিয়ো তেওঁৰ বিৰোধী। আমি জানো সেই বিৰোধীৰ প্ৰতিবিধান নকৰিম? আমাৰ অস্ত্ৰ জানো চিৰদিনেই কোষত আবদ্ধ থাকিব? বিধৰ্ম্মীৰ মুণ্ডপাত কৰিবলৈ সেই অস্ত্ৰ জানো কাফেৰৰ ৰক্তৰে ৰঞ্জিত নহব? ঈশ্বৰৰ প্ৰসাদত জয়-পৰাজয় উভয়ে আমাৰ মঙ্গল। যদি তেওঁৰ কৃপাত বিধৰ্ম্মীৰ তেজেৰে আজি মদিনা-প্ৰান্তৰত বৈ যায়, ভাল, সেয়া নহলে ধৰ্ম্মৰক্ষা, জন্মভূমিৰ স্বাধীনতা ৰক্ষা কৰিবলৈ যদি বিধৰ্ম্মীৰ অস্ত্ৰত আত্মবিসৰ্জ্জন দিব লগা হয়, তেনেহলে অক্ষয় স্বৰ্গলাভ। ভ্ৰাতৃসকল! আজি আমাৰ এই স্থিৰ প্ৰতিজ্ঞা, হয় জন্মভূমিৰ স্বাধীনতা ৰক্ষা কৰি মহম্মদীয় ধৰ্মৰ উৎকৰ্ষ সাধন কৰিম যদি নহয়, অকাতৰে ৰক্তস্ৰোতত আমাৰ এই অস্থায়ী দেহ উটুৱাই দিম।"

এই পৰ্য্যন্তলৈ শুনি মদিনাবাসীয়ে সমস্বৰেৰে "আল্লাহো আকবৰ" বুলি পাগলৰ দৰে কাফেৰৰ মুণ্ডপাত কৰিবলৈ আগ-বাঢ়িল। হাচানে সকলোকে একেলগে শ্ৰেণীবদ্ধ কৰি সমৰক্ষেত্ৰলৈ যাবলৈ মনস্থ কৰিছিল; সেয়া নহল, কোনোৱে কাৰো কথালৈ কাণ নিদিলে।

হাচান-হোচেন আৰু আবদুল ৰহমানে পুনৰ অশ্বাৰোহৰণত আগবাঢ়ি গৈ যি দৃশ্য দেখিলে, হাচানে অশ্ৰুসম্বৰণ কৰিবলৈ নোৱা-ৰিলে। আবদুল ৰহমানক ক'লে, "ভাই! তুমি যিমান সোনকালে পাৰা, হোচেনৰ লগত গৈ মদিনাবাসীৰ পৃষ্ঠপোষক হোৱা। মই অবলাসকলক বিদায় দি আহোগৈ। এওঁলোকৰ এই বেশে মোৰ



মনত খুব কষ্ট দিছে। মই জীয়াই থাকোতে এওঁলোকৰ হাতত অস্ত্ৰসম্ভাৰ দেখিব লগা হ'ল। ভাই! ইয়াতকৈ দুখৰ কথা আৰু কি হব পাৰে? তোমালোক যোৱাগৈ, অপেক্ষা কৰিব নালাগে।"

এমাম হাচানে অশ্বৰ পৰা নামি বিনীতভাবে নাৰীসকলক প্ৰশ্ন কৰিলে। "ভণীহঁত! নগৰৰ প্ৰান্তত মহাশত্ৰু। নগৰবাসী আজি শত্ৰুবধত উন্মত্ত, জন্মভূমি ৰক্ষা কৰিবলৈ মহাব্যস্ত। এই বিপদৰ সময়ত আপোনালোক এই বেশেৰে কলৈ যায়?"

নাৰীসকলৰ মাজৰ পৰা এগৰাকীয়ে ক'লে, "হজৰত! কলৈ যাম? আপোনালোকৰ এই মহাবিপদ কালত আমি জানো বাধ্য হৈ অন্তঃপুৰত আবদ্ধ হৈ থাকিব পাৰো? ভ্ৰাতা, পুত্ৰ, স্বামী সকলোকে শত্ৰুমুখলৈ পঠিয়াইছোঁ, উভতি আহিবলৈ পঠোৱা নাই— একেবাৰে চিৰবিদায় প্ৰদান কৰিছোঁ। আমি পৃথিবীত থকাৰ প্ৰয়োজন জানো আছে? আপোনাৰ কাৰণে স্বামী, পুত্ৰ, ভ্ৰাতা যি পথেৰে যাব, আমি সেই পথকে অনুসৰণ কৰিম; বিপদ সময়ত অলপ নহয় অলপ সাহায্য কৰিব পাৰিম। তেওঁলোকে যদি বিধৰ্ম্মীৰ তেজেৰে ৰঞ্জিত হৈ ধৰ্ম্মৰক্ষা আৰু জন্মভূমি ৰক্ষা কৰিব পাৰে, তেনেহলে, আমিয়েইবা কাফেৰৰ মূৰ কাটিবলৈ অস্ত্ৰ গ্ৰহণ নকৰিম কিয়? নূৰনবী হজৰত মহম্মদৰ পবিত্ৰ দেহ যি মদিনাৰ ক্ৰোড়ত ধাৰণ কৰি আছে; ৰোজ কেয়ামত পৰ্য্যন্ত থাকিব, সেই মদিনা এজিদে অধিকাৰ কৰিব? যি মদিনাৰ পবিত্ৰতা গুণত জগতৰ চাৰিওফালৰ পৰা কোটি কোটি ভক্তই কিমান কষ্ট স্বীকাৰ কৰি মাত্ৰ এবাৰ ৰওজা শ্বৰীফদৰ্শন কৰিবলৈ আহে, সেই পবিত্ৰভূমি কাফেৰৰ পদস্পৰ্শত কলঙ্কিত হব? এই কথা জানি কোনে স্থিৰ হৈ ঘৰত বহি থাকিব পাৰে? আৰু চাওঁক—আমি অবলা, পৰাধীনা, যিসকলৰ মুখাপেক্ষী, তেওঁলোকেই যেতিয়া অস্ত্ৰ-সন্মুখত, তেতিয়া আমি শূন্যদেহ লৈ কিয় ঘৰত থাকিম?"

আন এগৰাকী নাৰীয়ে ক'লে "হজৰত! আমি যে অকলে সন্তান-সন্ততি প্ৰতিপালন কৰিবলৈহে শিকিছোঁ, আপুনি সেয়া

নাভাবিব! এই হস্ত বিধৰ্ম্মীৰ মস্তক চূৰ্ণ কৰিবলৈও সক্ষম, এই হস্তৰে কাফেৰৰ মুণ্ডপাত কৰিবলৈও জানো। সামান্য ৰক্তবিন্দু দেখিলে আমাৰ মন কঁপি উঠে, শৰীৰত শিহৰণ হয়, হৃদয়ত বেদনা লাগে, কিন্তু কাফেৰৰ লোহিত ৰক্ত-তৰঙ্গৰ শোভা দৰ্শনত আনন্দ আৰু উৎসাহত আমাৰ মন যেন নাচি উঠে।”

বিস্মিত হৈ হাচানে ক'লে, “মই আপোনালোকৰ অনুগত আৰু আজ্ঞাবহ। মই জীয়াই থাকোতে আপোনালোকে বিধৰ্ম্মীবধৰ কাৰণে অস্ত্ৰ ধৰিব নালাগে। মোৰ বংশ জীয়াই থাকোতে আপোনালোকে এই বেশ লব নালাগে। ভনীসকল! আপোনালোকে ঘৰত বহি ধৰ্ম্ম আৰু জন্মভূমি ৰক্ষাৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰককৈ। আপোনালোকে ঈশ্বৰৰ সন্মুখত ঠিয় হৈ আমাক ৰক্ষা কৰককৈ। মই মিনতি কৰি কৈছোঁ, আপোনালোকে শত্ৰু-সন্মুখীন হৈ মোৰ মনত বেদনা প্ৰদান নকৰিব।

প্ৰথমা নাৰীয়ে সবিনয়ে ক'লে, “আপোনাৰ আদেশ প্ৰতিপালন কৰিলোঁ; কিন্তু এয়া নিশ্চয়কৈ জানিব, মদিনাৰ এটি অবলাৰ দেহত প্ৰাণ থকালৈকে এজিদে কেতিয়া নগৰৰ সীমালৈ আহিব নোৱাৰিব।” নাৰীসকলে দুয়োখন হাত ওপৰলৈ দাঙি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে,—“এলাহি! আজি আপোনাৰ নামৰ ওপৰত নিৰ্ভৰ কৰি হাচানক শত্ৰুসন্মুখলৈ এৰি দিলো। হাচানৰ প্ৰাণ পবিত্ৰ ভূমি, মদিনাৰ স্বাধীনতা আৰু ধৰ্ম্মৰক্ষা কৰিবলৈ ভ্ৰাতা, পুত্ৰ আৰু স্বামীহাৰা হলেও আমি কাতৰ নহওঁ। এলাহি! স্বামী, পুত্ৰ ভ্ৰাতৃসকল বিধৰ্ম্মীৰ অস্ত্ৰৰ আঘাতত প্ৰাণত্যাগ কৰিলেও আমাৰ চকুত পানী নোলায়। কিন্তু মদিনা নগৰ কাফেৰৰ হাতত পদপৃষ্ট হলেই আমি অকাতৰে প্ৰাণ বিসৰ্জ্জন দিম। এলাহি! হাচানৰ প্ৰাণ আমাৰ প্ৰাৰ্থনীয় ,সেই প্ৰাণ ৰক্ষা কৰা; মদিনাৰ পবিত্ৰতা ৰক্ষা কৰা; নূৰনবী হজৰত মহম্মদৰ ৰওজাৰ পবিত্ৰতা ৰক্ষা কৰা।”

এনেদৰে উপাসনা শেষ কৰি নগৰবাসিনীসকলে হাচানক আশীৰ্ব্বাদ দিব ধৰিলে—“এলাহিৰ অনুগ্ৰহ কবচ আপোনাৰ শৰীৰ



ৰক্ষা কৰক। বাহুবলত হজৰত আলীৰ দৃষ্টিপাত হওঁক। বিবি ফাতেমা খাতুনৰ জেন্নাত আপোনাৰ ভোকপিয়াহ নিবাৰণৰ প্ৰতি দৃষ্টি ৰাখক। শত্ৰুবিজয়ী হৈ আপুনি নিৰ্ব্বিঘ্নে নগৰ আগমন কৰক।”

এনেদৰে আশীৰ্ব্বাদ কৰি কামিনীসকল স্ব স্ব নিকতনলৈ গ'লগৈ। হাচানেও বিচ্‌মিল্লাহ্‌ বুলি অশ্বত আৰোহণ কৰিলে। মুহূৰ্ত্ততে নগৰ প্ৰান্তৰলৈ আহি যুদ্ধক্ষেত্ৰৰ ওচৰ পালেহি। তেওঁৰ চকুত পৰিল মদিনাবাসীয়ে বিপক্ষক বিষম বিক্ৰমে আক্ৰমণ কৰিছে। যুদ্ধৰ ৰীতিনীতিৰ প্ৰতি কাৰো লক্ষ্য নাই, কেৱল 'মাৰ' 'মাৰ', অস্ত্ৰৰ ঝন্‌ঝন্‌ শব্দ আৰু মুহূৰ্ত্তে মুহূৰ্ত্তে “আল্লাহ” বুলি চিঞৰি চতুৰ্দ্দিক কঁপাই তুলিছে। ৰণভূমিত তেজৰ শ্ৰোত বৈ গৈছে। সেই অভাবনীয় ভয়ানক দৃশ্য দেখি হাচান নিস্তব্ধভাবে অশ্বপৃষ্ঠতে উপবিষ্ট থাকিল, যুদ্ধত ব্যপৃত নহল।

মদিনাবাসীয়ে শত্ৰুক প্ৰায় শেষ কৰি আনিছিল। শ শ বিধৰ্ম্মীৰ মস্তকছেদন কৰি নিজেও “শ্বহীদ” হৈছিল। কোনোৱে কাৰো কথা শুনা নাই। হোচেনৰ তৰোৱাল বিজুলীৰ দৰে চমকিছিল। শত্ৰু পক্ষইযে পলাই প্ৰাণ ৰক্ষা কৰিব তাৰো উপায় নাই। যিসকল আতৰত আছিল সেইসকলে তৰোৱালৰ কোব দেখি নিলগতে জঙ্গল, পাহাৰত লুকাই প্ৰাণৰক্ষা কৰিছিল। বহুতেই হোচেনৰ তৰোৱালৰ পৰা ৰক্ষা পাবলৈ মৃতদেহৰ অন্তৰালত লুকাইয়ো প্ৰাণৰক্ষা কৰিছিল। সোঁৱে বাওঁৱে হোচেনৰ কোনো ফালে দৃষ্টি নাই। যাকে সন্মুখত পাইছিল তাকেই নৰকলৈ পঠিয়াইছিল।

## একাদশ প্ৰবাহ

বহুসময় হাচানে এঠাইত ঠিয় হৈ থাকি ক্ৰমে অগ্ৰসৰ হৈ ভীষণ যুদ্ধ দৰ্শন কৰিবলৈ ধৰিলে। হস্তপদ-খণ্ডিত আগণিত দেহ, শোণিত প্ৰবাহত সম্পূৰ্ণ ডুব গৈ, বহুতো অৰ্দ্ধাংশ ডুব গৈ পৰি আছিল। মদিনাবাসীৰ মুখত 'মাৰ! মাৰ!' শব্দ। ক'ত এজিদ? ক'ত

মাৰৱান ?" এয়া মাত্ৰ কথা। মাজে মাজে নানাপ্ৰকাৰৰ কাতৰ স্বৰ হাচানৰ কৰ্ণগোচৰ হৈছিল।

মদিনাবাসীয়ে প্ৰথমতে বিধৰ্মীৰ মস্তকৰ বাহিৰে আন একোৱে দেখা নাছিল। ক্ৰমে ক্ৰমে দুই এজন স্বজনৰ প্ৰতি তেওঁলোকৰ দৃষ্টি পৰিল। ইমান সময়ে কোনোৱে কাৰো সন্ধান পোৱা নাছিল। এতিয়াহে পৰস্পৰ পৰস্পৰৰ লগত দেখা-দেখি হবলৈ ধৰিলে। ক্ৰমে সকলোৱে একগোট হবলৈ ধৰিলে। সকলোৱে উচ্চৈঃস্বৰে ঈশ্বৰৰ নাম জপ কৰি জয়ধ্বনিৰ সৈতে "লাএ-লাহা ইল্লাল্লাহ, মহম্মদৰ ৰচুলাল্লাহ" বুলি যুদ্ধৰ পৰা বিৰত হ'ল। হাচানে সকলোকে আশীৰ্ব্বাদ কৰি সমস্বৰে ঈশ্বৰৰ নাম লৈ সিংহদ্বাৰ অতিক্ৰম কৰি নগৰত প্ৰবেশ কৰিলে। বালক, বৃদ্ধ আৰু তিৰোতাসকলে পথৰ দুই কাষৰ পৰা ঈশ্বৰৰ ওচৰত উপসনা ( শোকৃৰাণা ) কৰি বিজয়ী বীৰপুৰুষসকলক মহানন্দৰে অভ্যৰ্থনা কৰিলে। জাতীয় ধৰ্ম্ম আৰু জন্মভূমিৰ স্বাধীনতা ৰক্ষা কৰি বীৰসকলে বিজয় পতাকা উৰুৱাই গৃহলৈ আহিছে, সেই সময়ত "বাগে এৰাম"ৰ ( স্বৰ্গীয় উপবনৰ) পুষ্প তেওঁলোকৰ শিৰত বৰ্ষণ কৰিব পাৰিলেও নগৰবাসীৰ আশা শেষ নহলহেঁতেন। নগৰবাসীসকলে কি কৰিব মদিনাজাত পাৰিজাত পুষ্প মনৰ আনন্দত মহা উৎসাহেৰে সেই পুষ্পগুচ্ছ দলিয়াই বিজয়ীসকলক অভ্যৰ্থনা কৰিব ধৰিলে। বিজয়ী বীৰসকলে পোনে পোনে প্ৰভু মহম্মদৰ ৰওজা শ্বৰীফলৈ আহি ঈশ্বৰৰ উপসনা কৰিলে। শেষত হাচান-হোচেন আৰু আবদুৰ ৰহমানৰ পৰা বিদায় লৈ স্ব স্ব গৃহলৈ গমন কৰিলে। মদিনাৰ প্ৰতিটো গৃহ, প্ৰতিটো পথ আনন্দময় হৈ উঠিল।

মদিনাবাসীয়ে বিজয়-নিচান উৰুৱাই ৰণভূমি পৰিত্যাগ কৰাৰ পিছত, ছিন্ন-ভিন্ন মৃতদেহৰ মাজত যিসকলে ভয়ত দেখা নিদিয়াকৈ আছিল লাহে লাহে সেই সকলে মস্তক উত্তোলন কৰি চাওঁতে চকুত পৰিল, যুদ্ধক্ষেত্ৰত জনপ্ৰাণী এটিও নাই। শ শ মস্তক সহস্ৰ দেহ তেজেৰে ৰাঙলী হৈ মাটিত পৰি আছে। কোনো শৰীৰত



হাত নাই, কোনোৰ ওপৰ অংশ নাই আৰু বা কোনো শৰীৰৰ তলৰ অংশ নাই। অশ্বদেহত মনুষ্যমস্তক, মনুষ্যদেহত অশ্বমস্তক সংযোজিত হৈছে। এইৰূপ শোচনীয় অৱস্থা দেখি হতাবশিষ্ট সেনাসকলে কি কৰিব একোকে ভাবিব পৰা নাছিল। ক্ৰমে ক্ৰমে দুই এজনকৈ গোট খালেহি। পৰ্বতৰ গুহাত যিসকলে লুকাই আছিল যুদ্ধক্ষেত্ৰ নীৰব দেখি সেইসকলো ওলাই আহিল। তন্মধ্যে মাৰৱান আৰু ওতৰে অলীদ উভয়ে আছিল। সঙ্গীসকলৰ এনেকুৱা অৱস্থা দেখি তেওঁলোকে দুখ নকৰিলে। মাৰৱানে ক'লে "ভাই অলীদ! মদিনাবাসীৰ অস্ত্ৰত যে ইমান তেজ, হোচেনৰ ইমান পৰাক্ৰম, মই এয়া সপোনতো ভবা নাছিলো। যি হবৰ হ'ল, গত বিষয়ৰ চিন্তাত ফল নাই? পুনৰ চেষ্টা কৰা। মহাৰাজ এজিদৰ আদেশ মনত পেলোৱা। যি 'যদি' শব্দত তেওঁৰ হৃদয় কঁপি উঠিছিল, সেয়াই যদি সফল হ'ল, তেনেহলে এয়াতো নতুন ঘটনা নহয়। মহাৰাজৰ আদেশ শেষ পৰ্য্যন্ত পালন কৰি যাম—জীৱন লৈ পুনৰ দামেস্কলৈ উভতি নাযাওঁ, এই মুখ পুনৰ দামেস্কবাসীক নেদেখুৱাও। পুনৰ সৈন্য সংগ্ৰহ কৰিম, পুনৰায় হাচান বধৰ চেষ্টা কৰিম। মহাৰাজ এজিদৰ অভাৱ কিহৰ? সৈন্যসকল! তোমালোকৰ কোনোবা এজন এতিয়াই দামেস্কলৈ যাত্ৰা কৰা। যি যি নিজ চকুৰে দেখিছা, অবিকল মহাৰাজ-সমীপত এই মহাযুদ্ধৰ অৱস্থাৰ কথা কবাগৈ। আৰু কবা, মাৰৱানৰ মৃত্যু হোৱা নাই, হাচানৰ প্ৰাণ-সংহাৰ নকৰাকৈ মদিনা এৰি নাযায়। আৰু কবা মহাৰাজৰ শেষ আজ্ঞা পালন কৰিবলৈ তেওঁ পুনৰ প্ৰস্তুত হব ধৰিছে। যিমান সোনকালে পাৰে, সৈন্য সংগ্ৰহ কৰি মদিনালৈ পঠিয়াব। যি নিজ চকুৰে দেখিলা, ইয়াৰ একোকে গোপন নকৰিবা, তৎসমস্তই অকপটে প্ৰকাশ কৰিবা।" মাৰৱানৰ আদেশ মাত্ৰকে এম্ৰান নামৰ এক ব্যক্তি দামেস্কলৈ যাত্ৰা কৰিলে। মাৰৱানে ছদ্মবেশেৰে নগৰৰ কোন গুপ্ত স্থানত অলীদৰ লগত অবস্থান কৰিলে। আন আন সঙ্গীসকল ওচৰৰ পৰ্বতগুহাত মাৰৱানৰ আদেশক্ৰমে অবস্থিতি কৰিলে।

## দ্বাদশ প্ৰবাহ

ঋণৰ শেষ, অগ্নিৰ শেষ, ব্যাধিৰ শেষ আৰু শত্ৰুৰ শেষ থাকিলে ভবিষ্যতলৈ মহাবিপদ ! পুনৰায় সেয়া বৰ্দ্ধিত হলে শেষ কৰিব পৰা নাযায়। ৰাত্ৰি দুই প্ৰহৰ। মদিনাবাসী সকলোৱে নিদ্ৰিত। মাৰৱানে ছদ্মবেশ লৈ নগৰভ্ৰমণ কৰি উভটিছে। মদিন তন্ন তন্ন কৈ বিচাৰি আজি পৰ্য্যন্ত তেওঁ মনৰ মানুহ এজন বিচাৰি পোৱা নাই ! মাত্ৰ এগৰাকী বৃদ্ধাৰ লগত কথাই কথাই আন কথা বাৰ্ত্তা হৈছে। আকাৰ ঈঙ্গিতেৰে লোভও দেখুৱাইছে। কিন্তু ক'ত তেওঁৰ নিবাস, ক'ত অবস্থিতি, একোকে কোৱা নাই। অথচ বৃদ্ধাৰ ঘৰ-বাৰী গোপনে তেওঁ চাই আহিছে। বিশেষ অনুসন্ধান কৰি বৃদ্ধাৰ সাংসাৰিক অৱস্থাৰ কথাও তেওঁ গম পাইছে। আজি ৰাতি বৃদ্ধাৰ লগত নগৰ প্ৰান্তত নিৰ্দ্দিষ্ট পৰ্ব্বত গুহাৰ ওচৰত দেখা হব, এনেভাবে কথা স্থিৰ হৈছে। মাৰৱানে নিয়মিত সময়ৰ পূৰ্ব্বতে গোপনভাবে বৃদ্ধাৰ ঘৰৰ ওচৰলৈ গৈ সমুদায় অৱস্থা গমি-পিতি চাই বুজিবলৈ চেষ্টা কৰিছে বৃদ্ধাৰ কথাত কিবা সন্দেহ আছে নে নাই। সকলো খবৰ লৈ পুনৰ তেওঁ উভতি আহি পৰ্ব্বত গুহাৰ ওচৰত বৃদ্ধাৰ অপেক্ষাত ৰৈ আছে।

সেই বৃদ্ধাৰ নাম মায়মুনা। মায়মুনাৰ কেশপাশ শুভ্ৰ বুলিয়ে লেখকে তেওঁক বৃদ্ধা বুলি উল্লেখ কৰিছে ! কিন্তু বাস্তবিকতে মায়মুনা বৃদ্ধা নহয়। মাৰৱান যোৱাৰ অলপ সময় পিছত এগৰাকী তিৰোতাই স্বদেশীয় পৰিচ্ছদ পৰিধান কৰি অন্যমনস্কভাবে কিবা যেন চিন্তা কৰি কৰি ৰাজপথেৰে গৈ আছে; আৱৰুহ অনাবৃত। ক্ষণে ক্ষণে আকাশলৈ লক্ষ্য কৰি সেই তিৰোতা গৰাকীয়ে চন্দ্ৰ আৰু "আদম সুৰাতৰ" ( নৰাকাৰ নক্ষত্ৰপুঞ্জৰ ) প্ৰতি বাৰে বাৰে দৃষ্টিপাত কৰিছে। আন কোনো অৰ্থ নাই, ~বোধহয় নিৰ্দ্দিষ্ট সময় উত্তীৰ্ণ হোৱাৰ আশঙ্কা। অৰ্থলোভত পাপকাৰ্য্যত ৰত হব, সেয়াই চিন্তা কৰি অন্যমনস্কভাবে গৈ আছে। তাৰাদলে এবাৰ এবাৰ চক্ষু মুদি ইঙ্গিততে যেন তেওক



নিষেধ কৰিছে। প্ৰকৃতিক নিস্তব্ধতাৰ মাজতে যেন "নাই-নাই" শব্দৰে তেওঁক বাৰণ কৰিছে। মায়মুনাৰ কৰ্ণ টকাৰ সংখ্যা শুনিবলৈ ব্যস্ত। তেওঁ বাৰণ শুনিব কিয় ? মন সেই নিৰ্দ্দিষ্ট পৰ্ব্বত গুহাত ; এইবোৰ নিবাৰণৰ প্ৰতি তেওঁৰ মন জানো আকৃষ্ট হব পাৰে ? নগৰৰ পৰা ওলাই তেওঁ খৰ-খেদাকৈ যাবলৈ ধৰিলে।

নিৰ্দ্দিষ্ট গিৰিগুহাৰ ওচৰত মাৰৱান অপেক্ষা কৰি আছিল, মায়মুনাক দেখা পাই তেওঁৰ সন্দেহ একেবাৰে দূৰ হ'ল। উভয়ে একত্ৰ হ'ল, কথাবাৰ্ত্তা আৰম্ভ হ'ল।

মায়মুনাই ক'লে, "আপোনাৰ কথা-বাৰ্ত্তাত মই বুজিব পাৰিছোঁ। মোক যদি বিশ্বাস কৰে, আগতে এটি কথা কওঁ।"

মাৰৱানে ক'লে, "তোমাক বিশ্বাস কৰিয়ে মনৰ কথা প্ৰকাশ কৰিছোঁ। তুমি কি কবলৈ বিচাৰিছা ?"

মায়মুনাই ক'লে, "কাৰ্য্য শেষ কৰিলেতো দিবই; কিন্তু আগতে অলপ দিব লাগিব। চাওঁক, অৰ্থই সকলো। মই অতি দুখিনী, আপোনাৰ কাৰ্য্য সহজ নহয়। কিমান দিনত যে শেষ কৰিব পাৰিম তাৰ কোনো ঠিকনা নাই। এই কাৰ্য্যতে মই সকলো সময়তে চিন্তিত থাকিব লাগিব। জীবিকা নিৰ্ব্বাহৰ কাৰণে অন্য উপায় বাদ দিব লাগিব। দিনে-নিশাই মাত্ৰ এই মন্ত্ৰণা, এই কথালৈয়ে ব্যস্ত থাকিব লাগিব। আপুনিয়ে বিবেচনা কৰক ?''

কথাৰ ভাব বুজি মাৰৱানে কেইটিমান স্বৰ্ণমুদ্ৰা মায়মুনাৰ হাতত দি কলে, "যদি কৃতকাৰ্য্য হব পাৰা, সহস্ৰ স্বৰ্ণ মোহৰ তোমাৰ কাৰণে থাকিব।"

মোহৰ কেইটি ৰুমালত বান্ধি লৈ মায়মুনাই ক'লে, "চাওঁক ! যি জনৰ দুই তিনি গৰাকী স্ত্ৰী, তেওঁৰ প্ৰাণবধ কৰিবলৈ কিমান সময় ? তেওঁতো 'আজ্ৰাইল'ক ( যমদূতক ) সৰ্ব্বদাই ওচৰতে ৰাখি থৈ দিছে। তেওঁৰ প্ৰাণৰক্ষা হোৱাতো আচৰিত; মৰণ আচৰিত নহয় ?"

মাৰৱানে ক'লে, "সেয়া অৱশ্যে হয়, কিন্তু মানুহজন কেনেকুৱা? যেনেকুৱা মানুহ, স্ত্ৰীসকলো তেনেকুৱা। দুই তিনি গৰাকী স্ত্ৰী হোৱাত তেওঁৰ ভয়ৰ কাৰণ কি হব পাৰে ?"

মায়মুনাই ক'লে, "পয়গম্বৰেই হওঁক, এমামে হওঁক, ধাৰ্মিক পুৰুষে হওঁক, ৰজাই হওঁক, এক প্ৰাণ কেইজনক দিব পাৰে ? ভাগী থাকিলেই নানা কথা নানা গোলমাল। সপত্নীৰ মনত দুখ দিবলৈ কোন সপত্নীৰ ইচ্ছা নাই। মই সেই বিষয়ে এতিয়া একোকে নকওঁ, আপোনাৰ প্ৰতিজ্ঞা যেন ঠিক থাকে।"

মাৰৱানে ক'লে, "এই ঠাইত তোমাৰ আৰু মোৰ বাহিৰে কোনো নাই,—এই প্ৰতিজ্ঞাৰ সাক্ষী কোন হব? সেই অনন্ত আকাশ, সেই তাৰকাৰাশি, সেই পূৰ্ণচন্দ্ৰ, এই গিৰিগুহা, আৰু এই ৰজনী দেবীকেই সাক্ষী কৰিলো; হাচানৰ প্ৰাণবধ কৰিব পাৰিলেই তোমাক সহস্ৰ মোহৰ পুৰস্কাৰ দিম। আৰু এটি কথা এই বিষয়ে তোমাৰ আৰু মোৰ বাহিৰে জগতৰ আন কোনোৱে যেন নাজানে।'

মায়মুনাই ক'লে, "মই এই কথাত সন্মত হব নোৱাৰো কোনোৱে নাজানিলে কাৰ্য্য উদ্ধাৰ কেনেকৈ হব ? অৱশ্যে এই পৰ্য্যন্ত কব পাৰো, আচল কথাটি আন এজনৰ কৰ্ণ ভিন্ন দ্বিতীয় জনৰ কৰ্ণত প্ৰবেশ নকৰে।"

"কাৰ্য্য উদ্ধাৰৰ কাৰণে তোমাৰ বিশ্বাসী যদি কাৰবাক কব লাগে কবা; কিন্তু তিনিজনৰ বাহিৰে আন এটি প্ৰাণীয়ে যেন গম নাপায়।"

মায়মুনাই ক'লে, "হজৰত! মোক সামান্য তিৰোতা বুলি নাভাবিব। চাওঁক! ৰাজমন্ত্ৰীসকলে ৰাজ্য ৰক্ষা কৰে, যুদ্ধ বিগ্ৰহ নাইবা সন্ধিৰ মন্ত্ৰণা দিয়ে। মোৰ এই কাৰ্য্য সেই ৰাজকাৰ্য্যতকৈ কম নহয়। যত অশ্ৰৰ বল নাই, মহাবীৰৰ বীৰত্ব নাই, সাহস নাই, সাধ্য নাই, তাতেই মাইমুনাই শত অৰ্গলযুক্ত দ্বাৰ অতি সহজতে খুলিব পাৰে, য'ত বায়ুৰ গতি বিধি নাই, তাতোও মই অনায়াসে গমন কৰো। যি যোদ্ধাৰ অন্তৰ পাষাণেৰে গঠিত, তেওঁৰ মন গলাই মনত পৰিণত কৰিব পাৰো। যি কূলবধূ কেতিয়াও সূৰ্য্যৰ মুখ দেখা নাই, চেষ্টা কৰিলে তেওঁৰ লগতো দুষাৰ কথা পাতি আহিব পাৰো। নিশ্চয় জানিব পাপশূন্য দেহ নাই, লোকশূন্য জগত নাই। য'ত যি বিচাৰিব সেয়াই পাব।"



মাৰৱানে ক'লে, "বহুতে মুখেৰে বহুত কথা কয়, কাৰ্য্যত তাৰ আধা পৰিমাণ সিদ্ধ হলেও জগতত দুখৰ কাৰণ নাথাকিলহেতেন, অভাৱৰ নাম কোনোৱেও মুখলৈ নানিলেহেঁতেন। ৰাতি প্ৰায় শেষ হৈ আহিল। ভোটাতৰা পূব গগণত দেখা দিছে। সোনকালে নগৰলৈ উভতি যোৱাগৈ মই তোমাৰ ঘৰৰ সন্ধান লৈ আহিছোঁ। আৱশ্যক হলে যাম আৰু গুপ্ত পৰামৰ্শৰ আৱশ্যক হলে ৰাতি এই গিৰিগুহাৰ ওচৰলৈ আহি সমুদায় কথা-বাৰ্ত্তা হম।"

মাৰৱানে বিদায় ললে। মায়মুনা ঘৰলৈ উভটিল। গৃহৰ ভিতৰত শয্যাৰ ওপৰত বহি মোহৰবোৰ দীপৰ পোহৰত এটা এটাকৈ গণি যথাস্থানত থৈ আপোন মনে কবলৈ ধৰিলে,—

"হাচান মোৰ কোণ ? হাচানৰ মৃত্যুত মোৰ কি দুখ হব পাৰে? মইতো নিজে নামাৰো, মই উপলক্ষ মাত্ৰ। মোৰ পাপ ক'ত?" মনে মনে এইভাবে আন্দোলন কৰি মায়মুনা শয়ন কৰিলে।

ৰাত্ৰি প্ৰভাত হ'ল। নগৰস্থ উপাসনা মন্দিৰত প্ৰভাতী উপাসনাৰ কাৰণে ভক্তবৃন্দই সুস্বৰে আহ্বান কৰিছে; "নিদ্ৰাপেক্ষা ধৰ্ম্মালোচনা অতি উৎকৃষ্ট" আৰব্য ভাষাত এই কথাৰ ঘোষণা কৰিছে। ক্ৰমে সকলোৱে টোপনিৰ পৰা উঠিল। নিত্যক্ৰিয়াদি সমধা হোৱাৰ পিছত সকলোৱে মুখত শত সহস্ৰ প্ৰকাৰেৰে ঈশ্বৰৰ নাম ঘোষিত হবলৈ ধৰিলে। কি বালক, কি বৃদ্ধ, কি যুৱক, কি যুৱতী সকলোৱে ঈশ্বৰৰ গুণগান কৰি বিশ্ৰামদায়িনী বিভাবৰীক বিদায় দান কৰিলে। সকলোৱে যেন ঈশ্বৰৰ নামত তৎপৰ, ঈশ্বৰৰ প্ৰেমত উৎসাহী।

মদিনাবাসী ঈশ্বৰৰ উপাসনাত ব্যতিব্যস্ত; মাত্ৰ মায়মুনা ঘোৰ নিদ্ৰাত অভিভূতা। অলপ আগতে শয়ণ কৰিছে উপাসনাৰ সময়ত উঠিব পৰা নাই। নিদ্ৰাভঙ্গৰ পিছত তেওঁ যি ভয়ানক পাপকাৰ্য্যত প্ৰবৃত্ত হব লাগিব সেয়া ভাবিলে হৃদয় কম্পিত হয়। অৰ্থলোভত পুণ্যাত্মা হাচানৰ প্ৰাণ বিনাশত হস্ত প্ৰসাৰিণ কৰিব। ওঃ! পাষাণীৰ প্ৰাণ জানো পাষাণতকৈ কঠিন। নিৰপৰাধ পবিত্ৰ দেহৰ সংহাৰ কৰিব, এই পাপ কেনেকুৱা হব পাৰে তেওঁৰ

মনলৈ জানো অহা নাই। অকাতৰে নিদ্ৰাসুখ অনুভৱ কৰিছে। কি আচৰিত ! ৰমণীৰ প্ৰাণ জানো ইমান কঠিন হব পাৰে ?

নিদ্ৰিত অৱস্থাত মায়মুনাই গো গো শব্দ কৰি কবলৈ ধৰিলে, "মই নহয়, মই নহয়। মাৰৱান, এজিদৰ প্ৰধান উজিৰ মাৰৱান।" দুই তিনিবাৰ মাৰৱানৰ নামলৈ মায়মুনাৰ নিদ্ৰাভঙ্গ হ'ল। নিদ্ৰিত অৱস্থাত কি সপোন দেখিছিল, কি কাৰণে ভয় খাইছিল কোনে কি কলে, মায়মুনাৰ মনেহে সেয়া জানে। মায়মুনা শয্যাত উঠি বহিল একদৃষ্টিৰে চাই কিবা ভাবিলে. শেষত ক'লে, "সপোনৰ কথা অমূলক চিন্তা। বুদ্ধিহীন মূৰ্খসকলে সপোন বিশ্বাস কৰে। মোৰ কপালত যিয়ে নাথকক কিয়, মই সপোনত যি দেখিলো, সেই ভয়ত হাজাৰ মোহৰৰ লোভ কেতিয়াও পৰিত্যাগ কৰিব নোৱাৰো। এয়া জানো কম কথা। এটি দুটি নহয় দশ শত মোহৰ। প্ৰস্তৰৰ আঘাতেৰে মাৰিব। ভোৰ ভোৰাই অইন এটি কোঠালৈ সোমাই গ'ল। কিছু সময় পিছত নতুন আকাৰত, নতুন বেশত গৃহৰ পৰা ওলাই আহিল। মায়মুনা এতিয়া ধীৰা, নম্ৰ স্বভাবা, সৰ্ব্বাঙ্গত "বোৰকা"। বোৰকা ব্যৱহাৰ নকৰাকৈ তিৰোতা মানুহ প্ৰকাশ্য ৰাজপথত গমনাগমন কৰিলে ৰাজবিধি অনুসাৰে দণ্ডনীয় হব লাগিব। সেই কাৰণে মায়মুনাই বোৰকা ব্যৱহাৰ কৰি বহিৰ্গত হ'ল।

## ত্ৰয়োদশ প্ৰবাহ

মায়মুনাই আজি কি উদ্দেশ্য সাধন কৰিবলৈ বহিৰ্গত হৈছে, ক'লৈকে গৈছে সেয়া বোধহয় পাঠকসকলে বুজিব পাৰিছে। মায়মুনা এমাম হাচানৰ অন্তঃপুৰলৈ প্ৰায়ে যাতায়ত কৰিছিল। হাচনেবানুই তেওঁক ভাল চকুৰে চোৱা নাছিল। হাচনেবানুক দেখিলেই তেওঁ ভয়তে কঁপিছিল। জয়নাবৰ ওচৰ চাপিবলৈ খুজিছিল কিন্তু তাতো সুফল নাপালে। খুব দৰকাৰ নহলে জয়নাবৰ ওচৰলৈ নগৈছিল। জায়দাৰ লগত তেওঁৰ আগৰ পৰাই ভালপোৱা।



জায়দাৰ লগত হলি-গলি বেছি। মায়মুনাক পালে জায়দাৰ মনৰ দুৱাৰ খোল খাই যায়। জয়নাব অহাৰ আগতে হাচানৰ ভালপোৱা, হাচানৰ আদৰ-যত্ন আৰু এতিয়াৰ অৱস্থাৰ কথা কওঁতে তেওঁৰ চকুত পানী ওলায়, লগতে মায়মুনাই সেই দুখতে চকু পানী টোকে। জায়দাই ভাবিছিল, মদিনাত যদি কোনোবাই তেওঁৰ দুখত দুখী হয় সেয়া মায়মুনাহে। তেওঁৰ দুখৰ কথা শুনি যদি কোনোবাই সান্ত্বনা দিয়ে সেয়া মায়মুনা। সেই সময়ত মায়মুনাৰ বাহিৰে তেওঁৰ আপোন বুলিবলৈ আন কোনো নাছিল। মায়মুনাক দেখা পাইয়ে তেওঁ ব্যস্ততাৰে কবলৈ ধৰিলে, "মায়মুনা ! তোমাক কেইদিনমান দেখা নাই কিয় ?"

উত্তৰত মায়মুনাই ক'লে, "তোমাৰ কাম যদি নকৰো অকল অহা-যোৱা কৰিতো লাভ নাই ? তুমিতো মনৰ কথা কৈয়ে পাতল হৈছা। এতিয়া ভুগিব লাগিছোঁ মই, মোৰ কষ্ট, মোৰ মেহনত। তোমাৰ কাৰণে যদি মোৰ ঘৰ ৰসাতললৈও যায় যাওঁক, দুনীয়াৰ চকুত যদি বেয়া হওঁ তাতো আপত্তি নাই। যদি তোমাৰ উপকাৰত আহিব পাৰোঁ। সেই চিন্তাত আছোঁ।"

জায়দাই ক'লে, "সেইবোৰ কথা মোৰ মনত নাই। পাগলৰ দৰে এদিনাখন কি কৈছিলোঁ, তুমি সেই কথাকে মনত ৰাখিছা। তুমি সেইবোৰ কথা এৰি পেলোৱা, তাৰ কাৰণে তুমি একো চিন্তা কৰিব নালাগে। সেই কথা পুনৰ মুখলৈ নানিবা। কৌশল কৰি স্বামী বশ, মন্ত্ৰৰে স্বামীৰ মন ওভোটাই অনা, এইবোৰ লাজৰ কথা। সকলো অদৃষ্টৰ লেখন। মই যত্ন কৰিলে জানো হব ? জয়নাবক শেষ কৰি পাপৰ বোজা কিয়বা লওঁ ? ঈশ্বৰে তেওঁক স্বামীয়ে ভালপোৱা দিছে, যিয়েই বাধা দিব তেওঁৱেই অধঃপাতে যাব। মই সকলো কথা বুজি পাই নিৰস্ত হৈছোঁ। যি গৰাকী মোৰ নহল, মোৰ মুখলৈ উভতি নাচালে তেওঁক ঔষধৰে বশ কৰিলে লাভ কি হ'ব। সেই বশ কেইদিনলৈ ? সেই ভালপোৱা কিমান সময়ৰ ?

যদি মন্ত্ৰৰ গুণ থাকে, যদি ঔষধৰ ক্ষমতা থাকে, তেনেহলেও সেই ভালপোৱা জানো যথাৰ্থ ভালপোৱা ? ক্ৰমে ঔষধৰ গুণ কমি আহিব শেষত মোৰ সেই একে অৱস্থা।

ব্যঙ্গকৰি মায়মুনাই ক'লে, "নিজৰ ভিতৰত সকলো ঠিক হ'ল নেকি ?

জায়দাই ক'লে, "ঠিক হোৱা নাই, এই জীৱনত নহয়। পুনৰ স্বামীৰ নাম নলওঁ, তেওঁৰ কথা মুখলৈ নানো। যিসকলৰ স্বামী, যিসকলৰ ঘৰ-বাৰী তেওঁলোকে সুখত থাওঁক। জায়দা আজি যি ভিখাৰিণী, কালিলৈও সেই একে ভিখাৰিণী।"

মায়মুনাই ক'লে, "ইমান উদাস নহবা। যি কৰিব, বুদ্ধি স্থিৰ কৰি আগ পাছ ভাবি বিবেচনা কৰি কৰিবা। তোমাৰ শত্ৰু বহুত, মিত্ৰও বহুত। তুমি যদি ভবা ৰাজৰাণী, যদি নাভাবা তুমি পথৰ ভিখাৰিণী। মইতো দেখিছোঁ,— ডাঙৰ এমামে যি চকুৰে জয়নাবক চায়, তোমাকো সেই চকুৰে চায়। আকৌ হাচনেবানুকো চায়। ক'তো মই ভিন্ন ভাব দেখা নাই। শুনিবলৈ পাওঁ জয়নাবক বোলে তেওঁ বেছি ভাল পায়, কিন্তু ক'তা ? মইতো দেখা নাই বৰং তোমাৰ প্ৰতি তেওঁৰ আকৰ্ষণ বেছি।"

ব্যঙ্গ হাই মাৰি জায়দাই কলে, "তুমি কি বুজিবা ? প্ৰকাশ্যে তুমি দেখা নোপোৱা সেয়া ঠিক। ভিতৰত যে কি আছে সেয়া কোনে বুজিব ? মানুহৰ নিন্দা, ধৰ্ম্মৰ ভয় কাৰ বাৰু নাই ? বিশেষকৈ এওঁলোক এমাম। দেখুৱাই আটাইকেইজনী স্ত্ৰীক সমান ভাবে চায়। কিন্তু চোৱাও বহুত প্ৰকাৰ আছে। ধৰ্ম্মৰক্ষা আন মানুহৰ মনত প্ৰবোধ, আমাৰ মনক বুজোৱা—অনায়াসে হয় ; কিন্তু তাৰ ভিতৰত যে অলপ গুহ্য ভাৱ আছে, সেয়া মই মুখেৰে কব নোৱাৰিম। উপমাৰ কোন সামগ্ৰী সন্মুখত নাই যে, সেয়া দেখুৱাই তোমাক বুজাব পাৰিম। এতিয়াও তেওঁ কথা কয়, কিন্তু পূৰ্ব্বৰ সেই স্বৰ, সেই মিঠা ভাব নাই। ভালপায়, কিন্তু ৰস নাই।



আদৰ কৰে, কিন্তু সেই আদৰত মন নভৰে বৰং বিৰক্তিহে হোৱা যায়। আগতে জায়দাৰ লগত বহুতো সময় কটোৱাৰ কাৰণে আশা কৰিছিল ; এতিয়া যিমান কম হয় তাতেই মঙ্গল। পূৰ্ব্বতে কথাবাৰ্ত্তা পাতোতে ৰাত্ৰি প্ৰভাত হৈছিল তথাপিও সেই কথাৰ ইতি নাছিল— মনৰ কথাও শেষ হোৱা নাছিল। এতিয়া জায়দাৰ শয্যাত শয়ন কৰিলে নিদ্ৰাভঙ্গ কৰিব লগা হয়। প্ৰভাতী উপাসনাৰ সময় উৰ্ত্তীৰ্ণ হৈ যায়গৈ। জয়নাবৰ সময়ত বেলেগ। মোৰ দুখ কোনে বুজিব ? কমেই বা কাক ? জগতত মোৰ কোন আছে। মনত আশা নাই। এতিয়া সোনকালে মৰিব পাৰিলেই হয়।"

কান্দনমুৱাহৈ মায়মুনাই ক'লে "জায়দা ! তুমি কিয় মৰিবা ? তুমি যি ইচ্ছা তাকে কৰিব পৰা ? ইচ্ছা কৰিলে তোমাৰ মনৰ দুখ দূৰ হব পাৰে। মইতো আগতে কৈছোঁ তোমাৰ মনে সকলো। তুমি যদি ভাবা তুমি ৰাজৰাণী নহলে ভিখাৰিনী।"

জায়দাই ক'লে, "মন কৰিলে যদি মনৰ দুখ আতৰি যায়, তেতিয়া জগতত কোনে মন নকৰিব ?"

উত্তৰত মায়মুনাই ক'লে, 'মইতো দহ টকাৰ লোভত তোমাৰ মনৰ জোখাৰে কথা কোৱা নাই। মন ঠিক কৰি এবাৰ মন কৰা, তোমাৰ মনৰ দুখ ক'ত ?"

জায়দাই কলে, "তোমাৰ কি কথা বাৰু মই মন দি শুনা নাই ? তুমি মোৰ পৰম হিতৈষিণী। তুমি যি কবা তাৰ অন্যথা নকৰো।"

মায়মুনাই ক'লে, "যদি তোমাৰ মন নালাগে, নকৰিবা। কিন্তু মনৰ পৰা কেতিয়াও মুখলৈ আনিব নোৱৰা। ধৰ্ম্ম সাক্ষী কৰি মোৰ ওচৰত প্ৰতিজ্ঞা কৰা।"

জায়দাই ক'লে "প্ৰতিজ্ঞাৰ কথা এৰি পেলোৱা, তোমাৰ মূৰত হাত দি কৈছোঁ, যি কবা, সেয়াই কৰিম, সেই কথা আনৰ আগত নকওঁ।"

উত্তম সুযোগ পায় মায়মুনাই অতি মৃদুস্বৰে মনৰ বহুতো কথা ক'লে। জায়দাই মন দি শুনি থাকি শেষৰ এটি কথাত চমকি উঠিল,

চমকিতভাবে একদৃষ্টিৰে মায়মূনাৰ মুখৰ ফালে চাই ৰ'ল। শৰীৰ চমকি উঠিল। ভয়তে থতমত খাই ক'লে, "শেষৰ কাৰ্য্যটিত জায়দাৰ প্ৰাণ নাথাকে। এই দুখত যদি মৰিও যাওঁ, যদি অশেষ যন্ত্ৰনাও ভোগ কৰিব লগা হয়, সপত্নী বিষম বিষত যদি জৰ্জ্জৰিত হওঁ, পৰমায়ুৰ শেষ পৰ্য্যন্ত যদি এই দুখৰ শেষ নহয়, তথাপিও সেয়া নোৱাৰিম। মোৰ স্বামী আৰু মই—মোৰ প্ৰাণৰ প্ৰাণ—কলিজাৰ টুকুৰা আৰু মই—"

কথা শেষ কৰিবলৈ নিদি মায়মুনাই ক'লে, "শেষৰ কাৰ্য্যটি নকৰিলে কোনো কাৰ্য্যই সিদ্ধ নহয়। আগতে বিবেচনা কৰি চোৱা, তাৰ পিছত যি কৰ লাগে কৰা। যি ৰাজৰাণী জয়নাব হলহেঁতেন, সেই-ই ৰাজৰাণী,— আকৌ প্ৰথমতে সহস্ৰ স্বৰ্ণমুদ্ৰা পুৰস্কাৰ! সকলো সুখৰ কাৰণে। চিৰকাল জগতত যদি দুখৰ বোজা বৈ থাকিব লগা হয় তেনেহলে মনুষ্যকুলত জন্মলাভত ফল ক'ত? এনেকুৱা সুযোগ জানো আকৌ আহিব? এনেকুৱা সময় জানো চিৰকাল এই ভাবে থাকিব? সময় সুযোগ পালে হাতৰ ধন এৰি দিব নাপায়। তোমাৰ ভাগ্যত আছে বুলিয়েই জয়নাব তোমাৰ সপত্নী হৈছে। এইবোৰ ঘটনা দেখি তুমি জানো একোকে বুজিব পৰা নাই? মোৰ কথা বৰ মূল্যবান। ইয়াৰ এটি এটিকৈ সফল কৰিব নোৱাৰিলে পৰিশ্ৰম, যত্ন সকলো বৃথা। কোনো কোনো কাৰ্য্যৰ এনেকুৱা ঘনিষ্ঠ সম্বন্ধ যে, এটাৰ অভাবত আনটো সাধিত হব নোৱাৰে। এই পুৰীৰ ভিতৰত তোমাৰ কোন আছে? কোৱাচোন, তোমাক কোনে আপোন বুলি ভাবে? তুমিয়েতো কৈছা, সকলো আছে, অথচ তাৰ মাজত কিবা যেন নাই। তোমাৰ মনেই তাৰ প্ৰমাণ। আজি মই বেছি নকওঁ।" মায়মুনাই জায়দাৰ পৰা বিদায় ললে।

জায়দা চিন্তা কৰি বহি থকা ঠাইৰ পৰা উঠি গ'ল। যলৈকে গ'ল, তাতেও স্থিৰ হৈ বহিব নোৱাৰিলে। পুনৰ নিজৰ শোৱনী কোঠালৈ আহি শয়ন কৰিলে। এফালে ৰাজভোগৰ লোভ, আনফালে স্বামীৰ প্ৰণয় এই দুয়োটা তুলনা কৰিব ধৰিলে। যদি জায়দা হাচানৰ পত্নী



নহলহেঁতেন, যদি জায়দা সপত্নীৰ ঈৰ্ষাত দগ্ধীভূত নহলহেঁতেন, তেনেহলে জানো আজি জায়দা বিবেচনা তুলাদণ্ডৰ প্ৰতি নিৰ্ভৰ কৰি সম্পত্তি সুখ সমুদায় এফালে—স্বামীৰ প্ৰণয়, প্ৰাণ আনফালে ওলোমাই পৰিমাণ কৰিবলৈ বহিলহেতেন? কেতিয়াও নহয়। কিমানবাৰ তেওঁ পৰিবৰ্ত্তন কৰি চালে তথাপিও স্বামীৰ প্ৰাণৰ ফালে গধুৰ হ'ল। কিন্তু জয়নাবৰ নাম মনত পৰা মাত্ৰকে পৰিমাণদণ্ডৰ যি ফালে স্বামীৰ প্ৰাণ, সেইফালে লঘু হৈ ওপৰলৈ উঠিল। হঠাতে এফালৰ লঘুতা প্ৰযুক্ত ৰাজভোগ, আৰু ধনলাভ স্পৃহাৰ পৰিমাণ একেবাৰে মাটিত সংলগ্ন হৈ জায়দাৰ মন গধুৰ কৰি তুলিলে। বহু চেষ্টা কৰিও বিবেচনা তুলাদণ্ডত স্বামীৰ প্ৰাণৰ ফালে তললৈ নমাব নোৱাৰিলে। মায়মুনাৰ শেষ কথা মনত পৰিল। "তোমাৰ কোনো নাই, তুমি কাৰো নোহোৱা।"—"এই সংসাৰত মোৰ কোনো নাই, মই কাৰো নহয়।" জায়দা শয্যাৰ পৰা উঠি পুনৰ্ব্বাৰ কবলৈ ধৰিলে—"মোৰ কোনো নাই, মই কাৰো নহয়। জায়দাই যদি বঞ্চিত হ'ল, জায়দাই যদি মনৰ অগণিত পুৰিবলৈ ধৰিলে, তেনেহলে তেওঁৰ চকুৰ আগত জয়নাবে সুখভোগ কৰিব সেয়া কেতিয়াও হব নোৱাৰে। কিন্তু মনৰ আৰু অৰ্থৰ সুখ অসীম। মোৰ উভয় পক্ষতে সুখ। মায়মুনাৰ কথাত কিয় অবাধ্য হম!"

জায়দাই মনে মনে এনেভাবে সিদ্ধান্ত কৰি দৰ্পণত মুখখন ভালকৈ চাই বোৰকা পৰিধান পূৰ্ব্বক গৃহৰ পৰা বহিৰ্গত হ'ল।

## চতুৰ্দ্দশ প্ৰবাহ

তিৰোতা মাত্ৰেই বোৰকা ব্যৱহাৰ কৰি ঘূৰি ফুৰিব পাৰে। ভাৰতৰ দৰে তাত পাল্কী আদি নাই। লক্ষপতিয়ে হওঁক, ৰাজ-ললনা, ভদ্ৰমহিলাই হওঁক, বোৰকা ব্যৱহাৰ কৰি য'তে ত'তে ফুৰিব পাৰে। দূৰদেশলৈ যাবলৈ হলে উট নাইবা ঘোঁৰা আশ্ৰয় লব লগা হয়।

মায়মুনাৰ ঘৰ বৰ বেছি দূৰৈত নহয়। জায়দা মায়মুনাৰ গৃহত উপস্থিত হৈ বোৰকা মোচন পূৰ্ব্বক তেওঁৰ শোৱানী কোঠাতগৈ বহিল। মায়মুনা তেওঁৰ ওচৰত বঁহিলহি। আজি জায়দাই মনৰ কথা অকপটে ক'লে। কথাই কথাই, কথাৰ ছলনাত, কথাত ভৰ দি, কথা কটা-কটি কৰি, কথাৰ মাজেৰে, কথাৰ বিপক্ষে স্বপক্ষে বিপক্ষ কৰি আজি মায়মুনাই জায়দাৰ মনৰ কথা উলিয়ালে। মায়মুনাৰ মোহ-মন্ত্ৰত তেওঁ যেন উন্মাদিনী।

সপত্নী নাগিনীৰ বিষদন্তত যি অবলা এবাৰ দংশিত হৈছে, তেওঁৰ সলনি হোৱাত কিমান সময়? ভালপোৱা, চিৰপ্ৰণয়ী পতিৰ মমতা বিসৰ্জ্জন দিয়াত তেওঁৰ দুখ ক'ত? এক প্ৰাণ, এক আত্মা স্বামীয়ে সকলো এইকথা প্ৰায় স্ত্ৰীৰ মনত আছে, কিন্তু সপত্নীৰ নাম শুনিলে মনৰ অগনি দ্বিগুণ, ত্ৰিগুণ, চতুৰ্গুণ হৈ জ্বলি উঠে। সেই জুই ওলাই অহাৰ পথ নাপাই বুলিয়েই অন্তৰৰ ভালপোৱা, প্ৰণয়, মায়া-মমতা একেবাৰে পুৰি ছাৰখাৰ কৰি পেলায়।

মায়মুনাৰ সকলো কথাতেই জায়দা সন্মত হ'ল। মায়মুনা সন্তুষ্টি বোধ কৰি ক'লে, "ভণী। ইমান দিনে যি বুজিছা, সেয়া ভাল। পলম কৰি লাভ নাই, কোন সময়ত কাৰ অদৃষ্টত কি ঘটে কোনে কব পাৰে? যিমানে পলম হব সিমানেই তোমাৰ অমঙ্গলৰ ভাগ বেছি হব। যি কৰিব খুজিছো, সেয়া সোনকালে কৰা উচিত? শুভ-কাৰ্য্যত পলম কিয়? লোৱা এই ঔষধ।"

মায়মুনাই শয্যাৰ কাষৰ পৰা খৰ্জ্জুৰ-পত্ৰ নিৰ্ম্মিত এটি ক্ষুদ্ৰ পাত্ৰ উলিয়াই আনিলে। তাৰপৰা অতি ক্ষুদ্ৰ এটি কোটা তেওঁৰ হাতত দি ক'লে, "ভণী, খুব সাৱধান ই কৌটাটি গোপনে লোৱা, সুযোগমতে ব্যৱহাৰ কৰিবা, মনস্কামনা পূৰ্ণ হব, জয়নাবৰ সুখৰ নাও ডুবিব, এই কৌটাৰ গুণত তুমি সকলো পাবা। যি মন কৰিবা সেয়াই পাবা।"

জায়দাই ক'লে, "মায়মুনা। তোমাৰ উপদেশতেই মই সকলো



মায়া পৰিত্যাগ কৰিলো। জয়নাবৰ সুখৰ সপোন ভাঙিম, জয়নাব অঙ্গৰ আভৰণ আজি অঙ্গৰ পৰা খুলিম, সেই আশাতেই সকলো স্বীকাৰ কৰিলো। মোৰ দশাৰ ফালে উভতিও নাচালো। জয়নাবৰ যি দশা ঘটিব সেই দশা মোৰও। এয়া জানিও কেৱল সপত্নীৰ মনত কষ্ট দিবলৈ স্বামী বধ কৰিবলৈ প্ৰবৃত্ত হলো। চোৱা ভনী, মোক অকুল-সাগৰত উটুৱাই নিদিবা। মোৰ নিজৰ সৰ্ব্বনাশ কৰিবলৈ নিজেইতো সাজু হলো, তাত দুখ নাই। জয়নাবৰ সৰ্ব্বনাশ হওঁতে মোৰও সৰ্ব্বনাশ। এতিয়া এয়া সৰ্ব্বমঙ্গল, সৰ্ব্বসুখ বুলি ভাবিছোঁ। কিন্তু ভণী, তুমি মোক নিৰাশ্ৰয়া কৰি বিষাদ সমুদ্ৰত উটুৱাই নিদিবা।

লাহে লাহে এইবোৰ কথা কৈ জায়দা বিদায় ললে। মায়মুনা গৃহকাৰ্য্যত ব্যস্পৃতা হ'ল।

জায়দা ঘৰলৈ আহি কৌটা খুলি তাৰ ভিতৰত যি দেখিলে তেওঁৰ সৰ্ব্বশৰীৰ শিহৰি উঠিল, কিন্তু মায়মুনাৰ উপদেশক্ৰমে সেই ভয় বেছি সময় নাথাকিল। খাদ্যসামগ্ৰীৰ লগত কৌটাত থকা বস্তু মিহলাই দিব, এয়াই মায়মুনাৰ উপদেশ। সেই সময়ত হাতৰ ওচৰত আন বস্তু নাপালে, এটি পাত্ৰত অলপ মৌ থোৱা আছিল সেই মৌতে কৌটাৰ অকণমান মিহলাই কৌটাতো সযত্নে থৈ দিলে।

প্ৰতিদিনে হজৰত হাচান এবাৰ জায়দাৰ গৃহলৈ আহি অলপ সময় তেওঁৰ লগত কটাই যায়। কিবা কাৰণত দুই-তিনদিন আহিব পৰা নাছিল। সেইদিনাখন মহাব্যস্ত ভাবে জায়দাৰ ঘৰলৈ আহিল। জায়দাই আগৰদৰে স্বামীৰ পদসেবা কৰি জলযোগৰ আয়োজন কৰিব ধৰিলে।

হাচানে ভাবিছিল, জায়দাৰ ঘৰলৈ কেইদিনমান নহাৰ কাৰণে কিমান অভিমান কৰি আছে। কিন্তু ব্যৱহাৰত সম্পূৰ্ণ বিপৰীত। জায়দাৰ নানাভাবে হাচানক আকৃষ্ট কৰিবলৈ চেষ্টা কৰিলে। হাচানে তেওঁৰ হাবভাব দেখি সেইদিনা তেওঁৰ ঘৰতে থকাৰ সিদ্ধান্ত কৰিলে।

জায়দাই স্বামীৰ মন হৰণ কৰি তেওঁৰ প্ৰাণ হৰণ কৰাৰ সুযোগ বিচাৰিব ধৰিলে।

ঈশ্বৰভক্ত হওঁক, ধাৰ্ম্মিকপ্ৰবৰ হওঁক, মহাবলী বীৰপুৰুষে হওঁক, সুপণ্ডিতে হওঁক, স্ত্ৰীজাতিৰ মায়াজাল ভেদ কৰা খুব কঠিন। নাৰী বুদ্ধিৰ অন্তৰ পোৱা সহজ নহয়। জায়দাই এটি পাত্ৰত মৌ আৰু অন্য এটি পাত্ৰত পানী আনি স্বামীৰ সন্মুখত থলে।

হাচানে কৌতুক কৰি ক'লে, "অসময়ত মধু ?''

হাচানৰ মুখলৈ চাই ক'লে, "আজি আঠদিন আপোনাৰ কাৰণে এই মৌ সঞ্চয় কৰি ৰাখিছিলো, খাই চাওঁক, খুব ভাল মৌ।''

মৌৰ পাত্ৰ হাতত লৈ হাচানে ক'লে, ''মোৰ কাৰণে আঠদিন যত্ন কৰি মৌ থৈছা ? ধন্য তোমাৰ যত্ন আৰু মায়া ! মই খাম।" হাচানে হৰ্ষমনে মৌৰ পাত্ৰ হাতত লৈ খাবলৈ আৰম্ভ কৰিলে। মুহূৰ্ত্ততে বিষৰ ক্ৰিয়া আৰম্ভ হবলৈ ধৰিলে। শৰীৰৰ অৱস্থাৰ পৰিবৰ্ত্তন আৰু চিত্তৰ অস্থিৰতাপ্ৰযুক্ত পিয়াহৰ আধিক্য হ'ল। ক্ৰমে কণ্ঠ, তালু আৰু জিহ্বা শুকুৱাই আহিব ধৰিলে. চকুৰ ৰং লোহিতবৰ্ণ হৈ শেষত দৃষ্টিৰ ব্যাঘাত হবলৈ ধৰিলে। তেওঁ যেন চাৰিওফালে অন্ধকাৰ দেখিবলৈ ধৰিলে। জায়দাক ক'লে, ''জায়দা ! এয়া কি হ'ল ? এয়া কেনেকুৱা মৌ ? ইমান পানী খালো অথচ পিয়াহ পলোৱা নাই। ক্ৰমে শৰীৰ অবশ হব ধৰিছে, পেটৰ ভিতৰত যেন জুই জ্বলিব ধৰিছে। ইয়াৰ কাৰণ কি ?"

জায়দাই হাচানক বিচনীৰে বা দিব ধৰিলে। মূৰত শীতল পানী ঢালিব ধৰিলে। একোতে হাচান সুস্থিৰ নহল। ক্ৰমে শৰীৰৰ বিষ বৃদ্ধি হবলৈ ধৰিলে। তেওঁ বিষৰ যন্ত্ৰণাত অস্থিৰ হৈ বিছনাত ছটফটাব ধৰিলে। পেটৰ বেদনা ক্ৰমশ বৃদ্ধি পাবলৈ ধৰিলে। হাচানে কাতৰ ভাবে চিঞৰিব ধৰিলে, "জায়দা, এয়া কেনেকুৱা মৌ ? মৌত এয়া কি ? উঃ মোৰ পুনৰ সহ্য হোৱা নাই। মোৰ প্ৰাণ যায়। জায়দা ! উঃ। মই সহ্য কৰিব নোৱাৰা হৈছো।



জায়দা যেন অবাক। মুখত কথা নাই। কিছু সময় পিছত কবলৈ ধৰিলে, ''সকলো মোৰ কপালৰ দোষ। মৌ খালে যে এনেকুৱা হব কোনে জানিছিল ? চাওঁ ময়ো অলপ খাই চাওঁ।"

হাচানে সেই অৱস্থাতেই নিষেধ কৰিলে, "জায়দা, মোৰ কথা যদি শুনা সেই মৌ নাখাবা। এয়া মৌ নহয় ! খোদাৰ দোহাই, এই মৌ নাখাবা, নুচুবা। মই যি যাতনা ভোগ কৰিছোঁ সেয়া মইহে জানো। জায়দা, ঈশ্বৰৰ নাম লোৱা।"

পত্নীক এই কথা কৈ হাচানে ঈশ্বৰৰ নাম লবলৈ ধৰিলে। আনক খবৰ নিদিলে। জায়দাৰ ঘৰত ঈশ্বৰৰ প্ৰতি নিৰ্ভৰ কৰি ৰ'ল। পবিত্ৰ হৃদয়ৰে পবিত্ৰ মুখেৰে দয়াময়ৰ পবিত্ৰ নাম পুনঃ পুনঃ উচ্চাৰণ কৰিব ধৰিলে। বিষৰ বিষম যাতনা নামৰ গুণত কিছু পৰিমাণে সকাহ পালে। জায়দাই গোটেই ৰাতি সেৱা-শুশ্ৰুষা কৰিব ধৰিলে। প্ৰভাতী উপাসনাৰ সময়ত হাচানে অতি কষ্টৰে জায়দাৰ গৃহৰ পৰা বহিৰ্গত হৈ প্ৰভু মহম্মদৰ সমাধি-মন্দিৰলৈ গ'ল। মন্দিৰৰ সন্মুখৰ প্ৰাঙ্গণত উপবেশন কৰি বিনীতভাবে ঈশ্বৰৰ ওচৰত সকাতৰে প্ৰাৰ্থনা কৰিব ধৰিলে।

যিজনৰ কৃপাত অনন্ত জগৎ সৃষ্টি হৈছে পৰ্ব্বত সাগৰত, বিজন বন নগৰত পৰিণত হৈছে, জনপূৰ্ণ মহানগৰী নিবিড় অৰণ্য হৈছে, সেই সৰ্ব্বেশ্বৰৰ অসাধ্য ক'ত ? প্ৰভু মহম্মদৰ সমাধি মন্দিৰৰ পবিত্ৰতা গুণত, ঈশ্বৰৰ মহিমাত হাচানে আৰোগ্য লাভ কৰিলে। কিন্তু এই প্ৰথম বিষপানৰ পৰা মৃত্যু পৰ্য্যন্ত ( চল্লিচ দিন ) প্ৰায়েই তেওঁৰ শৰীৰত গ্লানি লাগি আছিল। এই কথা ( প্ৰথম বিষপান আৰু আৰোগ্য-লাভ ) অতি গোপনে ৰাখিলে। কাৰো ওচৰত প্ৰকাশ নকৰিলে।

প্ৰণয়ী, বিশ্বাসী ব্যক্তি যদি শত্ৰু হৈ উঠে, তেওঁলোকৰ হাতৰ পৰা ৰক্ষা পোৱা কঠিন হৈ পৰে। চিৰশত্ৰুৰ পৰা হয়তো ৰক্ষা পাব পাৰি কিন্তু মিত্ৰ যদি শত্ৰু হয় ? তেওঁৰ হাতৰ পৰা ৰক্ষা পোৱাৰ

আশা ক্ষীণ। বিশেষতঃ স্ত্ৰীজাতি শত্ৰুসাধনত উত্তেজিত হৈ উঠিলে, প্ৰাণ থকালৈকে সেয়া শেষ নকৰা পৰ্য্যন্ত ক্ষান্ত নহয়। জায়দা ক্ষান্ত হব কিয়? তেওঁৰ পিছত মানুহ আছে। জায়দা নিৰুৎসাহ হলে মায়মুনাই তেওঁক উৎসাহিত কৰি তোলে। এবাৰ বিফল হলে দ্বিতীয়বাৰ অবশ্যে কৃতকাৰ্য্য হব, এনে কথাও জায়দাৰ কৰ্ণত বৰষি আছে।

আনফালে মায়মুনাই ভাবিছিল :—যি দিছোঁ ৰক্ষা পোৱা টান হব। এবাৰ গলাধঃকৰণ হলেই কাৰ্য্যসিদ্ধি হব। হাচান যে জায়দাৰ গৃহলৈ আহি মৌ-পান কৰি আত্মবিকাৰত ভুগিছে—এয়া গোপনে সন্ধান লৈ তেওঁ একেবাৰে নিশ্চিন্তভাবে বহি আছে, কোন সময়ত হাচানৰ ঘৰৰ পৰা ক্ৰন্দনধ্বনি শুনিব, নিজেও কান্দি কান্দি গৈ পুৰবাসিসকলৰ লগত হাচান বিয়োগজনিত ক্ৰন্দনত যোগ দিব—এই কথা ভাবি ভাবি গোটেই নিশা বহি বহি কটালে। প্ৰভাত হ'ল, তথাপিও ক্ৰন্দনশব্দ তেওঁৰ কৰ্ণত প্ৰবেশ নকৰিলে। এখোজ দুখোজ কৈ আগবাঢ়ি তেওঁ জায়দাৰ গৃহ পৰ্য্যন্ত পালে, জায়দাৰ মুখত সকলো কথা শুনি আচৰিত হ'ল; সুধিলে, "তেনেহলে এতিয়া উপায়?"

জায়দাই উত্তৰত ক'লে, "উপায় বহুত আছে। তুমি বজাৰৰ পৰা মোক কিছুমান মিঠা খেজুৰ আনি দিয়া। এইবাৰ চাবা একোতেই ৰক্ষা নপৰে?

"খেজুৰেৰে কি কৰিবা?"

"মৌ-খাই যি হৈছিল, সেয়াই হব?"

"তেওঁ জানো পুনৰ তোমাৰ ঘৰলৈ আহিব?"

"কিয় নাহিব?"

"যদি গম পাইছে—ঘুণাক্ষৰেও যদি গম পাইছে, তেওঁ তোমাৰ ঘৰলৈ অহা দূৰৈত থাওঁক তোমাৰ মুখেই নাচায়।"

"ভণী, তুমি বয়সত মোতকৈ ডাঙৰ, বহুতো দেখিছা শুনিছা কিন্তু তোমাৰ ভ্ৰমো বহুত। স্ত্ৰীজাতিৰ এনেকুৱা এক মোহিনী শক্তি আছে যে, পুৰুষৰ মন অতি কঠিন হলেও সহজতে ভুলাব পাৰে। অবশ্যে আনৰ প্ৰণয়ত মজিলে বেলেগ কথা। নিৰ্জ্জনত গাত গা ঘহাঁই বহি মোহিনী মন্ত্ৰবোৰ লাহে লাহে আওৰাব পাৰিলে, কিবা নহয় কিবা ফল নিশ্চয় পোৱা যাবই। এয়া যিয়ে নোৱাৰে তেওঁ নাৰীয়ে নহয়,—মই তেওঁক বিষপাণ কৰাম, এই কথাতো তেওঁ নাজানে, কোনোৱে তেওঁকতো কোৱা নাই; তেওঁতো সৰ্ব্বজ্ঞ নহয়, জয়নাবৰ ঘৰত বহি জায়দাৰ মনৰ খবৰ জানিব পাৰিব? যি পথত ঠিয় হৈছোঁ—পুনৰ উভতি নাহো, যি কৰিব লাগে সেয়া মই কৰিমেই।"

মায়মুনা সন্তুষ্ট হৈ মনে মনে ভাবিলে, "মানুহৰ পৰিবৰ্ত্তন হবলৈ বেছি সময় নালাগে। প্ৰকাশ্যে ক'লে, "মই এতিয়াই খেজুৰ লৈ আহোগৈ।"

মায়মুনা গ'ল। জায়দাই অৱশিষ্ট মৌৰ পাত্ৰটো চাই মনে মনে কবলৈ ধৰিলে, "মৌ প্ৰায় একে আছে, ইয়াৰ চাৰিভাগৰ এভাগ যদি পেটলৈ গলহেঁতেন ইমান সময়ে জয়নাবৰ সুখৰ নাওঁ ডুব গলহেতেন। এই সুমধুৰ মৌখিনিতেই জায়দাৰ আশা পৰিপূৰ্ণ হলহেতেন। দুবাৰ তিনিবাৰ যিমান বাৰ পাৰো সিমানবাৰে চেষ্টা কৰিম।"

এনেতে মায়মুনা খেজুৰলৈ উপস্থিত হৈ ক'লে, "সাৱধান! পুনৰ পলম নকৰিবা। যদি আৱশ্যক হয়, মোৰ ঘৰলৈ আহিবা।" সাৱধানবাণী শুনুৱাই মায়মুনা ঘৰলৈ গুচি গ'ল। জায়দাই খেজুৰ খিনি বাছি দুভাগ কৰিলে। এভাগত প্ৰত্যেকটো খেজুৰত এটি চিন দিলে। অৱশিষ্টখিনিত সেই সাঙ্ঘাতিক বিষ মিহলাই একেটা পাত্ৰতে থৈ দিলে।

হাচানে জয়নাবক কৈছিল, "যোৱা ৰাতি জায়দাৰ গৃহত বাস কৰা ইচ্ছা আছিল। ঘটনাক্ৰমে এনে এটি ঘটনা ঘটিল যে, গোটেই ৰাতি পেটৰ বিষত অস্থিৰ হৈ পৰিছিলোঁ। মুহূৰ্ত্তৰ কাৰণেও সুস্থ

অনুভব কৰা নাছিলে। ভাবনা চিন্তাত জায়দাক কোনো কথা কব পৰা নাছিলো মাত্ৰ এবাৰ কথাই কৈছিলো "সকলো মোৰেই কপাল।" যিয়ে নহওঁক আজি তেওঁৰ গৃহলৈ যাম।

জয়নাবে সন্তুষ্টমনে হাচানক বিদায় দিলে। জয়নাবৰ ইচ্ছা যে কাৰো মনত যেন দুখ নাথাকে, স্বামীধনৰ পৰা যেন কোনোৱে বঞ্চিত নহয়। সেই ধনৰ সকলোৱে অধিকাৰিণী আৰু প্ৰত্যাশিনী।

হাচনৰ শৰীৰো সম্যক সুস্থ হোৱা নাই। শৰীৰৰ পৰা যে বিষৰ তেজ একেবাৰে ওলাই গৈছে সেয়াও নহয়। শৰীৰৰ গ্লানি আৰু দুৰ্ব্বলতা আৰু উদৰৰ জড়তা এতিয়াও আছে। এইবোৰ থকা সত্বেও তেওঁ জায়দাৰ গৃহলৈ গৈ যোৱা ৰাতিৰ কথাকে আলোচনা কৰিবলৈ ধৰিলে। সেই মৌথিনিৰ কথা সুধিলে। জায়দাই ক'লে, "যি মৌত ইমান যন্ত্ৰণা, ইমান দুখ, সেই মৌ মই ঘৰত ৰাখিম? পাত্ৰৰ সৈতে মই লগে লগে দলিয়াই পেলাইছোঁ।

জায়দাৰ ব্যৱহাৰত হাচান সন্তুষ্ট হ'ল। সুযোগ উলিয়াই জায়দাই সেই খেজুৰৰ পাত্ৰ আনি এমাম হাচানৰ সন্মুখত থৈ খাবলৈ অনুৰোধ কৰিলে। স্বভাবতে হাচানে খেজুৰ খাবলৈ ভাল পাইছিল, কিন্তু যোৱা ৰাতি মৌ-খাই যি কষ্ট পাইছিল সেয়া মনত পেলাই ইতস্ততঃ কৰিব ধৰিলে। চতুৰা জায়দাই স্বামীৰ আগতে তেওঁ চিন দিয়া খেজুৰ নিজে খাবলৈ আৰম্ভ কৰিলে। তাকে দেখি এমাম হাচানেও চিহ্নিত আৰু অচিহ্নিত উভয়বিধ খেজুৰ এটি এটিকৈ খাবলৈ আৰম্ভ কৰিলে। উৰ্দ্ধসংখ্যা সাতোটি উদৰস্থ হোৱাৰ লগে লগে বিষৰ কাৰ্য্য আৰম্ভ হ'ল। সন্দেহ হৈ হাচানে পুনৰ খেজুৰ নাখালে। কিন্তু লগে লগে অস্থিৰ হৈ পৰিল। তেওঁ পুনৰ পলম নকৰি একো কথা নোকোৱাকৈ দুখিতভাৱে প্ৰাণৰ অনুজ হোচেনৰ গৃহাভিমুখে গমন কৰিলে। এইবাৰো কাকো একো নকলে। ভাতৃগৃহত কিছুসময় থাকিল। নিদাৰুণ বিষৰ যন্ত্ৰনাত ক্ৰমশঃ অসহ্য হৈ উঠিল। পুনৰ তেওঁ প্ৰভু মহম্মদৰ 'ৰওজা মোবাৰক' লৈ (পবিত্ৰ সমাধি ক্ষেত্ৰ) গৈ ঈশ্বৰৰ ওচৰত



আৰোগ্য প্ৰাৰ্থনা কৰিবলৈ ধৰিলে। দয়াময়ে এইবাৰো হাচানক আৰোগ্য দান কৰি তেওঁৰ প্ৰাণৰক্ষা কৰিলে।

এইবাৰ জায়দাৰ আচৰণত হাচানৰ সন্দেহ হ'ল। তথাপি সেই কথা মুখলৈ নানিলে, কাৰো আগত প্ৰকাশো নকৰিলে, কিন্তু মনে মনে দুখ পালে। তেওঁ ভাবিলে, "স্ত্ৰী-দুখৰ ভাগী-সুখৰো ভাগী। আৰু মোৰ স্ত্ৰী কি আল্লায়েই জানে। মই জ্ঞানমতে জায়দাৰ কোনো অনিষ্ট কৰা নাই, কোনো ভাবে কষ্টও দিয়া নাই। জয়নাবক বিবাহ কৰিছোঁ বুলিয়ে জানো জায়দাই মোৰ প্ৰাণ লোৱাৰ কাৰণে সঙ্কল্প লৈছে? নিজহাতে পতি বধত প্ৰবৃত্ত হৈছে? সপত্নী সম্বন্ধ নতুন নহয়। হাচনেবানুও তেওঁৰ সপত্নী। যি গৰাকী জায়দা মোৰ কাৰণে মহাব্যস্ত হৈ আছিল—মই কেনেকৈ সন্তুষ্ট হম আজি সেই জায়দাই মোৰ প্ৰাণবিনাশৰ কাৰণে নিজ হাতে বিষ দিছে। নাই, নাই—এই কথা একোকে প্ৰকাশ নকৰো। এই ঘৰতো নাথাকো। মায়াময় সংসাৰ ঘৃণাৰ স্থান। নিশ্চয় তেওঁ কোনো আশাত মজি আছে। সপত্নীবাদত তেওঁ মোক বিষ দিব কিয়? স্ত্ৰী হৈ যেতিয়া স্বামীবধত অগ্ৰসৰ হৈছে, মোৰ পুণৰ নিস্তাৰ নাই। এই পুৰীত পুনৰ মই নাথাকো। পৰিয়ালৰ মুখ পুনৰ নাচাওঁ, এই পুৰীতে মোৰ প্ৰাণ বিনাশৰ ষড়যন্ত্ৰ হৈ আছে। একোতেই ইয়াত থকা উচিত নহয়। বাহিৰৰ শত্ৰুৰ পৰা ৰক্ষা পোৱা সহজ কিন্তু ঘৰৰ শত্ৰুৰ পৰা ৰক্ষা পোৱা টান। শত্ৰু দূৰৈত থাকিলেও সকলো সময়তে আতঙ্ক। কোন সময়ত কি ঘটে, কোন সূত্ৰত কোন সুযোগত, কি উপায়ৰে, কোন পথেৰে, কাৰ সাহায্যত, শত্ৰুই কি কৌশল অবলম্বন কৰি শত্ৰুতা সাধন কৰে, এই চিন্তা আৰু ভয়ত সকলো সময়তে আকুল থাকিব লগা হয়। কিন্তু মোৰ ঘৰখনেই শত্ৰু। মোৰ প্ৰাণেই মোৰ শত্ৰু। নিজ শৰীৰে মোৰ ঘাতক। নিজা আত্মাই মোৰ বিসৰ্জ্জক। উঃ কি দাৰুণ কথা। মুখলৈ অনাতো কষ্ট হয়। স্ত্ৰী আৰু স্বামীৰ দেহ অৱশ্যে বেলেগ, কিন্তু মইতো আন একো বেলেগ দেখা নাই। স্বামী আৰু স্ত্ৰীৰ এক দেহ হব নোৱাৰে বুলিয়েই ভিন্ন ভাব থাকে; কিন্তু আত্মা

এক, মন এক, মায়া মমতা এক, আশা এক, ভৰষা এক, প্ৰাণ এক সকলোৰে এক। কিন্তু কি দুখ। কি ভয়ানক কথা। হায় অদৃষ্ট। আমাৰো সেই এক আত্মা, এক-প্ৰাণ স্ত্ৰী তেওঁৰ হাততেই স্বামী বিনাশৰ বিষ! কি পৰিতাপ! সেই কোমল হস্ত স্বামীৰ জীৱন-প্ৰদীপ নিৰ্ব্বানৰ কাৰণে প্ৰসাৰিত। পুনৰ এই স্থানত নাথাকো। বনত পশু-পক্ষীসকলৰ লগত থকাই ভাল। এই পুৰীত পুনৰ নাথাকো।"

এনেকৈ সঙ্কল্প লৈ হাচানে প্ৰধান মন্ত্ৰী আব্বাচ আৰু কেইজনমান বন্ধু লগত লৈ মদিনাৰ ওচৰৰ মুচাল নগৰলৈ গমন কৰিলে। মুচাল বাসী সকলে হজৰত এমাম হাচানৰ আগমনৰ বাৰ্ত্তা পাই আনন্দিত হৈ যেনেকৈ পাৰে অতি সমাদৰে বিশেষ ভক্তিসহকাৰে তেওঁক অভ্যৰ্থনা কৰিলে। কিন্তু তেওঁৰ ভাগ্যত ইয়াতো বেছি দিন বিশ্ৰাম নঘটিল।

## পঞ্চদশ প্ৰবাহ

মুচাল নগৰত, হাচান থাকিবলৈ ললে। তেওঁ জায়দাৰ ভয়ত গৃহ পৰিত্যাগ কৰিলে, কিন্তু তেওঁৰ যি অদৃষ্টলিপি, সেয়া একে থাকিল। জায়দাৰ ভয়ত গৃহত্যাগ কৰি মুচাল নগৰলৈ আহিল, কিন্তু জায়দাৰ দৰে কিমানে তেওঁৰ শত্ৰুতা সাধন কৰিবলৈ অপেক্ষা কৰি আছিল সেয়া জানো তেওঁ গম পাইছিল? এই বিশ্ব সংসাৰত শত্ৰুসংখ্যা যদি আমি জানিব পাৰো, বাহ্যিক আকাৰত শত্ৰুমিত্ৰ যদি চিনিব পাৰো, তেনেহলে জানো বিপদৰ সম্ভাবনা থাকে? সতৰ্কতা কাৰ কাৰণে? এমাম হাচানৰ ভাগ্যত সুখ নাই। যিদিনাখন তেওঁ জয়নাবক বিবাহ কৰিছিল, সেই দিনাই তেওঁৰ সুখৰ সপোন শেষ হৈছিল, সেই দিনাখনে তেওঁৰ সুখ সূৰ্য্য অস্তমিত হৈছিল। জয়নাবৰ কাৰণেই জায়দা আজি তেওঁৰ পৰম শত্ৰু। সেই শত্ৰুৰ যন্ত্ৰনাত অস্থিৰ হৈ তেওঁ গৃহত্যাগী। সেই গৃহত্যাগেই আন এক শত্ৰুৰ শত্ৰুতা সাধনাৰ সুযোগ। আকৌ জয়নাবে জায়দাৰ সুখৰ কণ্টক। সকলোৰ মূলতে জয়নাব।



মদিনাৰ সংবাদ দামেস্কলৈ গৈছে আৰু দামেস্কৰ সংবাদ মদিনালৈ আহিছে। এমাম হাচান যে মদিনা এৰি মুচাল নগৰলৈ-গৈছে এই কথা সাধাৰণ মানুহৰ লগতে এজিদেও শুনিছে। এই নগৰৰ একচক্ষু বিহীন জনৈক বৃদ্ধৰ, প্ৰভু মহম্মদৰ প্ৰতি জাতক্ৰোধ আছিল। শেষত সেই ক্ৰোধ, সেই শত্ৰুতা তেওঁৰ সন্তান-সন্ততি, পৰিশেষত হাচান-হোচেনৰ প্ৰতিও হৈছিল। সেই বৃদ্ধই প্ৰতিজ্ঞা কৰিছিল যে সুযোগ পালেই মহম্মদৰ বংশৰ যিজনকে পাব, তেওঁৰে প্ৰাণ সংহাৰ কৰিব। মদিনা পৰিত্যাগ কৰি হাচানৰ মুচাল নগৰলৈ আগমনৰ বৃত্তান্ত শুনি সেই ব্যক্তি বিশেষ যত্নৰে হলাহলসংযুক্ত এক সুতীক্ষ্ণ বৰ্শা প্ৰস্তুত কৰি শত্ৰুতা সাধনোদ্দেশ্যে মুচাল নগৰলৈ যাত্ৰা কৰিলে। মুচাল নগৰত উপস্থিত হৈ সন্ধান লৈ গম পালে যে, এমাম হাচান সেই নগৰৰ উপসনা মন্দিৰত অৱস্থান কৰিছে। বৃদ্ধই উপাসনা মন্দিৰৰ ওচৰৰ গুপ্তস্থানত বৰ্শাপাত লুকুৱাই থৈ পোনে পোনে হাচানৰ ওচৰত উপস্থিত হলহি। এমাম হাচানৰ দৃষ্টি তেওঁৰ ওপৰত নিক্ষেপ হওঁতেই ধূৰ্ত্ত বৃদ্ধই তেওঁৰ পদতলত লুটি খাই পৰি কান্দি কবলৈ ধৰিলে, "প্ৰভু! মোক ৰক্ষা কৰক। মই ইমানদিনে চয়তানৰ কবলত পৰি পবিত্ৰ মোহম্মদীয় ধৰ্ম্মৰ প্ৰতি অবিশ্বাস কৰিছিলোঁ। এতিয়া ঈশ্বৰৰ কৃপাত মোৰ জ্ঞানচক্ষু উন্মীলিত হৈছে, সত্যধৰ্ম্মৰ জোতি প্ৰভাৱত মনৰ অন্ধকাৰ দূৰ হৈছে। সপোনত দেখিছিলো যে, এমাম হাচান মদিনাৰ পৰা মুচাল নগৰলৈ আহিছে। সেই সপোনতে কোনোবাই যেন মোক কৈছিল অতি সোনকালে এমাম হাচানৰ ওচৰলৈ গৈ সত্যধৰ্ম্মত দীক্ষিত হোৱাগৈ, পূৰ্ব্বৰ পাপ স্বীকাৰ কৰি মাৰ্জ্জনাৰ কাৰণে ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰাগৈ, ভৱিষ্যত পাপৰ পৰা বিৰত থাকিবলৈ ধৰ্ম্মতঃ প্ৰতিজ্ঞা কৰাগৈ। এই মহাৰ্থপূৰ্ণ সপোন দেখি মই এই শ্ৰীপাদ পদ্মত আত্মসমৰ্পণ কৰিবলৈ আহিছোঁ, যি অভিমত হয় আজ্ঞা কৰক।"

দয়াৰ্দ্ৰ চিত্ৰ হাচানে আগন্তুক বৃদ্ধক আশ্বাস দি ক'লে, "মই তোমাক মোহম্মদীয় ধৰ্ম্মত দীক্ষিত কৰিবলৈ এতিয়াই প্ৰস্তুত

আছোঁ।” এই কথা কৈ এমাম হাচানে তৎক্ষণাৎ তেওঁৰ হস্ত স্পৰ্শ কৰি তেওঁক “বায়েত” ( মুছলমান ধৰ্ম্মত দীক্ষিত ) কৰিলে। বৃদ্ধও যথাৰীতি মোহম্মদীয় ধৰ্ম্মত “ঈমান” ( মুখত স্বীকাৰ আৰু বিশ্বাস ) লৈ হাচানৰ পদধূলি গ্ৰহণ কৰিলে। বিধৰ্ম্মীক সৎপথলৈ আনিলে মহাপূণ্য। বৃদ্ধইও এই প্ৰাচীন বয়সত আত্মীয়-স্বজন, স্ত্ৰী-পুত্ৰ সকলোকে পৰিত্যাগ কৰি মুছলমান ধৰ্ম্ম গ্ৰহণ কৰাত মাননীয় হাচানৰ বিশেষ অনুগৃহীত আৰু বিশ্বাসভাজন হ'ল।

দুষ্টবুদ্ধি, স্বাৰ্থপৰ, নৰপিশাচ মাত্ৰ কাৰ্য্য উদ্ধাৰৰ কাৰণেই চিৰ মনোৰথ পৰিপূৰ্ণ কৰাৰ আশাতেই—চিৰবৈৰ নিৰ্য্যাতন মানসৰেই অকপটভাবে হাচানৰ শৰণাগত হ'ল ; এয়া সৰলস্বভাব হাচানৰ বুদ্ধিৰ অগোচৰ। বৃদ্ধই প্ৰকাশ্যে ভক্তিশ্ৰদ্ধা কৰিবলৈ ধৰিলে, কিন্তু চিৰাভিলাষ পূৰ্ণ কৰাৰ অবসৰ আৰু সুযোগৰ অন্বেষণত সৰ্ব্বদাই সচেষ্ট হৈ ৰ'ল। আগন্তুকক যে বিশ্বাস কৰিব নালাগে এই কথা হাচানে নজনা নহয়, কিন্তু সেই মহাশক্তি সেই সুকৌশল সম্পন্ন ঈশ্বৰৰ লীলা সম্পন্ন হোৱাৰ কাৰণে বহু সময়ত বহু মানুহে জানিও পাহৰি যায়, চিনি পায়ো যেন চিনি নাপায়।

উপাসনা-মন্দিৰৰ সন্মুখত হাচান আৰু এৱনে আব্বাচ বহি আছে। নতুন শিষ্য কেনিবা ওলাই গৈছে। এৱনে আব্বাচে কলে, “এয়া যে দামেস্কৰ পৰা অহা এক চক্ষু-বিহীন পাপস্বীকাৰকাৰী বৃদ্ধ আপোনাৰ বিশ্বাসভাজন নব শিষ্য, তেওঁৰ প্ৰতি মোৰ সন্দেহ হয়।”

“কেনেকুৱা সন্দেহ ?”

“মই চিন্তা কৰিছোঁ,—বহুসময় ভাবিছোঁ, এই বৃদ্ধ অকল ধৰ্ম্মত দীক্ষিত হবলৈ অহা নাই। মোৰ সন্দেহ হয়, কিবা দুৰভিসন্ধি সাধন মানসত নাইবা কোনো গুপ্ত সন্ধান লবলৈ আমাৰ ওচৰলৈ আহিছে।”

“অসম্ভব ! সেয়াই যদি হয় ভক্তিভাবেৰে মোহম্মদীয় ধৰ্ম্মত দীক্ষিত হব কিয় ? সাধাৰণভাবে ইয়ালৈ আহি থাকিব পাৰিলে-হেতেন লগতে সন্ধানো কৰিব পাৰিলেহেতেন।”



“পাৰিলেহেতেন—কিন্তু বিধৰ্ম্মী, নাৰকী, দুষ্ট, শত্ৰু অকল মাত্ৰ কাৰ্য্য উদ্ধাৰৰ কাৰণে ধৰ্ম্মৰ ভাণ কৰি গুৰু-শিষ্য-সম্বন্ধ স্থাপন কৰি-বলৈ আহিছে, তাতেই বা আচৰিত্ত নহবৰ কি আছে ?”

“ভ্ৰাতঃ। সেয়া কোনো কথা নহয়। তিনি কাল কটাই শেষত এই বৃদ্ধ বয়সত সেই বাহ্যিক ধৰ্ম্মপৰিচ্ছদ কপটবেশত পাপকাৰ্য্যত লিপ্ত হব ? জগৎ জানো চিৰস্থায়ী ? শেষৰ দিনৰ ভাবনা, কোৱা-ছোন কাৰ নাই ? এই বৃদ্ধ বয়সত যদি তেওঁৰ মনৰ মলিনতা দূৰ নহয়, পাপজনিত আত্মগ্লানি যদি এতিয়াও উপস্থিত নহয়, কৃত পাপৰ কাৰণে এতিয়াও যদি অনুতাপ নহয়, কেতিয়া হব ? চিৰকাল পাপ-পঙ্কত পৰি থাকিলে শেষ দশাত অৱশ্যে স্ব কৃত পাপৰ কাৰণে বিশেষ অনুতাপিত হব লাগিব। বহুতেই গুপ্ত পাপ নিজ মুখেৰে স্বীকাৰ কৰে। যি পাপ স্বীকাৰত প্ৰাণবিনাশ হব পাৰে, ঈশ্বৰৰ এনেকুৱা মহিমা যে, সেই পাপো পাপী মানুহে নিজ মুখেৰে স্বীকাৰ কৰি আত্মবিসৰ্জন কৰে। পাপ একোতেই গোপন নাথাকে—আকৌ মন সৰল নহলে ধৰ্ম্মত মতি নহয়, ঈশ্বৰতো ভক্তি নহয়। যি ব্যক্তি ধৰ্ম্ম-সুধা পিপাসু হৈ বৃদ্ধ বয়সত কিমান পৰিশ্ৰম কৰি দামেস্কৰ পৰা মুচাল নগৰলৈ আহিছে ; তেওঁৰ ইমান বুদ্ধি থাকিব পাৰে ? মন যি ফালে নিয়া সেইফালে যায়। ভাল কাৰক বেয়া ভাবি বুদ্ধি চালনা কৰা,—চিন্তাশক্তিৰ ক্ষমতা বিচাৰ কৰা, কি দেখিবা ? পদে পদে দোষ—পদে পদে বিপদ। সেই চিন্তা আকৌ ভাল ফালে নিয়া—কি দেখিবা ? সুফল, মঙ্গল আৰু সৎ। এই আগন্তুক যদি সৰলভাবে ধৰ্ম্ম-পিপাসু হৈ আহিছে তেতিয়া দেখিবা, তেওঁৰ মন কিমান প্ৰশস্ত ? ধৰ্মৰ কাৰণে কিমান লালায়িত ? কোৱাচোন স্বৰ্গ কাৰ কাৰণে ? এই ব্যক্তিয়েতো জান্নাতৰ যথাৰ্থ অধিকাৰী।”

এৱনে আব্বাচে কোনো উত্তৰ নিদিলে। অন্য কথাৰ আলো-চনাত প্ৰবৃত্ত হ'ল। আগন্তুক বৃদ্ধই মন্দিৰৰ আন ফালে গুপ্তস্থানত লুকুৱাই থোৱা কৰ্ণাপাত উলিয়াই লৈ বিশেষ মনোযোগেৰে চাই মৃদুভাবে কবলৈ ধৰিলে, “এয়া সময়, এক আঘাততে শেষ কৰিব

পাৰো। যি বিষ ইয়াত সংযুক্ত কৰিছোঁ অলপ পৰিমানো যদি তেজৰ লগত মিহলি হয়, কাৰ সাধ্য হাচানক ৰক্ষা কৰে? উপাসনাৰ সময় উপযুক্ত সময়। যেতিয়া 'ছেজ্‌দা' (দণ্ডবৎ হৈ ঈশ্বৰক প্ৰণাম) কৰিব, ময়ো সেই সময়তে বৰ্শাৰে আঘাত কৰিম। কিন্তু উপাসনা মছজিদত হাচানক অকলে পোৱা সুযোগ কম। চাওঁ, চেষ্টাৰ অসাধ্য নাই?" এব্‌নে আব্বাচৰ অলক্ষিতে পাপিষ্ঠই বহু সময় তেওঁলোকৰ ফালে লক্ষ্য কৰি থাকিল কিন্তু কোনোক্ৰমে, কোনো সময়তে বৰ্শা নিক্ষেপৰ সুযোগ নাপালে।

বৃদ্ধই পুনৰ মৃদুস্বৰে কবলৈ ধৰিলে, "কি ভ্ৰম। উপাসনাৰ সময়ত আৰু বহু মানুহ গোট খাব। এমাম সকলোৰে সন্মুখত থাকিব। বৰ্শাই আঘাত কৰিলে শত্ৰুৰ মৃত্যু নিশ্চিত। এতিয়া হাচান যেনেকৈ বহি আছে, বৰ্শাই বক্ষস্থল ভেদ কৰি যাব সন্দেহ নাই, কিন্তু এব্‌নে আব্বাচে মোক কেতিয়াও এৰি নিদিয়ে। তেওঁ যেনে চতুৰ তেওঁৰ হাততে মোৰ প্ৰাণ যাব। আব্বাচ চতুৰ মানুহ, যদিও হাচানৰ লগত তেওঁ কথা কৈ আছে তথাপিও তেওঁৰ চকু চাৰিওফালে। কি কৰো, কিমান সময় অপেক্ষা কৰিম, সুযোগে বা কিমান বিচাৰিম?"

বৃদ্ধই মনে মনে এনেভাবে চিন্তা কৰি হাচানৰ পৃষ্ঠদেশত আঘাত কৰিবলৈ বৰ্শাপাত মাৰি পঠিয়ালে। এব্‌নে আব্বাচৰ চকু চাৰিওফালে—হঠাতে আগন্তুক বৃদ্ধৰ বৰ্শাপাতত তেওঁ চকু পৰিল। লগে লগে হাচানৰ হাতত ধৰি তেওঁৰ ফালে টানি আনি ধূৰ্ত্তৰ উদ্দেশ্যে কবলৈ ধৰিলে, "হেৰ পিশাচ? তোৰ এই কীৰ্ত্তি।"

বৰ্শাপাত প্ৰায় আহি পাইছে। নিক্ষেপকাৰীৰ সন্ধান ব্যৰ্থ হবৰ নহয়। বৰ্শা নিক্ষেপত সেই ব্যক্তি সিদ্ধহস্ত। মাত্ৰ এব্‌নে আব্বাচৰ সতৰ্কতাৰ কাৰণে হাচানে পৰিত্ৰাণ পালে— বৰ্শাপাত তেওঁৰ পৃষ্ঠত নালাগি পদতলত বিদ্ধ হ'ল। এব্‌নে আব্বাচে কি কৰে—দুৰাত্মাক ধৰিবলৈ যায়, নে আঘাত প্ৰাপ্ত হাচানক ধৰে। এমাম হাচন মাটিত বাগৰি পৰিল, এব্‌নে আব্বাচে হাচানক লক্ষ্য নকৰি দৌৰি গৈ বৃদ্ধক ধৰি পেলালে। সেই বৰ্শাপাতেৰে সেই বৃদ্ধৰ বক্ষত আঘাত



কৰিবলৈ উদ্যত হ'ল। তেনেতে এমাম হাচানে অনুনয় বিনয় কৰি কবলৈ ধৰিলে, "ভাই, প্ৰিয় আব্বাচ! যি হবৰ হ'ল, ক্ষমা কৰা! ভাই। বিচাৰৰ ভাৰ নিজ হাতত নলবা। সৰ্ব্ববিচাৰকৰ প্ৰতি বিশ্বাস কৰি তেওঁক বিচাৰৰ ভাৰ দিয়া বৃদ্ধক এৰি দিয়া, এয়া মোৰ প্ৰাৰ্থনা।"

হাচানৰ কথামতে এব্‌নে আব্বাচে বৃদ্ধক এৰি দি হাচানক ক'লে, "আপোনাৰ আদেশ শিৰোধাৰ্য্য; কিন্তু সকলো সময়তে মনত ৰাখিব, আগন্তুকৰ প্ৰতি বিশ্বাস-স্থাপনৰ এই ফল।"

তেজ বব ধৰিছে। উপসনা মছজিদত তেজৰ সোঁতে যেন লিখিছে—"আগন্তুকক কেতিয়াও বিশ্বাস নকৰিবা।" প্ৰকৃত ধাৰ্ম্মিক জগতত প্ৰায় দেখিবলৈ পোৱা নাযায়। বৰ্শাৰ আঘাতত হাচান কাতৰ হৈ পৰিল; তথাপিও কবলৈ ধৰিলে, "আব্বাচ তোমাৰ বুদ্ধিক ধন্যবাদ। তোমাৰ চকুকো সহস্ৰ প্ৰশংসা কৰো। মানুহৰ বাহ্যিক আকৃতি দৰ্শন কৰি, অস্থি মাংস ভেদ কৰি; মৰ্ম্ম পৰ্য্যন্ত চোৱাৰ শক্তি, মইতো আন কাৰো দেখা নাই। মোৰ অদৃষ্টত কি আছে নাজানো; মই কাৰো অনিষ্ট কৰা নাই, তথাপি মোৰ শত্ৰুৰ শেষ নাই। পদে পদে, স্থানে স্থানে, নগৰে নগৰে মোৰ শত্ৰু আছে এয়া আগতে জনা নাছিলো। কেনে আচৰিত! সকলোৰে মোৰ প্ৰাণ লোৱাত ব্যস্ত, এতিয়া কলৈ যাওঁ? যি ফালেই চাওঁ সেই ফালেই হন্তা, সেই ফালেই মোৰ প্ৰাণনাশক শত্ৰু। যি প্ৰাণৰ দায়ত মদিনা পৰিত্যাগ কৰিলো, ইয়াতো সেই প্ৰাণ সঙ্কটাপন্ন। একোতেই শত্ৰুৰ পৰা নিস্তাৰ পোৱা নাই। মই ভাবিছিলো জায়দাই মোৰ পৰম শত্ৰু, এতিয়া দেখিছোঁ, জ্যাগৎময় মোৰ শত্ৰু!"

ক্ৰমে হাচান অস্থিৰ হবলৈ ধৰিলে। অস্ত্ৰৰ আঘাত, লগতে বিষৰ যন্ত্ৰণাই তেওঁক খুব কাতৰ কৰি তুলিলে। তেওঁ কাতৰ স্বৰে এব্‌নে আব্বাচক ক'লে, "যিমান সোনকালে পাৰা, মোক মাতামহৰ 'ৰওজা শ্বৰীফ'লৈ লৈ ব'লা। যদি জীয়াই থাকো, পুনৰ কেতিয়াও 'ৰওজা মোবাৰক'ৰ পৰা অন্য স্থানলৈ নাযাও। ভ্ৰমতেই মানুহৰ সৰ্ব্বনাশ হব, ভ্ৰমতেই মানুহে মহাবিপদ গ্ৰস্ত হয়, ভ্ৰমত পৰিয়ে মানুহে কষ্ট পায়,

প্ৰাণো হেৰুৱায়। ইচ্ছা কৰি কোনোৱে বিপদ মূৰত নলয়, দুখীও হব নোখোজে। মই যদি মুচাল নগৰলৈ নাহি যদি মাতামহৰ ৰওজা স্বীকৃত থাকিলোহেতেন, তেতিয়া কোনো বিপদত পতিত নহলোহেতেন। কপট ধৰ্ম্ম-পিপাসুৰ কথাত ভোল গৈ বৰ্শাৰ আঘাতত আহতো নহলোহেতেন। ভাই! যি উপায়ে নহওঁক, সোণকালে মোক মদিনালৈ লৈ বলা। পুনৰ মোৰ মুচাল নগৰত থকাৰ ইচ্ছা নাই। যদি আঘাতত মোৰ প্ৰাণ যায়, কি কৰিম, কোনো উপাই নাই। কিন্তু মাতামহৰ পবিত্ৰ সমাধি ক্ষেত্ৰত প্ৰাণ বিয়োগ হব, তেওঁৰ পদপ্ৰান্ততেই পৰি থাকিম, এয়া মোৰ শেষ ইচ্ছা। সেই পবিত্ৰ স্থানত প্ৰাণ ওলাই গলে, সেই সময়ত নিদাৰুণ মৃত্যু যন্ত্ৰণাৰ পৰা ৰক্ষা পাম। আজ্ৰাইলৰ ( যমদূতৰ ) কঠিন ব্যৱহাৰৰ পৰাও ৰক্ষা পাম।''

মুচাল নগৰবাসী হাচানৰ দুখত দুখিত হ'ল। তেওঁক মদিনালৈ পঠিয়াই দিয়াৰ সিদ্ধান্ত হ'ল। এব্‌নে আব্বাচে হাচানক লৈ মদিনালৈ যাত্ৰা কৰিলে।

যি ঠাইত যমদূতৰ দৌৰাত্ম্য নাই, হিংসাবৃত্তিত হিংস্ৰ মানুহৰ আৰু হিংস্ৰ জন্তুৰ প্ৰবৃত্তি নাই, খাদ্যখাদকৰ বৈৰী ভাব নাই, নিয়মিত সময়ত হাচান সেই পবিত্ৰ 'ৰওজা মোবাৰক'ত উপস্থিত হ'ল, আৰু সৰ্ব্বাঙ্গে ৰওজাৰ ধূলি শৰীৰত লৈ ঈশ্বৰৰ ওচৰত আৰোগ্য প্ৰাৰ্থনা কৰিলে। ঈশ্বৰৰ অনুগ্ৰহত বিষৰ যন্ত্ৰণা বহুখিনি লাঘব হ'ল। কিন্তু আঘাতৰ বেদনা-যাতনা আগৰদৰেই থাকিল। ইয়াৰ অৰ্থ কোনে বুজিব? সেই পৰম কাৰুণিক পৰমেশ্বৰৰ বাহিৰে আনৰ বুজিবৰ সাধ্য নাই। ক্ষতস্থান দিনে দিনে বৃদ্ধি পাবলৈ ধৰিলে। যন্ত্ৰনাও বাঢ়িব ধৰিলে। শেষত এমাম হাচানৰ ঠিয় হোৱাৰ শক্তি নাইকীয়া হ'ল।

এদিনাখন হোচেনে ক'লে, "ভ্ৰাতঃ! এই ৰওজা মোবাৰকত কোনো বিপদৰ সম্ভাবনা নাই। কিন্তু মানুহৰ শৰীৰ অপবিত্ৰ। বিশেষ আপোনাৰ যেনেকুৱা ব্যাধি তাতে সন্দেহ হয়। পবিত্ৰ



স্থানত পবিত্ৰ ভাবে থাকিব নোৱাৰিলে স্থানৰ অবমাননা কৰা হয়। ক্ষতস্থান দিনে দিনে ভয়ানক ৰূপ ধাৰণ কৰিছে; ঘৰলৈ বলক, আমি সকলোৱে আপোনাৰ সেৱা-শুশ্ৰূষা কৰিম। জগতত জননী স্নেহ নিস্বাৰ্থ, সন্তানৰ সাংঘাতিক বেমাৰতো মাকৰ অন্তৰত যেনে দুখ লাগে, তেনেকৈ আনে অনুভব নকৰে। যদিও ভাগ্যদোষত স্নেহ মমতাৰ পৰা বঞ্চিত হৈছে, তথাপিও আজ্ঞাবহ কিঙ্কৰ বৰ্ত্তমান আছে। সেই মাতৃৰ গৰ্ভত ময়ো জন্ম গ্ৰহণ কৰিছোঁ। মোৰ সাধ্যমতে মই আপোনাৰ সেৱা কৰিম।"

এমাম হাচানে পুনৰ বাক্যব্যয় নকৰিলে। হোচেন আৰু আবুয়ল কাছেমৰ স্কন্ধত হাত ৰাখি অতি কষ্টৰে ঘৰলৈ আহিল। হাচেন বানু, জয়নাব নাইবা জায়দা এই তিনি গৰাকী স্ত্ৰীৰ কোনো গৰাকীৰ ঘৰলৈকে নগল। প্ৰিয় হোচেনৰ গৃহতেই আবাস গ্ৰহণ কৰিলে। সকলোৱে তেওঁৰ সেৱা শুশ্ৰূষা কৰিবলৈ ধৰিলে।

জায়দাক সন্দেহ কৰি হাচানে যেন সকলোকে সন্দেহ কৰিব ধৰিলে। কিন্তু সেই ভাব প্ৰকাশ নাইবা বুজিব নিদিলে। তেওঁৰ হাবভাব দেখি সকলোৱে গম পালে যে—নিজৰ স্ত্ৰীসকলৰ প্ৰতি হাচান মহাবিৰক্ত। হাচেনবানু আৰু জয়নাবৰ প্ৰতি তেওঁৰ মাত্ৰ বিৰক্তি ভাব প্ৰকাশ পাইছিল, কিন্তু জায়দাক দেখিলেই তেওঁ ভয় খাইছিল।

হাচেনবানুৰ সেৱা-শুশ্ৰূষাত এমাম চাচানৰ বিৰক্তিভাব কোনোৱে দেখা পোৱা নাই। জয়নাব ওচৰত বহিলেও তেওঁ একোকে নকয়, কিন্তু জায়দাক দেখিলেই তেওঁ চকু বন্ধ কৰি দিয়ে। সকলোৱে গম পালে যে বোধহয় এমাম হাচানে জায়দাক চাবলৈ ইচ্ছা কৰা নাই। কাৰণ অনুসন্ধানতো ত্ৰুটী নহয়। শেষত সাব্যস্ত হল যে, জায়দাৰ ঘৰলৈ গলেই বিপদ গ্ৰস্ত হয়। অসহনীয় বেদনাত আক্ৰান্ত হয়। এইবোৰ কাৰণতেই বোধহয়, তেওঁৰ জায়দাৰ প্ৰতি কিবা সন্দেহ হৈছে! নানাজনে নানা ভাবে কথাৰ আলোচনা কৰিব ধৰিলে। কিন্তু কোনোৱে একো স্থিৰ কৰিব নোৱাৰিলে।

এমাম হাচানৰ মনৰ ভাব বুজিব পাৰি হোচেনে তেওঁৰ আহাৰ সামগ্ৰীৰ প্ৰতি বিশেষ লক্ষ্য ৰাখিলে। ভ্ৰাতাৰ মনৰ ভাব পৰীক্ষা কৰাৰ কাৰণে হাচানৰ সন্মুখত হাচেনবানু আৰু জয়নাবক কলে, "আপোনালোকে এওঁৰ আহাৰীয় দ্ৰব্যাদিত বিশেষ যত্ন লব।"

হাচনেবানুই ক'লে, "মই সাহস কৰি কব নোৱাৰো। মাত্ৰ কব পাৰো যে, যি হবৰ হ'ল। এতিয়াৰ পৰা খাদ্য সামগ্ৰীৰ দোষত কোনো কষ্ট পাব নালাগে। মই সতৰ্কতা অবলম্বন কৰিছোঁ। মই আগতে পৰীক্ষা নকৰাকৈ এওঁক একোকে খাবলৈ নিদিও। যিমান দুখ, যিমান অপকাৰ সকলো মই মূৰ পাতি লৈছোঁ, খোদাৰ কৃপাত এওঁ আৰোগ্য লাভ কৰিলে সকলো কথা কম।"

হাচনেবানুৰ প্ৰতি দৃষ্টিপাত কৰি এটি দীঘল হুমুনিয়াহ পেলাই হাচানে ক'লে, "অদৃষ্টৰ লেখা খণ্ডন কৰিবলৈ কাৰ সাধ্য। তোমাৰ সন্দেহ দূৰ কৰি যেনেকৈ পাৰা মোৰ খাদ্য সামগ্ৰী সাবধান আৰু যত্ন কৰি ৰাখিবা।"

হাচনেবানু পূৰ্ব্বৰ পৰা সতৰ্ক হৈ আছিল, স্বামীৰ কথাত আভাস পাই আগতকৈ পুনৰ সাবধান আৰু সতৰ্ক হ'ল। খাদ্য সামগ্ৰী বিশেষ যত্নেৰে ৰক্ষা কৰিবলৈ ধৰিলে। বিশেষ পৰীক্ষা কৰি হাচনেবানুই ৰোগীৰ পথ্যাদি প্ৰদান কৰিবলৈ ধৰিলে। খোৱা পানীৰ কলহৰ ওপৰত পৰিস্কাৰ বস্ত্ৰ আবৃত কৰি চীল-মোহৰেৰে বন্ধ কৰি ৰাখিলে। আন কোনোৱে যাতে হাচানৰ কোঠালৈ আহিব নোৱাৰে কৌশলেৰে সেই ব্যৱস্থা কৰিলে। মুখেৰে কাকো বাধা নিদিলে। হোচেনো সতৰ্ক হৈ থাকিল।

মাজে মাজে জায়দা স্বামীক চাবলৈ আহি জয়নাবক ওচৰত দেখা পালেই কোঠাত নোসোমায়। জয়নাবৰ ওপৰত দৃষ্টি পৰিলেই জায়দাৰ মুখৰ পৰিৱৰ্ত্তন হয়। হিংসাত জ্বলি উঠে। স্বামী স্নেহ, স্বামী মমতা তেওঁৰ অন্তৰৰ পৰা নাইকীয়া হয়। অধৰ্ম্ম আচৰণত প্ৰবৃত্তি জন্মে। কোমল হৃদয় পাষাণত পৰিণত হয়। ভাব হয়—সেই মুহূৰ্ত্ততেই হয় নিজৰ প্ৰাণ—নহলে জয়নাবৰ প্ৰাণ, নহলে যিজন এই সকলোৰ মূল তেওঁৰ—



ৰোগীক ৰোগশয্যাত চোৱাত নিষেধ নাই অসুস্থ ব্যক্তিক সেৱা শুশ্ৰূষা কৰাত, নাইবা চাবলৈ অহাত বাধা দিয়াতো শাস্ত্ৰ বহিৰ্ভূত। এদিনাখন জায়দাৰ লগত মায়মুনাই হজৰত হাচানক চাবলৈ আহিল। শয্যাৰ পৰা কিঞ্চিৎ বাধদানত জায়দা, তৎপাশ্চ'ত মায়মুনা। আন আন সকল শয্যাৰ চাৰিওফালে আগুৰি ঠিয় হৈ আছে। মায়মুনা প্ৰতিবেশিনী, সকলোৱে জানিছিল, মায়মুনা এমাম-দ্বয়ৰ বৰ ভক্ত। বাল্যকালৰ পৰাই মায়মুনাই উভয়কে ভাল পাইছিল। জান্নাতবাসীনী জগজ্জননী বিবি ফাতেমায়ো মায়মুনাক ভাল পাইছিল। মায়মুনায়ো তেওঁক ভক্তি কৰিছিল। হাচান-হোচেনে মাতৃৰ প্ৰিয় পাত্ৰী বুলি মায়মুনাক বিশেষ ভক্তি কৰিছিল। ইমান দিনে মায়মুনা তেওঁলোকৰ সুখ-দুখৰ ভাগী বুলি পৰিচিতা আছিল! মায়মুনাৰ মন যে বিষেৰে পৰিপূৰ্ণ, সেয়া জায়দাৰ বাহিৰে আন কোনোৱে গম পোৱা নাছিল। হাচেনবানুয়ে মায়মুনাক দুই চকুৰে দেখিব পৰা নাছিল। হাচেনবানুই মুখ ফুটাই মায়মুনাক কোনোদিনাখনে বেয়া কথা কোৱা নাছিল অথচ তেওঁৰ আগত পৰিলে মায়মুনা ভয়তে কঁপিছিল।

এমাম হাচানৰ অৱস্থা দেখি মায়মুনাৰ চকুত পানী ওলাল। সকলোৱে কবলৈ ধৰিলে, "আহা! কোলাত লৈ মানুহ কৰিছিল, তেওঁ নাকান্দি কোনে কান্দিব।" মায়মুনাৰ চকুপানী দুই গালেৰে বৈ আছিল। মায়মুনাই গৃহমধ্যস্থিত সকলোৰে ফালে চাই চকুৰ পানী দেখুৱালে। মায়মুনাই যে চকুৰ পানীয়ে সকলোকে দেখুৱাইছে এনে নহয়, তেওঁৰ আন উদ্দেশ্য আছে। ঘৰৰ ভিতৰত ক'ত কি বস্তু কেনেকৈ ৰখা আছে, সেয়া সকলো তেওঁ মনোযোগ দি লক্ষ্য কৰিছে।

হাচানৰ পিয়াহ লাগিছে। তেওঁ সঙ্কেত দি হাচনেবানুক তেওঁৰ মনৰ ইচ্ছা প্ৰকাশ কৰিলে। হাচনেবানুই ততালিকে "আব্‌খোৱা" পৰিস্কাৰ কৰি কলহৰ মুখৰ চীল ভাঙি, আব্‌খোৱা পানীৰে পূৰ্ণ কৰি

হাচানৰ সন্মুখত দাঙি ধৰিলে। হাচানে তৃষ্ণা পলুৱাই পুনৰ শয্যাত শুই পৰিল। আব্‌খোৰা যথাস্থানত থৈ হাচনেবান্নুই পুনৰ কলহৰ মুখ চীলমোহৰ মাৰি বন্ধ কৰি থলে।

যিজনক চাবলৈ ইচ্ছা নহয়, তেওঁৰ নাম শুনিলেও খঙ উঠে। জগতত এনেকুৱা মানুহো আছে যিজনৰ স্বভাবত: দুই এজনক ভাল নাপায়। আনহাতে—পৰিচয় নাই, শত্ৰুতা নাই, মিত্ৰতা নাই, আলাপ নাই, বন্ধুত্ব নাই, স্বাৰ্থ নাই—একোৱে নাই তথাপি যেন মুখখনি চোৱাৰ হেপাহ আছে। এনেকুৱা মুখো জগতত বহু আছে, পৰিচয় নহলেও সেই মুখখনি যিমানবাৰ চোৱা যায় সিমানবাৰ চালেও হেপাহ নপলুয়ায়।

হাচ্‌নেবান্নুই কলহৰ মুখ বন্ধ কৰি ঈষৎ বিৰক্তিভাৱ ভাব প্ৰকাশ কৰি মায়মুনাৰ ফালে এবাৰ চাই আতৰি গ'ল। ৰোগীৰ শয্যাৰ কাষত সকলো নীৰব। সকলোৰে মুখ মলীন। মায়মুনাৰ মুখৰ কথা ফুটিল :—

"আহা! এই নৰাধম জাহান্নমী কোন? আহা! এনেকুৱা সোণৰ শৰীৰত এনেকুৱা নিৰ্দ্দয়ভাবে আঘাত কৰিছে? আহা! জান্নাতবাসিনী বিবি ফাতেমাৰ হৃদয়ৰ ধন, নূৰনবীৰ চকুৰ মণি হাচান, সেই হাচানৰ প্ৰতি ইমান নিষ্ঠুৰ কোন হব পাৰে? সেই পাপীৰ পাপ-শৰীৰত তেজ-মঙহৰ লেশমাত্ৰ জানো নাই? নিশ্চয় সেই হৃদয় কঠিন শিলেৰে গঠিত। হায় হায়! পূৰ্ণিমাৰজোন যেন মুখখন একেবাৰে মলিন হৈ গৈছে।"—এনেদৰে কৈ কান্দি কান্দি মায়মুনা আৰু অলপ দূৰ অগ্ৰসৰ হব খোজোতেই, হাচানৰ বিৰক্তি-ভাব আৰু কাছেমৰ বাধা দানত তেওঁৰ সেই চেষ্টা থমকি হ'ল। চকুৰ পানী পুনৰ্ পেলাব নোৱাৰিলে; মুখৰ কথা মুখতেই ৰৈ গ'ল। চকুৰ পানী যেন অলক্ষিতে শুকাই গ'ল।

ৰোগীৰ পথ্য লৈ জয়নাব সোমাই আহিল। জায়দাই কেৰা-হীকৈ বিষদৃষ্টি পেলাই তেওঁক দেখি উঠি গ'ল। মায়মুনাও হাচনেবান্নু অহাৰ শব্দ পাই লাহে লাহে গৃহত্যাগ কৰিলে।

## ষোড়শ প্ৰবাহ

মায়মুনাৰ লগত জায়দাৰ কথোপকথন হ'ল। জায়দাই কলে, "ঈশ্বৰে যিজনক ৰক্ষা কৰে, তেওঁৰ একোতেই মৰণ নাই। মানুহৰ পেটত বিষ হজম হয়, এবাৰ নহয় দুবাৰ। মই কিয় জয়নাবৰ সৰ্বনাশ কৰিব খুজিছোঁ? মই কিয় বা জয়নাবৰ সৰ্ব্বনাশ কৰিবলৈ গৈ নিজ হাতে স্বামীৰ প্ৰাণ বিনাশ কৰিব খুজিছোঁ? যি চকুৱে সকলো সময়তে তেওঁক চোৱাৰ হেপাহ আছিল কিয় এতিয়া সেই হেপাহ নোহোৱা হ'ল। যি হাতেৰে কিমান সুখাদ্য তেওঁক খুৱাইছিলোঁ, আজি সেই হাতেৰে বিষ দিবলৈ সাজু। কিন্তু কিহৰ কাৰণে? যি স্বামীৰ সামান্য অসুখ হলে জায়দাৰ প্ৰাণে কান্দিছিল, এতিয়া সেই স্বামীৰ প্ৰাণ হৰণ কৰিব নোৱাৰি সেই জায়দা আজি নীৰলে বহি কান্দিছে! কিন্তু কাৰ কাৰণে? মায়মুনা। মই নিশ্চয়কৈ বুজিলো হাচানৰ মৰণ নাই। জায়দাৰ সুখ নাই।"

মায়মুনাই ক'লে, "চেষ্টাৰ অসাধ্য একো নাই। এবাৰ, দুবাৰ, তিনিবাৰ, নহলে চাৰিবাৰ,—পাঁচবাৰত কোনোমতে ৰক্ষা নাই। হতাশ নহবা? এই চোৱা, এজিদে সকলো কথা শুনি এই ঔষধ পঠিয়াই দিছে। এইবাৰ নিস্তাৰ নাই।"—মায়মুনাই কোমৰৰ পৰা সৰু টোপোলা এটি উলিয়াই জায়দাই সুধিলে, "এয়া কি?"

"মহাবিষ।"

"মহাবিষ কি?"

মায়মুনাই উত্তৰ দিলে, "এয়া সৰ্পবিষ নহয়, আন কোনো বিষ নহয়—মানুহে এয়া মূল্যবান জ্ঞান কৰে। ইয়াৰ মূল্য অধিক, দেখাত উজ্জ্বল। অণুমাত্ৰ পেটত পৰিলে মানুহৰ পৰমায়ু শেষ হয়।"

"কেনেকৈ খুৱাব লাগে?"

মায়মুনাই ক'লে, "খাদ্যসামগ্ৰীৰ লগত মিহোলাই দিব পাৰিলে হয়। পানীত মিহলাই খুৱাব পাৰিলেতো কোনো কথাই নাই। অন্য বিষ পৰিপাক হলেও এয়া পৰিপাক হোৱাৰ ক্ষমতা পাকযন্ত্ৰত নাই।

এটি মাত্র কণা। পেটত পৰিলেই নাড়ী, পাকযন্ত্ৰ, কলিজা সকলো খণ্ড খণ্ড কৈ কাটি পেলাব ?”

“ইমান ভয়ানক বিষ ! ছুবলৈও ভয় লাগে।”

“চুলে একো নহয় ! হুড়কমৰ ( অন্ননলীৰ ) তললৈ নগলে কোনো ভয় নাই ! এয়াতো অন্য বিষ নহয়। এয়া হীৰাৰ-গুৰি।”

“হীৰাৰ গুৰি ? – বাৰু দিয়া।”

মায়মুনাই টোপোলাটো জায়দাৰ হাতত তুলি দিলে। টোপোলা হাতত লৈ জায়দাই কবলৈ ধৰিলে, “তেওঁ যে পুনৰ মোৰ ঘৰলৈ আহিব সেই আশা নাই। যেনেকুৱা সাবধনতা অবলম্বন কৰিছে খাদ্য-সামগ্ৰীত মিহলোৱাৰ সুযোগ ক'ত পাম ?—হাচেনবানু নাইবা জয়নাবে মিহলি নকৰিলে আন কাৰো সাধ্য নাই।”

“কি সাধ্য নাই ? সুযোগ পালে মইয়ে মিহলাই দিলোহেতেন। খাদ্য সামগ্ৰীত যে মিহলোৱা নহব সেয়া মই বুজিছোঁ, অন্য উপায় এটি আছে।”

“কি উপায় ?

“সেই কলহৰ পানীত।”

“কেনেকৈ ? সেই কলহৰ মুখতো চীল মোহৰ দি বন্ধা, খুলিবলৈ কাৰ সাধ্য ?”

“খুলিবা কিয় ? কলহৰ মুখত যি কাপোৰ বন্ধা আছে, সেই কাপোৰত এই গুড়া অতি কমকৈ ঘঁহি দিব পাৰিলেই হয়। কলহৰ মুখ যেনেকৈ আছিল ঠিক তেনেকৈয়ে থাকিব। পানীৰ ৰঙো সলনি নহয়, কোনোৱে একো সন্দেহ কৰিব নোৱাৰে।”

“কিন্তু তালৈকে কেনেকৈ যাবা ? যদি কোনোবাই দেখে ?”

“দেখিলে কি হব। তালৈকে যোৱাত বাধা নাই। তুমি কিয় গৈছিলা এই কথা সুধিবলৈ কাৰো অধিকাৰ নাই। যদি কোঠাত সোমাব পাৰা তেতিয়া চাবা সুযোগ আছে নে নাই। যদি সুযোগ পোৱা, কলহৰ মুখৰ কাপোৰত এয়া ঘঁহি দিবা। এইমাত্ৰ আহিছা, এতিয়া যোৱাৰ আৱশ্যক নাই। সন্ধ্যা উৰ্ত্তীৰ্ণ হওঁক, ৰোগীও টোপনি



যাওঁক। যিসকলে সেৱা-শুশ্ৰূষা কৰিছে, তেওঁলোকেও বিশ্ৰামৰ অবসৰ পাওঁক। অলপ ৰাতি হলে যোৱাই ভাল।”

মায়মুনা জায়দাৰ গৃহতে থাকিল। জায়দাই গোপনে সন্ধান লব ধৰিলে। হাচানৰ ঘৰত কোন কোন আছে, কোন কোন গৈছে, কোন কোন আহিছে, কোনে কি কৰিছে, প্ৰতি মুহৰ্ত্ততে জায়দাই গুপ্তভাবে অনুসন্ধান কৰিব ধৰিলে। সন্ধান আৰু পৰামৰ্শ কৰোতে বহু সময় উত্তীৰ্ণ হ'ল। আজি জায়দা অত্যন্ত অস্থিৰ। অস্থিৰ ভাবে এবাৰ মায়মুনাৰ ওচৰত, নাইবা এবাৰ কোনো কাৰ্য্যৰ ছলেৰে হোচেনৰ ঘৰৰ কাষলৈ বা হাচনেবানুৰ ঘৰৰ ওচৰলৈ এনেকৈ ঘূৰি ফুৰিব ধৰিলে। ক'ত কোনে কি কৰিছে, কোনে কি কথা কৈছে সকলোৰে তেওঁ সন্ধান লৈ ফুৰিব ধৰিলে। ঘৰৰ মানুহ বিশেষকৈ হাচানৰ স্ত্ৰী, বহুবাৰ অহা-যোৱা কৰিলেও কোনোৱে একো কব নোৱাৰে। কিন্তু হাচনেবানুৰ চকুত পৰিলেই তেওঁ সতৰ্ক হৈছিল। হাচনেবানুই স্বামীৰ সেৱা শুশ্ৰূষাত খোৱা-বোৱা এৰি পেলাইছিল। জীৱনত নমাজ ( উপাসনা ) কাজা ( নিয়মিত সময়ৰ অতিক্ৰম ) কৰিছিল নে সন্দেহ, সেই নমাজ এতিয়া সময়মতে কৰিব পৰা নাই। নানা প্ৰকাৰ চিন্তা আৰু সন্দেহত হাচনেবানু বিহ্বল হৈ উঠিছিল। স্বামীৰ কাতৰ চিঞৰত, প্ৰতি বাক্যত তেওঁৰ বুকু ফাটি গৈছিল। যেতিয়াই সময় পাইছিল তেতিয়াই ঈশ্বৰৰ উপাসনা কৰি স্বামীৰ আৰোগ্য কামনা কৰিছিল। জয়নাবে মনৰ কথা মনতে ৰাখিছিল। হাচনেবানুৰ কথামতে দিনে নিশাই খাটিছিল। বিনা কামত তিলাৰ্দ্ধকালো স্বামীপদ এৰি নগৈছিল। নিজৰ শৰীৰৰ প্ৰতি তেওঁৰ মায়া-মমতা নোহোৱা হৈছিল। হাচানৰ চিন্তাত ঘৰৰ সকলোৱে ( জায়দা বাদে ) মহাচিন্তিত আৰু মহাব্যস্ত।

জায়দাৰ চিন্তাত জায়দা ব্যস্ত। জায়দাই সময় আৰু সুযোগৰ সন্ধানত আছে। ক্ৰমে ৰাতিও অধিক হৈ আহিল। সকলোৱে নিজ নিজ স্থানত নিদ্ৰাদেবীৰ উপাসনাত নিজ নিজ শয্যা গ্ৰহণ কৰিলে। হাচনেবানুই প্ৰতি নিশা প্ৰভু মহম্মদৰ ‘ৰওজা শ্বৰীফ’

লৈ গৈ ঈশ্বৰৰ ওচৰত স্বামীৰ আৰোগ্য কামনা কৰিছিল। আজিও নিয়মিত সময়ত সকলো নিদ্ৰিত হ'ল তচ্‌বীহ্‌ হাতত লৈ ঘৰৰ পৰা ওলাল। জায়দাই দেখিলে হাচনেবানু ৰওজা মোবাৰকৰ ফালে গৈছে। গোপনে তেওঁক অনুসৰণ কৰি গৈ দেখিলে হাচনেবানু ঈশ্বৰৰ উপাসনাৰ্থে দণ্ডায়মান হৈছে। উভতি আহি মায়মুনাক ক'লে "মায়মুনা! বোধহয় এয়া উত্তম সুযোগ। এতিয়া হাচনেবানু ঘৰত নাই, ৰওজাৰ পৰা উভতি আহোঁতে সময় লব। এবাৰ চাই আহোগৈ, যদি সুযোগ পাওঁ, এয়াই উপযুক্ত সময়।"

বিষয় টোপোলটো লৈ জায়দা গ'ল। তেওঁৰ অজ্ঞাতসাৰে মায়মুনা পিছে পিছে গ'ল। অন্ধকাৰ ৰজনী,—চান্দ্ৰমাহ ৰবিয়াল আওয়ালেৰ প্ৰথম তাৰিখ। চন্দ্ৰ উঠিয়েই অস্ত গৈছে। ঘোৰ অন্ধকাৰ। সাবধানে খোজ পেলায় জায়দা আগবাঢ়িল। স্বামীৰ ঘৰৰ ওচৰ পাই ক্ষন্তেক থমকি ৰ'ল। লক্ষ্য কৰিব ধৰিলে ঘৰৰ ভিতৰত কোনোবা জাগৰিত আছে নে নিদ্ৰিত আছে। গৃহদ্বাৰ যে বন্ধ নহয় সেয়া তেওঁ পূৰ্ব্বতে লক্ষ্য কৰিছিল। কাৰণ, হাচনেবানুই স্বামীৰ আৰোগ্যলাভাৰ্থ ঈশ্বৰৰ উপাসনা কৰিবলৈ গৈ জায়দাৰ গৃহপ্ৰবেশৰ সুবিধা কৰি দি গৈছিল।

শৰীৰৰ ভৰ শৰীৰত ৰাখি, হাতৰ জোৰ হাতত ৰাখি লাহে লাহে দ্বাৰ মুক্ত কৰি গৃহৰ ভিতৰলৈ প্ৰবেশ কৰি জায়দাৰ চকুত পৰিল—দীপ জ্বলি আছে। এমাম হাচান শয্যাত শায়িত,—জয়নাব বিমৰ্ষ বদনে হাচানৰ ভৰি দুখন নিজ বক্ষত লৈ শুই আছে। নিশ্বাসৰ শব্দৰ বাহিৰে সেই গৃহত তেতিয়া অইন কোনো শব্দই নাই।

দীপৰ পোহৰত জয়নাবৰ মুখখন আজি জায়দাই ভালকৈ দেখা পালে। নিদ্ৰিত অৱস্থাত স্বাভাবিক আকৃতিৰ শোভা যেনেকুৱা দেখা যায়—জাগ্ৰত অৱস্থাত বোধহয় তেনেকুৱা শোভা কেতিয়াও দেখা নাযায়। কাৰণ, জাগ্ৰত অৱস্থাত কৃত্ৰিমতাৰ ভাগ বহুখিনি বেছি হৈ পৰে। জায়দাই গৃহৰ ভিতৰত শায়িত ব্যক্তি আৰু দ্ৰব্য-সমূহৰ প্ৰতি এটা এটাকৈ কটাক্ষপাত কৰিলে। কলহটোৰ প্ৰতি



দৃষ্টি পৰাৰ লগে লগে সেইফালে অগ্ৰসৰ হ'ল। কলহৰ ওচৰত ঠিয় হৈ এবাৰ চাৰিওফালে চকু ফুৰাই, এমামৰ মুখত চকু পৰিল। লাহে লাহে বিষৰ টোপোলা খুলিবলৈ ধৰিলে। খুলি থাকোতে কিবা ভাবি বন্ধ কৰিলে। হাচানৰ মুখৰ ফালে পুনৰ চাই ৰ'ল। ক্ৰমে ক্ৰমে তেওঁৰ মুখ, বক্ষ, উৰু আৰু পদতল পৰ্য্যন্ত সৰ্ব্বাঙ্গতে চকু পৰোতে তেওঁৰ সেই ভাব নোহোৱা হ'ল। লগে লগে বিষৰ টোপোলাতো কলহৰ মুখৰ কাপোৰৰ ওপৰত সমুদায় হীৰাৰ গুৰি ঢালি দিলে আৰু দক্ষিণ হস্তৰে কলহৰ মুখবন্ধ বস্ত্ৰৰ ওপৰত বিষ ঘহিবলৈ ধৰিলে। তেওঁ হাচানৰ পদতলত যিজনক দেখা পালে তেওঁক বাৰে বাৰে বিষদৃষ্টিৰে চাবলৈ ধৰিলে; স্বামীৰ মুখলৈ উভতিকে নাচালে। সমুদায় গুৰি কাপোৰৰ মাজেৰে সোমাই যোৱাৰ পাছত লৰালৰিকৈ কোঠাৰ পৰা ওলাই অহাৰ সময়ত, এবাৰ স্বামীৰ মুখৰ ফালে চাই ভৰি আগবাঢ়োতেই দ্বাৰত আঘাত লাগি সামান্য শব্দ হ'ল। সেই শব্দতে এমাম হাচানৰ নিদ্ৰাভঙ্গ হ'ল। নিদ্ৰাভঙ্গ হ'ল কিন্তু চকু নেমেলিলে, জায়দা লৰালৰিকৈ ওলাই আহি থতমত খালে। চাই দেখিলে, আন কোনো নহয়—মায়মুনা। হাতত ধৰি জায়দাক লৈ গৃহত প্ৰবেশ কৰিলে।

দ্বাৰত জায়দাৰ পদাঘাত শব্দত, এমাম হাচানৰ নিদ্ৰাভঙ্গ হৈছিল; চকু মেলি চাই তেওঁ সেই শব্দৰ প্ৰকৃত কাৰণ একোকে স্থিৰ কৰিব নোৱাৰিলে। গৃহৰ ভিতৰত সকলো নিদ্ৰিত; দীপ পূৰ্ব্বৰ দৰে জ্বলি আছে, য'ত যি আছিল, সকলো ঠিক আছে। হঠাতে হোৱা শব্দত তেওঁ সুখৰ সপোন ভাঙি যোৱাত তেওঁ আক্ষেপ হ'ল। তেওঁ জয়নাবক টোপনিৰ পৰা জগাই ক'লে, "জয়নাব! মোক সোনকালে পানী দিয়া। অজু (উপাসনাৰ আগতে হস্তপদ মুখাদি বিধিমতে ধৌত) কৰি ঈশ্বৰৰ উপাসনা কৰিম। এই মাত্ৰ পিতা-মাতা আৰু মাতামহক সপোনত দেখিলো। তেওঁলোক যেন মোৰ অপেক্ষাত ৰৈ আছে। পানী খাম,—খুব পিয়াহ লাগিছে।"

পানী আনিবলৈ জয়নাব ওলাই গ'ল। হাচেনবান্নুই তচ্‌বীহ্‌ হাতত লৈ ঈশ্বৰৰ নাম লৈ লৈ সোমাই আছিল। এমাম হাচানে তেওঁক দেখা পাই সপোনৰ বিবৰণ দি ক'লে "খুব পিয়াহ লাগিছে খাবলৈ পানী দিয়া বুলি কৈ উঠি বহিল। সপোনৰ কথা শুনি হাচেন-বান্নু অস্থিৰ হ'ল। বিবেচনা শক্তিৰ লাঘব হ'ল, মূৰ ঘূৰিল! কলহৰ ওপৰৰ ঢাকনি পূৰ্ব্বতে যেনেকৈ লক্ষ্য কৰিছিল, সেয়া চোৱাৰ তেওঁৰ ক্ষমতা নাথাকিল। হাচেনবান্নু স্বাভাৱিক অৱস্থাত থকাহেতেন কলহৰ ওপৰৰ কাপোৰৰ ঢাকনিৰ ওপৰত হীৰা গুৰি ঘৰ্ষণৰ কিবা নহয় কিবা চিহ্ন চকুত পৰিলহেতেন কিন্তু সপোনৰ বৃত্তান্ত শুনি তেওঁ এনেকুৱা বিহ্বল হ'ল যে কলহৰ মুখ বন্ধ নথকাহেতেনো তেওঁ নিসন্দেহে পানী স্বামীক খাবলৈ দিলেহেতেন। তেওঁ কলহৰ পৰা পানী ঢালি স্বামীক খাবলৈ দিলে। এমাম হাচানৰ এই শেষ পিয়াহ লগা;— হাচেনবান্নুৰ হস্তৰে এয়া শেষ পানীসেৱন। তেওঁ প্ৰাণ ভৰাই পানী খালে। জয়নাবে পূৰ্ব্ব আদেশমতে পানী লৈ উপস্থিত। হাচানে হস্ত পদাদি প্ৰক্ষালন কৰি ঈশ্বৰৰ উপাসনাত প্ৰবৃত্ত হ'ল; বহি বহিয়ে জীৱনৰ শেষ উপাসনা,—ইহজগতৰ শেষ আৰাধনা আজি শেষ হ'ল; অন্তৰ জ্বলি উঠিল।

কাতৰ হৈ হাচানে কবলৈ ধৰিলে, "আজি মোৰ কি হ'ল। জায়দাৰ ঘৰত যেনেকুৱা শৰীৰ যন্ত্ৰণা হৈ প্ৰাণ অস্থিৰ হৈছিল, এয়া তেনেকুৱা নহয়। কলিজা, হৃদয়ৰ পৰা নাভি পৰ্য্যন্ত কেনেকুৱা এক প্ৰকাৰ যন্ত্ৰনা, কোৱা শক্তি নাই। এয়া ঈশ্বৰে কি কৰিলে। আকৌ বোধহয় বিষ। এয়াতো জায়দাৰ ঘৰ নহয়। তেনেহলে এয়া কি! এয়া কেনেকুৱা যন্ত্ৰণা। উঃ—কি যন্ত্ৰণা।"

হাচান অত্যন্ত কাতৰ হৈ পৰিল?—জায়দাৰ ঘৰত যি যন্ত্ৰণা ভোগ কৰিছিল, তাৰ চতুৰ্গুণ যন্ত্ৰণা ভোগ কৰিব ধৰিলে। ব্যগ্ৰ হৈ তেওঁ কাছেমক ক'লে "সোনকালে হোচেনক মাতি অনাগৈ। মই অস্থিৰ হৈ পৰিছোঁ। মোৰ হৃদয়, অন্তৰ, শৰীৰ—সমুদায় যেন অগ্নিসংযোগ হৈ জ্বলিব ধৰিছে, সহস্ৰ বেজীৰ দ্বাৰা যেন বিদ্ধ হৈছে। অন্তৰস্থিত প্ৰত্যেক শিৰা যেন, সহস্ৰ সহস্ৰ খণ্ডত খণ্ডিত হব ধৰিছে।



কাছেম পিতৃব্য হোচেনৰ লগত পুনৰ আথে বেথে সোমাই আহিল। ঘৰৰ আন আন সকলো উপস্থিত। আন আনৰ লগত জায়দাও একাষত ঠিয়হৈ কান্দিবলৈ ধৰিলে। হোচেনক দেখা পাই হাচানে অতি কাতৰস্বৰেৰে কবলৈ ধৰিলে, ভাই, পুনৰ নিস্তাৰ নাই। নোৱৰা হৈছোঁ। মোৰ ভাব হৈছে যে, কোনোবাই যেন মোৰ অন্তৰৰ ভিতৰত বহি আঘাত কৰি বক্ষ, উদৰ আৰু শৰীৰৰ মাংসপেশী সকলো খণ্ড খণ্ড কৰি কাটিব ধৰিছে। ভাই! এই মাত্ৰ মাতমহ, মাতা আৰু পিতাক সপোনত দেখিছোঁ। মাতামহে মোৰ হাতত ধৰি স্বৰ্গীয় উদ্যানত ঘূৰি ফুৰিছে। মাতামহ আৰু মাতাই মোক সান্ত্বনা দি কৈছে, "হাচান! তুমি তুষ্ট হোৱা, অতি সোনকালে পাৰ্থিব শত্ৰুৰ অত্যাচাৰৰ পৰা ৰক্ষা পাবা।" এনে এটি সপোন দেখি থাকোতে হঠাতে এটি শব্দ মোৰ কৰ্ণত প্ৰবেশ কৰিলে। নিদ্ৰাভঙ্গৰ লগতে সপোনও শেষ হ'ল। খুব পিয়াহ লাগিছিল, কলহৰ পানী খোৱাৰ লগে লগে, মুহূৰ্ত্ততে মই অস্থিৰ হৈ পৰিছোঁ। ইমান বিষ, ইমান কষ্ট মই কেতিয়াও ভোগ কৰা নাছিলোঁ।

হোচেনে দুখিত আৰু কাতৰস্বৰে কবলৈ ধৰিলে, "মই সকলো বুজিছোঁ। মই আপোনাৰ পৰা আন একো নিবিচাৰো মাত্ৰ এই কলহৰ পানী খাবলৈ অনুমতি দিয়ক। চাওঁ পানীত কি আছে?" হাচানে সেই অৱস্থাতেই বিচনাৰ পৰা উঠি 'কি কৰা, কি কৰা'— বুলি অনুজৰ হাতৰ পৰা কলহটো মাটিত পেলাই দিলে। কলহটো মাটিত পৰি ভাঙি চূৰ্ণবিচূৰ্ণ হৈ গ'ল।

নিজ হাতেৰে অনুজক শয্যাত বহুৱাই বাৰে বাৰে চুমা খাই হাচানে কবলৈ ধৰিলে, "ভাই! মই যি কষ্ট পাইছোঁ, সেয়া মুখেৰে কোৱা সহজ নহয়। এই বিষত আগৰ বিষৰ কথা পাহৰি গৈছোঁ। ভাই! চোৱাচোন,—মোৰ মুখৰ বৰ্ণ জানো পৰিবৰ্ত্তন হৈছে?"

ভ্ৰাতাৰ মুখলৈ চাই হোচেনে কান্দিবলৈ ধৰিলে। আন সক-

লোৱে কবলৈ ধৰিলে,—"জোতির্ম্ময় চন্দ্ৰবদনত বিষাদ নীলিমা ৰেখা পৰিছে।"

এই কথা শুনি হাচানে অনুজক কবলৈ ধৰিলে, "ভাই! কান্দি লাভ নাই? মোৰ বেছি সময় নাই, চিৰবিদায়ৰ সময় ওচৰ চাপিছেহি। মাতামহে যি যি কৈছিল সকলো ফলিয়াব ধৰিছে। ভাই! এবাৰ ঈশ্বৰৰ আদেশত মাতামহ সশৰীৰে ঈশ্বৰৰ স্থানত নীত হৈছিল। তাত কোনো নিৰ্দ্দিষ্ট স্থানত তেওঁ অতি ৰমণীয় দুটি সুসজ্জিত ঘৰ দেখা পাইছিল। এটি সেউজীয়া বৰ্ণ আনটি লোহিত বৰ্ণ। প্ৰহৰীক কাৰ ঘৰ বুলি সোধাত উত্তৰত কৈছিল, "আপোনাৰ অন্তৰৰ নিধি, হৃদয়ৰ ধন আৰু নয়নৰ পুতলী হাচান-হোচেনৰ কাৰণে এই দুইটি প্ৰস্তুত হৈছে। ভিন ভিন বৰ্ণৰ কাৰণ সোধাত প্ৰহৰী চকুৰ পানী পেলাই কোনো উত্তৰ নিদিয়াকৈ তললমূৰকৈ ৰল। জিব্ৰাইল তেওঁৰ লগে লগে আছিল। তেওঁ মাতামহক কলে, "মহম্মদ! প্ৰহৰী কাৰণ প্ৰকাশত লজ্জিত হৈছে, মই প্ৰকাশ কৰিম। আজি আপুনি যি সুধিব মই উত্তৰ দিয়াৰ কাৰণে আজ্ঞাপ্ৰাপ্ত হৈছোঁ। নিদাৰুণ গুপ্তকথা হলেও মই আজি আপোনাৰ ওচৰত সেয়া ব্যক্ত কৰিম। সেই ঘৰ দুটিৰ ভিন্ ভিন্ বৰ্ণৰ কাৰণ কি সেই বিষয়ে বৃত্তান্ত শ্ৰৱণ কৰক:—সেউজীয়া বৰ্ণ গৃহ জ্যেষ্ঠ দৌহিত্ৰ হাচানৰ কাৰণে প্ৰস্তুত হৈছে। আপোনাৰ অবৰ্ত্তমানত এদল পিশাচে শত্ৰুতা সাধন কৰি হাচানক বিষপান কৰাব আৰু মৃত্যুৰ সময়ত হাচানৰ মুখ সেউজীয়া বৰ্ণ হব। তেওঁৰ নিমিত্তে সেই গৃহ সেউজীয়া বৰ্ণ। সেই শত্ৰুসকলে অস্ত্ৰদ্বাৰা আপোনাৰ কনিষ্ঠ দৌহিত্ৰ হোচেনৰ মস্তকছেদন কৰিব। সেই তেজৰঙা মুখৰ চিহ্নই লোহিত বৰ্ণৰ কাৰণ।" মাতামহৰ বাক্য আজি সফল হব। মোৰ মুখৰ বৰ্ণ যিহেতু বিবৰ্ণ হৈছে, তেতিয়া পৰমায়ুও আজি শেষ হৈছে। মাতামহৰ বাক্য অলঙ্ঘনীয়। ভাই! ঈশ্বৰৰ কাৰ্য্যও অখণ্ডনীয়।"



হোচেনে কবলৈ ধৰিলে, "মই আপোনাৰ চিৰ আজ্ঞাবহ দাস, বিশেষ স্নেহৰ পাত্ৰ আৰু চিৰ-আশীৰ্ব্বাদ আকাঙ্ক্ষী—মিনতি কৰিছো, কওঁকছোন, আপোনাক কোনে বিষ দিছে?"

"ভাই তুমি কি কাৰণে বিষদাতাৰ নাম সুধিছা? তুমি জানো প্ৰতিশোধ লবা?"

হোচেনে শয্যাৰ পৰা উঠি দুখিতভাৱে কবলৈ ধৰিলে, "মোৰ প্ৰাণৰ পূজনীয় ভ্ৰাতা,—এক মাতাৰ উদৰত যি ভ্ৰাতা আগতে জন্মিছে সেই ভ্ৰাতাক—মই জীয়াই থাকোতে যি নৰাধমে, বিষপান কৰাইছে—সি জানো জীয়াই থাকিব? মই জানো ইমানে দুৰ্ব্বল, মই জানো ইমানে নিঃসাহসী, মই জানো কাপুৰুষ, মোৰ হৃদয়ত জানো তেজ নাই, ভ্ৰাতৃস্নেহ নাই যে, ভ্ৰাতাৰ প্ৰাণনাশক বিষপ্ৰদায়কৰ প্ৰতিশোধ লব নোৱাৰিম? যিজনে মোৰ আজি এখন বাহু ভগ্ন কৰিলে অমূল্য ধন সহোদৰ ৰত্নৰ পৰা আজি বঞ্চিত কৰিলে, যি পাপিষ্ঠই আজি তিনি গৰাকী সতী স্ত্ৰীক অকালতে বিধবা কৰিলে, মই জানো একোৱে নকৰিম? যদি সেই নৰাধমৰ কোনো সন্ধান জানিব পাৰিছে যদি তেওঁক চিনিব পাৰিছে যদি অনুমানতে কিবা অনুভৱ কৰিছে, এই আজ্ঞাবহ চিৰ-কিঙ্কৰক কওঁক, মই এতিয়াই আপোনাৰ সন্মুখতে তাৰ প্ৰতিবিধান কৰিছোঁ। সেই পাপাত্মা বিজন বনত, পৰ্ব্বতগুহাত, অতলপানীত, সপ্ততল মৃত্তিকাৰ মাজৰ যতেই নাথাকক, হোচেনৰ হাতত পৰিত্ৰাণ নাই। হয় মোৰ প্ৰাণ তেওঁক দিম, নহলে তেওঁৰ প্ৰাণ মই লম।"

অনুজক হাতত ধৰি ওচৰত বহুৱাই হাচানে কবলৈ ধৰিলে, "ভাই! স্থিৰ হোৱা। মই মোৰ বিষদাতাক চিনি পাওঁ। তেওঁ মোৰ লগত যেনেকৈ ব্যৱহাৰ কৰিলে মই সমুদায় জানিব পাৰিছোঁ। ঈশ্বৰে তেওঁৰ বিচাৰ কৰিব। মোৰ আক্ষেপ, বিনা কাৰণত তেওঁ মোক নিৰ্য্যাতন কৰিলে। মোৰ দৰে স্নেহশীল বন্ধুক বধ কৰি তেওঁ কি সুখ পালে সেয়া মই বুজিব পৰা নাই। যি কাৰণে হওঁক, লোভতেই হওঁক, কিহবাৰ আশাতেই হওঁক, নিৰপৰাধিত তেওঁ মোক নিৰ্য্যাতন

শোকত দিনে নিশাই অজ্ঞান। পবিত্র দেহ মৃত্তিকাত প্ৰোথিত নহওতেই নৃশংস মন্ত্ৰী মাৰৱানে দামেস্ক নগৰলৈ এজিদৰ ওচৰত খবৰ পঠিয়ালে। তেওঁৰ সমুদায় কাৰ্য্য শেষ হোৱা নাই, সেই কাৰণে স্বয়ং দামেস্ক যাত্ৰা কৰিব নোৱাৰিলে, এমাম বংশ ধ্বংস কৰাৰ মানসেৰে ছদ্মবেশ লৈ তেওঁ মদিনাত আছে। দামেস্কৰ পৰা ক্ৰমে ক্ৰমে সৈন্য আহি পূৰ্ব্বোক্ত পৰ্ব্বত প্ৰান্তস্থ গুপ্তস্থানত গোট খাইছেহি। হাচানৰ প্ৰাণ বিয়োগৰ পিছত পৰিয়ালৰ হাচনেবানু' জয়নাব, শাহৰেবানু ( হোচেনৰ স্ত্ৰী ) আৰু ছখিনা ( হোচেনৰ কন্যা ) প্ৰভৃতি শোকত আৰু দুখত প্ৰায় মৃতবৎ অৱস্থা। হোচেন আৰু আবুয়ল কাছেম ঈশ্বৰৰ আৰাধনাত মনোনিবেশ কৰি উপস্থিত শোকতাপৰ পৰা আত্মৰক্ষাৰ উপায় নিৰ্দ্ধাৰণ কৰিছে। জায়দা নিজ চিন্তাত ব্যতিব্যস্ত, কি কৰিব, হঠাতে গৃহত্যাগ কৰিব নে নাই, ভাবি একো স্থিৰ কৰিব পৰা নাই। মায়মুনাৰ উপদেশত তেওঁ ইমান দূৰ পৰ্য্যন্ত আহিছে; এইসময়ত তেওঁৰ কথাই বেছি মূল্যবান বুলি ধাৰণা হ'ল আৰু মায়মুনাৰ শেষ কথাটি তেওঁৰ ভাল লাগিল। কাৰণ, এতিয়া তেওঁ বিধবা।

পূৰ্ব্বতে সকলো ঠিক হৈ আছিল। মায়মুনাই মাৰৱানৰ লগত সমুদায় কথাবাৰ্ত্তা সুস্থিৰ ভাবে ঠিক কৰিছিল, মাৰৱানে সকলো ব্যৱস্থা ঠিক কৰি থৈছিল কেবল জায়দাৰ অভিমতৰ অপেক্ষা। জায়দাই আজিকালি কৰি তিনি দিবস কটাই দিছে; আজি আকৌ কি কৰিব, নিৰ্জ্জনত বহি তাকেই ভাবিছিল। আপোন কৃতকাৰ্য্যৰ ফলাফল ভাবিছে; অদৃষ্টত লিখিত লিপিৰ প্ৰতি নিৰ্ভৰ কৰি সকলো চিন্তা দূৰ কৰিছে। পতিৰ চিৰবিচ্ছেদত তেওঁৰ দুখ নাই, ভৱিষ্যত আশা আৰু জয়নাবৰ প্ৰতিহিংসাত কৃতকাৰ্য্য হৈও সুখ নাই। অন্তৰত শান্তিৰ নাম নাই। সকলো সময়তে তেওঁ অস্থিৰ।

মায়মুনা সেই নিৰ্জ্জন স্থানলৈ আহি ক'লে, "তিনিদিনতো পাৰ হৈ গল, আজি আকৌ কি কবা?"



"কি কম? এতিয়া সকলো তোমাৰ ওপৰতে নিৰ্ভৰ। মোৰ আশা ভৰসা, প্ৰাণ সকলো তোমাৰ হাততে।"

"কথা কেতিয়াও গোপন নাথাকে। প্ৰতিবেশীসকলে এতিয়া কোৱামেলা কৰিছে। কবলৈ গলে বহুতেই গম পাইছে। হোচেন ভ্ৰাতৃশোকত পাগল, আহাৰ-নিদ্ৰা পৰিত্যাগ কৰি দিনে নিশাই ঈশ্বৰৰ উপাসনাত ব্যস্ত; আজি পৰ্য্যন্ত তোমাৰ সম্বন্ধে কোনো কথা কৰ্ণত পৰা নাই। শোক পাতলিলে এই কথা তেওঁৰ কৰ্ণত উঠিব। এনে সাংঘাতিক কথা তেওঁ জানো নুশুনাকৈ থাকিব? তোমাৰ হৈ কোনে কথা ক'ব?"

"মই সেই কথা যে ভবা নাই এনে নহয়—মোৰ আশা আছে, সুখ-ভোগৰ বাসনা আছে। যি কৰিম পূৰ্ব্বতে ঠিক কৰিছোঁ। ৰাতি বেছি হোৱা নাই, অলপ অপেক্ষা কৰা, এতিয়াই মই তোমাৰ লগত যাম। মনত দুখ হৈ গ'ল যে ইয়াত থাকি জয়নাবৰ কান্দোন শুনিব নাপালো। তেওঁৰ বৈধব্যব্ৰত দেখি মনৰ হেপাহ পলুৱাব নোৱাৰিলো।"

"খোদাই যদি সেই দিন কেতিয়াবা দিয়ে তেন্তে জয়নাবক হাতলৈ অনাৰ কিমান সময়? জয়নাব জানো আগৰ সেই জয়নাব আছে? এতিয়াতো তাই পথৰ ভিখাৰিণী, যিজনে ইচ্ছা কৰিব তেওঁৱে হস্তগত কৰিব পাৰিব। সোনকালে কামবোৰ শেষ হলে কিমান মঙ্গলৰ আশা। জয়নাবক পাবলৈ কিমান সময়? বিবেচনা কৰি চোৱা, পলম হলে দোষৰ সম্ভাৱনা। মানুহৰ মন, পৰিবৰ্ত্তনশীল। তেওঁৰ ওপৰত এজিদৰ আসক্তিৰ ভাব আগৰ পৰাই আছে। বাধা-প্ৰতিবন্ধক সকলো শেষ হৈছে। জয়নাবেও যে নিজৰ ভাল বেয়া চিন্তা কৰা নাই, সেই কথা নাভাবিবা:—এফালে আশক্তিৰ আকৰ্ষণ, এফালে নিৰুপায় অবস্থা। এতিয়া যদি নিজ ইচ্ছাত এজিদৰ শৰণাগত হলে জয়নাবে যে স্থান নাপাব, আদৃতা নহব তাত বিশ্বাস কি? জয়নাব যদি আগতে গৈ তেওঁৰ আশ্ৰয় গ্ৰহণ কৰে, তেতিয়া হলে তোমাৰ সকলো আশা শেষ হ'ল।

"নাই—নাই,—মই যে আজি কালি করি কটাইছোঁ তাৰ বহু কাৰণ আছে। মই পুনৰ নাথাকো। আন মানুহৰ আগত কেনেকৈ মুখ দেখুৱাম। হাচনেবানু, জয়নাব, শাহ্‌ৰেবানু এই তিনিজনীয়ে আজি মোৰ নাম কৈ বহুতো কথা কৈছে। দূৰৈৰ পৰা অঙ্গিভঙ্গী, মুখৰ ভাব দেখি মই গম পাইছোঁ, সকলোৱে মোৰ কথা গম পাইছে। মাত্ৰ হোচেনৰ কানত পৰিবলৈ বাকী লগত মই একোকে নলও। য'ত যি আছে, সকলো থাওঁক, এই বেশেৰেই যাম।"

জায়দা উঠিল। লগতে মায়মুনাই তেওঁক অনুসৰণ কৰিলে। ৰাতি বেছি হোৱা নাই, অথচ হোচেনৰ অন্তঃপুৰ নিস্তব্ধ। আকাশ তাৰা-সবৰ দ্বাৰা পৰিশোভিত, কিন্তু হাচান বিৰহত যেন মলিন হৈ উঠিছে। সেয়া বোধহয় মদিনাবাসীৰ চকুত পৰিছে। চন্দ্ৰমাও যেন মদিনা বাসীৰ দুখত দুখিত হৈ হাচানৰ পৰিয়ালৰ দুখত দুখিত হৈ মলিন-ভাবে অস্তাচললৈ আতৰি গৈছে। জায়দা কি কাৰণত বিলম্ব কৰিছিল, সেই বিলম্ব পুনৰ নোহোৱা হৈছে—মনৰ আশা পূৰ্ণ হল। এতিয়া অন্ধকাৰ। মায়মুনাৰ লগত জায়দা বিবি মনে মনে ঘৰৰ পৰা ওলাল। কাৰো লগত দেখা নহল। মাত্ৰ এগৰাকী তিৰোতাৰ কান্দোনৰ শব্দ জায়দাৰ কাণত পৰিল। জায়দা থমকি ৰ'ল; বিশেষ মনোযোগ দি শুনি নিজে নিজে কবলৈ ধৰিলে; "তোক কন্দুৱাবলৈ এই কাম কৰিছিলো। যদি স্বামীক ভাল পাইছিলি, আজি কিয়, চিৰকাল কান্দিব লাগিব। চন্দ্ৰ, সূৰ্য্য, তৰা, দিনে নিশাই সকলোৱে তোৰ কান্দোন শুনিব। তাতেই জানো তোৰ দুখ শেষ হব? যদি জায়দা জীয়াই থাকে, দেখিবি জায়দাৰ মনৰ দুখৰ পৰিমাণ কিমান বেছি? অকল কন্দুৱাই এৰি নিদিও আৰু বহুতো আছে। পাপীয়সি! আজি তোৰ কাৰণে জায়দা স্বামীঘাতিনী বুলি পৰিচিতা হ'ল, আজি আকৌ তোৰ কাৰণেই এই স্বামীগৃহ পৰিত্যাগ কৰি যাব ওলাইছে।"

এইবোৰ কথা কৈ কৈ জায়দা মায়মুনাৰ লগত ঘৰৰ পৰা ওলাই গ'ল। বাহিৰত দেখিলে ঃ কেইজনমান সৈনিক পুৰুষ অস্ত্ৰ শস্ত্ৰৰে



সুসজ্জিত হৈ গমনোপযোগী বাহনাদিৰ সন্মুখত উপস্থিত। কোনোৱে একো কথা কোৱা নাই। সৈনিক পুৰুষে মায়মুনাৰ ইঙ্গিতত জায়দাক অভিবাদন কৰি বিশেষ সন্মানেৰে সৈতে উটৰ পিঠিত আৰোহণ কৰিলে। মায়মুনাও উটত উঠিল। কিছু দূৰ যোৱাৰ পিছত ছদ্মবেশী মাৰৱান তেওঁলোকৰ লগত মিলিত হ'ল। নগৰ প্ৰান্তৰ সেই নিৰ্দ্দিষ্ট পৰ্ব্বতৰ গুহাসন্নিকট উপস্থিত হৈ মায়মূনাৰ লগত মাৰৱানৰ শিষ্টাচাৰ সন্মত বহু কথোপকথন হ'ল। মাৰৱানে আৰু বিংশতি জন সৈন্য সজ্জিত কৰি জায়দাৰ লগত দি দামেস্কালৈ পঠিয়াই দিলে।

ৰজনী প্ৰভাতত হোচেনৰ পৰিয়ালৰ সকলোৱে গম পালেঃজায়দা গৃহত নাই। হোচেনেও এই কথা শুনিলে। বহুতো বিচাৰিলে, ক'তো জায়দাৰ সন্ধান পোৱা নগল। জায়দা কিয় গৃহত্যাগিনী হ'ল, সেই কথা বুজিবলৈ কাৰো বাকী নাথাকিল। সকলোৱে কব ধৰিলে, "কোন সতে জায়দাই নিজ হাতেৰে প্ৰাণৰ প্ৰিয়তম স্বামীৰ প্ৰাণ হৰণ কৰিলে? তেওঁৰ ঠাই ক'ত? জগৎ জানো পাপভাৰ বহনত ইমানেই সহনশীল হৈছে যে, মহাপাপত আক্ৰান্ত জায়দাৰ ভাৰো অকাতৰে সহ্য কৰিব?—স্বামীঘাতিনীৰ স্থান জানো ইহ-লোকত হব?—নৰক কাৰ কাৰণে? বোধহয় নৰকতো জায়দাৰ দৰে মহাপাপিনীৰ স্থান নাই।"

বহুতেই বহু কথা কবলৈ ধৰিলে, যি ঘটা নাই সেই কথাও ক'লে। জায়দাই কাহানিও যি কথা মনত ভবা নাছিল, সেয়াও কোনোবা কোনোবাই কবলৈ ধৰিলে। হোচেন চকু পানী মচি নূৰনবী মহম্মদ মুস্তাফাৰ ৰওজা মোবাৰকৰ ফালে গ'ল। ভ্ৰাতাৰ ওচৰত তেওঁ প্ৰতিজ্ঞা কৰিছিল—বিষদাতাৰ সন্ধান পালেও তেওঁ একোকে নকৰে। জায়দা মদিনাত নাই, থাকিলেও অবশ্যে হোচেনে ভ্ৰাতৃআজ্ঞা প্ৰতিপালন কৰিলেহেঁতেন। এতিয়া সেয়া মনত পেলাই ঈশ্বৰৰ উপাসনাত তেওঁ প্ৰবৃত্ত হ'ল।

# অষ্টাদশ প্ৰবাহ

যিদিনাখনে এজিদে হাচানৰ মৃত্যু সংবাদ পাইছিল, মনৰ আনন্দত সেইদিনাখনৰ পৰা অকাতৰে ধনভাণ্ডাৰ খুলি দিছিল। দিনে-নিশাই আমোদ-প্ৰমোদ। স্বদেশৰ "মা-আল্ আনব" নামৰ চিত্ত-উত্তেজক মদ্য সৰ্ব্বদাই পান কৰিছিল। সুখৰ সীমা নাই। ৰাজপ্ৰসাদত দিনে-নিশাই সন্তোষৰ "চাদিয়ানা" বাদ্য বাজিছিল। আগতে সংবাদ পাইছিল ; মায়মুনাৰ লগত জায়দা দামেস্কলৈ আহিছে। স্বামীহন্তা জায়দাক চাবলৈ এজিদৰ খুব মন গৈছে। জায়দাক তেওঁ অঙ্গীকৃত অৰ্থদান কৰিব, নিজৰ প্ৰতিজ্ঞাও পালন কৰিব। মায়মুনাক কেনে ভাবে পুৰস্কৃত কৰিব, নৰপতি এজিদে সেয়াও চিন্তা কৰিছে। তেওঁ আগতেই ঘোষণা কৰিছিল, "মোৰ পৰম শত্ৰুৰ এজনক মাব্ৰানে কৌশলেৰে বধ কৰিছে, দামেস্কৰ ঘৰে ঘৰে সকলোৱে আমোদ-প্ৰমোদ প্ৰবৃত্ত হওঁক। অৰ্থৰ অনাটন হলে, ৰাজভাণ্ডাৰ অবাৰিত ভাবে খোলা আছে। এসপ্তাহ কাৰ্য্য বন্ধ থাকিব দিনে নিশাই মাত্ৰ স্ফূৰ্ত্তি। যি ব্যক্তি হাচানৰ মৃত্যুসংবাদত দুখিত হব, নাইবা শোকাতুৰ হব, নাইবা কোনো প্ৰকাৰ শোকচিহ্ন অঙ্গত ধাৰণ কৰিব সেই ব্যক্তিৰ ডিঙি কটা যাব। যদি প্ৰকাশ হয়, এই সপ্তাহৰ ভিতৰত কোনো ব্যক্তি কোনো কাৰণত এক বিন্দু চকুপানী পেলাইছে, তেওঁৰ শৰীৰৰ পৰা সহস্ৰাধিক শোণিতবিন্দু বহিৰ্গত কৰা হব। বহুতেই মহাআনন্দে ৰাজাজ্ঞা পালন কৰিছে; আৰু কোনোৱে প্ৰাণৰ ভয়ত আমোদ প্ৰমোদত কটাইছে।

সুসজ্জিতা আৰু প্ৰহৰিবেষ্টিত হৈ মায়মুনাৰ লগত জায়দা দামেস্ক নগৰত উপস্থিত হ'ল। জায়দাৰ আগমন-সংবাদ পাই মনে মনে কি অনুধ্যান পূৰ্ব্বক এজিদে ক'লে, "আজি মোৰ শৰীৰ অসুস্থ। জায়দা আৰু মায়মুনাক বিশেষ অভ্যৰ্থনাৰ সৈতে মোৰ উদ্যানস্থ প্ৰমোদ ভৱনত স্থান দান কৰা। যথাযোগ্য আদৰৰে তেওঁলোকক গ্ৰহণ কৰা।



কোনো বিষয়তে যেন অমৰ্য্যাদা নাইবা ত্ৰুটি নহয়। অহা কালি প্ৰকাশ্য দৰবাৰত তেওঁলোকৰ লগত মোৰ দেখা হব।"

এজিদে এনেদৰে আদেশ দিওতে উপযুক্ত মানুহ নিযুক্ত কৰিলে। এজিদৰ আদেশ আৰু উপদেশমতে সমুদায় কাৰ্য্য সুসম্পন্ন হ'ল। জায়দা আৰু মায়মুনাই সমাদৰে প্ৰমোদ ভৱনত স্থান পালে। পৰিচাৰক, পৰিচাৰিকা, ৰক্ষক, প্ৰহৰী সকলো নিয়োজিত হ'ল। চাওঁতে চাওঁতে সূৰ্য্যদেৱ অস্তাচললৈ গমন কৰিলে। নিশা যে কি, আৰু ইয়াৰ ক্ষমতা যে কিমান—সেয়া, বোধহয়, আজি পৰ্য্যন্ত বহুতেই বুজিব পৰা নাই। সমস্ত দিন মহা দুখত কটাই কুহকিনী নিশাৰ আগমনত নিদ্ৰাত অভিভূত হলে সেই দুখৰ কথা কাৰ মনত থাকে? সূৰ্য্য উদয় হলে নিশ্চয় প্ৰাণবিয়োগ হব, এই কথা জানিও যদি কোনোবাই ৰাত্ৰি নিদ্ৰাভিভূত হয়, তেতিয়া প্ৰভাতৰ ভাবী ঘটনাৰ কথা জানো সেই দণ্ডাজ্ঞাপ্ৰাপ্ত অভাগাৰ মনত পৰে? দিবসত কাৰবাৰ সন্তান বিয়োগ হৈছে। কুহকিনী নিশা আহি চতুৰ্দ্দিক অন্ধকাৰ কৰিলে, ক্ৰমে জগৎ নিতাল মাৰিলে, সকলোৱে অজ্ঞাতসাৰে নিদ্ৰাক আহ্বান কৰিলে, সন্তানৰ বিয়োগজনিত দুখ জানো তেতিয়া সেই সন্তান-বিয়োগীৰ মনত থাকে?—জায়দা প্ৰমোদ ভৱনত পৰিচাৰিকা বেষ্টিতা হৈ সুখ-স্বচ্ছন্দৰে স্বৰ্ণপালাঙ্কৰ কোমল শয্যাত শুই আছে! কিমান কি ভাবিছে। তেওঁৰ তৰঙ্গ বহুতো! প্ৰথমতে, দশ সহস্ৰ স্বৰ্ণমুদ্ৰা! তাৰ-পিছত ৰাজৰাণী। এই প্ৰথম নিশাতেই তেওঁ সুখ-সোপানত আৰোহণ কৰিছে। প্ৰভাত হলেই ৰাজদৰবাৰলৈ নীত হব, সুখৰ প্ৰাঙ্গনত পদাৰ্পন কৰিব, তাৰপিছতেই গৃহ প্ৰবেশ। পৰমায়ু শেষ পৰ্য্যন্ত সেই সুখ-নিকেতনত তেওঁ বাস কৰিব! মায়মুনা ৰাজৰাণী নহয়, অকল স্বৰ্ণমুদ্ৰা প্ৰাপ্ত হব।

জায়দাৰ শয্যাৰ ওচৰৰ নিম্নতৰ আন এখন শয্যাত মায়মুনাই শয়ন কৰিছে। তেওঁৰ মনত জানো কোনো চিন্তা নাই?—আছে। মাব্ৰানৰ স্বীকৃত অৰ্থ মদিনাত থাকিয়েই পালেহেতেন, ইমান দূৰ অহাৰ কাৰণ—অলপ বেছি প্ৰত্যাশা। উভয়ে নিজ নিজ চিন্তাত

চিন্তিত, উভয়ে নীৰব। ইফালে নিশাৰ কাৰ্য্যও নিশাই পাহৰা নাই। ক্ৰমে ক্ৰমে উভয়ে নিদ্ৰাৰ কোলাত অচেতন হৈ পৰিল। এই সময়তে এবাৰ এজিদৰ শোৱনীগৃহ চাই অহা আৱশ্যক। আজি এজিদৰ মনৰ ভাব কেনেকুৱা? ইমান আশা আৰু সুখ কামনাৰ মাজতো আকৌ কিহৰ মনৰ দুখ?

আজি এজিদে মনৰ মতন মনতোষিণী সুৰা পান কৰিছে। এতিয়াও শয়ন কৰা নাই। তেওঁৰ সন্মুখত পানপাত্ৰ, পেয়ালা আৰু মদিৰাপূৰ্ণ চোৰাহী ৰখা আছে। ৰজত প্ৰদীপ সুগন্ধি তেলেৰে পোহৰ হৈ আছে। কোনো এজন প্ৰাণী সেই গৃহত নাই। বাহিৰত প্ৰহৰীয়ে পহৰা দি আছে। মদ্যপানত অজ্ঞনতা জন্মে, সাধ্যাতীত কিবা কৰিবলৈ গলে মানব-প্ৰকৃতি বিকৃতি প্ৰাপ্ত হয়। তেতিয়া মানুহ পশুতকৈও অধম হয়। কিন্তু সাধ্য-সমতাৰ অতীত নহলে, বোধহয়, অতি জঘন্য হৃদয়ত উৎকৃষ্ট ভাবো উপস্থিত হয়। আজি এজিদে অকলে অকলে বহু কথা হৈছে। বোধহয়, সুৰাদেবীৰ প্ৰসাদত তেওঁৰ পূৰ্ব্বকৃত কাৰ্য্য এটাৰ পাছত আনটো স্মৰণ-পথত উদিত হৈছে। প্ৰথম জয়নাবৰ দৰ্শন, তাৰ পিচত পিতৃৰ ওচৰত মনোগত ভাব-প্ৰকাশ, তাৰ পিছত মাবিয়াৰ খণ্ড—পিছত আশ্বাস প্ৰাপ্তি, আবহুল জব্বাৰৰ জয়নাবক পৰিত্যাগ, বিবাহৰ কাৰণে কাচেদ প্ৰেৰণ—বিফল মনোৰথ কাচেদৰ প্ৰত্যাগমন,—পীড়িত পিতৃৰ উপদেশ, শৰনিক্ষেপত প্ৰথম কাচেদৰ প্ৰাণসংহাৰ, মোচলেমক কৌশল কৰি কাৰাৰুদ্ধ কৰা, পিতৃৰ মৃত্যু, নিৰপৰাধত মোচলেমৰ প্ৰাণদণ্ড, হাচানৰ লগত যুদ্ধঘোষণা,—যুদ্ধত পৰাজয়ৰ পিছত নতুন মন্ত্ৰণা, মায়মুনা আৰু জায়দাৰ সাহায্যত হাচানৰ প্ৰাণবিনাশ মাৰ্‌ৱানৰ প্ৰভুভক্তি, জায়দা আৰু মায়মুনাৰ দামেস্ক আগমণ,—প্ৰমোদ ভবনত তেওঁলোকৰ স্থান-নিৰ্দ্দেশ-এজিদে ক্ৰমে ক্ৰমে এইবোৰ চিন্তা কৰিলে। সুৰা প্ৰভাবত তেওঁৰ কপটতা আতৰ হৈছে? হিংসা, দ্বেষ শত্ৰুতা এই সময়ত বহু পৰিমাণে আতৰি গৈছে। আজি



এজিদৰ চকুত পানী। কিয় পৰিল, কোনে কব? পাষাণ হৃদয়ে আজি কিয় কান্দিলে? কোনে জানিব? কেনে আচৰিত! যদি সুৰাৰ প্ৰভাবত এতিয়া এজিদৰ চিৰকলুষিত পাপময় কুটিল অন্তৰত সৰলভাবে পবিত্ৰতা ভাব আহে, তেনেহলে হে তোমাক শত শত বাৰ নমস্কাৰ। শত শত বাৰ ধন্যবাদ। জগতত যদি কিবা মূল্যবান বস্তু থাকে, সেই মূল্যবান বস্তু তেনেহলে তুমি! হে সুৰেশ্বৰী! পুনৰ্ব্বাৰ মই ভক্তিভাবে তোমাক শ শ বাৰ ধন্যবাদ প্ৰদান কৰো। এজিদে আৰু এক পাত্ৰ সুৰাপাণ কৰি অলপ সময় পিছত শুই পৰিল।

প্ৰমোদ ভবনত জায়দা আৰু মায়মুনা নিদ্ৰিতা, ৰাজপ্ৰাসাদত এজিদ নিদ্ৰিত; মদিনাত হাচানৰ অন্তঃপুৰত হাচনেবানু নিদ্ৰিতা। বোধহয় জয়নাবো নিদ্ৰিতা।

এই ব্যক্তিসকলৰ মনোভাব পৃথক পৃথক ভাবে পৰ্য্যালোচনা কৰিলে ঈশ্বৰৰ অপাৰ মহিমাৰ এটি অপৰিসীম দৃষ্টান্ত পোৱা যায়। যদি এওঁলোকৰ সকলোৰে নিদ্ৰিতাৱস্থাত নিজ নিজ মনোমত ভাবৰ ফলানুযায়ী সপোন দেখে, তেনেহলে কোনে কি দেখিছে? বোধহয় জয়নাব আলুলায়িত মলিন বেশত উপাধান শূণ্য মৃত্তিকাশয্যাত শয়ন কৰি, হাচানৰ জীবিত কেশৰ কালৰ কাৰ্য্যকলাপ অৰ্থাৎ বিবাহৰ পৰৱৰ্ত্তী ঘটনাৱলী, যি তেওঁৰ অন্তৰত চিৰনিহিত আছে, তাৰে কোনো অংশই সপোনত ব্যতিব্যস্ত হৈ আছে। হাচনেবানুও সপোনযোগে স্বামীৰ জ্যোতিৰ্ম্ময় পবিত্ৰ দেহৰ কান্তি দেখি কিমান আনন্দ অনুভব কৰিছে। স্বৰ্গৰ অপৰিসীম সুখ-ভোগত লালায়িতা হৈ ইহজীৱন ত্যাগ কৰি স্বামী পদ প্ৰান্তত থাকিবলৈ যেন ঈশ্বৰৰ ওচৰত কিমান আৰাধনা কৰিছে। জায়দা, বোধহয়, মাজে মাজে ভীষণ মূৰ্ত্তি সপোনত দেখা পাই নিদাৰুণ আতঙ্কত থেতুসেতু হৈ পৰিছে, দকৰি কান্দিব পৰা নাই, পলোৱাৰ উপযুক্ত স্থান বিচাৰি পোৱা নাই। স্বপ্নকুহকত পৰি এস্ত পদেৰে যোৱাৰ শক্তিও তেওঁৰ নাই, মনে নে কান্দি কিমান মিনতি কৰিছে। আকৌ সেইবোৰ কৰবাত যেন

মিলি গৈছে। জায়দা যেন ৰাজৰাণী, শ শ দাসী সেবিতা, এজিদৰ পাটৰাণী, সৰ্ব্বময় গৃহিনী ! আকৌ সেইবোৰ ক'ত মিলি গ'ল । জায়দা যেন স্বামীৰ বন্দিনী, প্ৰাণবিনাশিনী কাৰণে অপৰাধিনী ; ধৰ্ম্মাসনত এজিদ যেন বিচাৰপতি। মায়মুনাই টকাৰ ভাৰ পুনৰ সহ্য কৰিব পৰা নাই ? ইমান টকা লৈ কি কৰিব ? ক'ত থব ? আকৌ যেন সেই টকা কোনোবাই কাঢ়ি লৈছে। মায়মুনাই কান্দিছে। টকা অপহৰণকাৰীয়ে কৈছে—"হেৰ পাপীয়সি ! ল তোৰ এই পাপপূৰ্ণ টকা মই এয়া লৈ কি কৰিম ?" এই বুলি কৈ তেওঁ মায়মুনাৰ টকাৰ বোজা যেন মায়মুনাৰ শিৰত নিক্ষেপ কৰিলে। মায়মুনা কান্দি কান্দি যেন অস্থিৰ। তেওঁৰ কান্দোন শুনি জায়দাৰ তিদ্ৰাভঙ্গ হ'ল। এজিদৰ বিচাৰৰ পৰা তেওঁ নিস্কৃতি পালে।

এজিদ সুৰাপ্ৰভাৱত ঘোৰ নিদ্ৰাভিভূত। বহুদিনৰ পিছত আজি বোধহয় পিতৃক সপোনত দেখা পাইছে "মোক ৰক্ষা কৰক। মই পুনৰ হাচানৰ কেতিয়াও অনিষ্ট নকৰো।"

লাহে লাহে এজিদৰ মাদকতাৰ বহুখিনি লাঘৱ হৈছে ; পিয়াহ লাগিছে। পোৱনী কোঠাত থকা পানী খাই সেয়া নিবৃত্তি কৰিলে । আকাশত শুকতাৰা দেখি পুনৰ শুবলৈ চেষ্টা নকৰিলে, প্ৰাতঃক্ৰিয়াদি সমাপন কৰি ৰাজপৰিচ্ছদ ধাৰণ কৰিলে। আনফালে জগৎ-লোচন ৰবিদেৱে সহস্ৰ কৰ বিস্তাৰ কৰি আনিব ধৰিছে কাৰ সাধ্য, তেওঁৰ সন্মুখত ঠিয় হয় ? শুকতৰাৰ অন্তৰ্দ্ধান, ঊষাৰ আগমণ আৰু প্ৰস্থান, চাওঁতে চাওঁতে সূৰ্য্যদেৱৰ অধিষ্ঠান। এজিদৰ প্ৰকাশ্য দৰবাৰ চোৰাৰ আশাত যেন পূৰ্ব্বাকাশপতি লোহিত বৰ্ণ ধাৰণ কৰি হাঁহি হাঁহি পূৱ আকাশত দেখা দিলে, দামেস্কৰ নগৰীক জাগৰিত কৰিলে । স্বামীহন্তা জায়দাক এজিদে পুৰস্কৃত কৰিব, সাহায্যকাৰিণী মায়মুনাক অৰ্থদান কৰিব, জায়দাক মাৰৱানৰ স্বীকৃত স্বৰ্ণমুদ্ৰা দান কৰি প্ৰতিজ্ঞা ৰক্ষা কৰিব, পুনৰ জায়দাক পাটৰাণী কৰাৰ ইচ্ছাও তেওঁৰ আছে। সূৰ্য্যদেৱে প্ৰতি ঘৰে ঘৰে স্বকীয় কিৰণ-বিকীৰণৰে সৈতে এইবিলাক



কথাই যেন ঘোষণা কৰিলে। ৰাজমুকুট শিৰত ধাৰণ কৰি মহাৰাজ এজিদ খাচ্‌ৰাজদৰবাৰত উপস্থিত হ'ল। প্ৰহৰীসকল সশস্ত্ৰৰে শ্ৰেণী-বদ্ধ হৈ দণ্ডায়মান হৈ ৰ'ল। অমাত্যসকল আৰু পূৰ্ব্বাহুত নগৰস্থ প্ৰধান প্ৰধান মাননীয় ব্যক্তিসকল স্ব স্ব স্থানত বহি দৰবাৰৰ শোভা সংবৰ্দ্ধণ কৰিলে । মায়মুনা আৰু জায়দা পূৰ্ব্ব আদেশ অনুসাৰে পূৰ্ব্বতেই দৰবাৰত নীত হৈছিল, জায়দা ৰজতাসনত উপবিস্থা আৰু মায়মুনা কাষ্ঠাসনত উপবিস্থা জায়দাৰ প্ৰতি সকলোৰে দৃষ্টি ।

এজিদে কবলৈ ধৰিলে, "আপোনালোক সকলোৱে জানে যে হাচান মোৰ চিৰশত্ৰু আছিল, তেওঁ নানাভাবে মোক কষ্ট দিছিল। মই কৌশল কৰি এই সিংহাসন ৰক্ষা কৰিছোঁ, সেই চিৰশত্ৰু হাচান মোতকৈ কোনো বিষয়ে শ্ৰেষ্ঠ নাছিল ; তথাপিও তেওঁৰ বংশ গৌৰব ইমান প্ৰবল আছিল যে, নানা প্ৰকাৰ অযথা কটুক্তিৰ দ্বাৰা সকলো সময়তে মোৰ মনত তেওঁ দুখ দিছিল। মই সেই ফালে দৃষ্টি দিয়া নাই। ৰাজ্যবিস্তাৰেই মোৰ কৰ্ত্তব্য কাৰ্য্য। বিশেষতঃ মদিনাৰাজ্যৰ শাসনভাৰ নিঃসহায় নিৰ্ধন ভিখাৰীৰ হাতত থকা অনুচিত বিবেচনা কৰি প্ৰথমতঃ কাচেদৰ দ্বাৰা তেওঁলোকক মোৰ বশ্যতা স্বীকাৰ কৰাৰ বাবে আদেশ দিছিলো। সেই কথা তেওঁ-লোকে অবহেলা কৰি, দামেস্ক সিংহাসন অবমাননা কৰি কাচেদক বিশেষ তিৰস্কাৰৰ সৈতে মোৰ লিখিত পত্ৰখন খণ্ডিত কৰি, উত্তৰ-স্বৰূপে তেওঁলোকে কাচেদৰ হাতত পুনৰ প্ৰেৰণ কৰিছিল। সেই কাৰণেই মই যুদ্ধ ঘোষণা কৰিছিলো, প্ৰিয়মন্ত্ৰী মাৰ্‌ৱানক সেই যুদ্ধত "চেপাহ-চালাৰ" ( প্ৰধান সৈন্যাধ্যক্ষ ) পদত বৰণ কৰি বহু-সংখ্যক সৈন্যৰসৈতে হাচানক বান্ধি আনিবলৈ মদিনালৈ প্ৰেৰণ কৰিছিলো। আমাৰ সৈন্যসকলৰ মাজত বহুতেই বিশ্বাসঘাতকতা কৰি হাচানৰ পক্ষত মিলিত হয় আৰু দামেস্কৰ অবশিষ্ট সৈন্যসকলক আক্ৰমণ কৰি পৰাস্ত কৰে। কি কৰিম, চিৰশত্ৰু দমন নকৰিলেও নহয়, আনফালে সৈন্যসকলৰ কূট চক্ৰত বাধ্য হৈ হাচানৰ প্ৰাণ

কৌশল কৰি গ্ৰহণ কৰাই যুক্তিসিদ্ধ বিবেচিত হৈছিল। এয়া যেঁ কাষ্ঠাসনোপৰি উপবিষ্টা বিবি মায়মুনাক দেখিছে, এওঁৰ কল্যাণত— আৰু এয়া ৰজতাসনত উপবিষ্টা বিবি জায়দাৰ সাহায্যত আমাৰ চিৰশত্ৰু বিনষ্ট হৈছে। বিবি জায়দাই মোৰ কাৰণে বিস্তৰ পৰিশ্ৰম কৰিছিল। কেইবাৰমান নিজ হাতে নিজৰ স্বামী হাচানক বিষ দিছিল, শেষত হীৰাৰ গুৰি পানীত মিহলাই সেই পানী তেওঁক খুৱাইছিল। তাতেই চিৰশত্ৰু—মোৰ চিৰশত্ৰু এই জগত পৰিত্যাগ কৰিছে। মই এই মহোদয়াৰ কৃপাতেই শত্ৰুবিহীন হৈছোঁ। এই গুণমতী ৰমণীৰ অনুগ্ৰহতেই মই জীয়াই আছোঁ, এই সদাশয়া ললনাৰ কৌশলতেই আজি মোৰ মনে কিঞ্চিৎ শান্তি লাভ কৰিছে। বহু চেষ্টা আৰু বহু পৰিশ্ৰমৰ ফল এই মহামতি যুবতীৰ দ্বাৰাই সুপক্ক হৈ ফলিয়াইছে। আৰু বিবি মায়মুনা এওঁৰ লগত এই কথা আছিল যে, যি কোনো কৌশলৰে হাচানক প্ৰাণে মাৰিব পাৰিলে তেওঁ সহস্ৰ স্বৰ্ণমুদ্ৰা পাৰিতোষিক প্ৰাপ্ত হ'ব।"

ইঙ্গিত মাত্ৰকে কোষাধ্যক্ষই সহস্ৰ স্বৰ্ণমুদ্ৰাপৰিপূৰ্ণ মোনা আনি বিবি মায়মুনাৰ সন্মুখত থৈ সসম্ভ্ৰমে পূৰ্ব্বস্থানত পূৰ্ব্ববৎ কৰযোৰকৈ দণ্ডায়মান হৈ ৰ'ল।

এজিদে কবলৈ ধৰিলে, "ৰজতাসন-পৰিশোভিতা এই বিবি জায়দাৰ সৈতে অঙ্গীকাৰ কৰিছিলো যে, যদি এওঁ নিজ প্ৰিয়তম পতিৰ প্ৰাণ বিনাশ কৰিব পাৰে, তেনেহলে দশসহস্ৰ স্বৰ্ণমুদ্ৰা, মূল্যবান বস্ত্ৰ আৰু মণিময় অলঙ্কাৰ দান কৰি এওঁক ৰাজসিংহাসনত ৰহুৱাম।" সঙ্কেত দিয়াৰ লগে লগে কোষাধ্যক্ষই দশ সহস্ৰ স্বৰ্ণমুদ্ৰা ৰেচম বস্ত্ৰৰ মোনাত ভৰাই, ৰত্নময় অলঙ্কাৰ আৰু কাৰুকাৰ্য্যখচিত বিচিত্ৰ বস্ত্ৰ আনি জায়দাৰ সন্মুখত আনি থলেহি।

কিছুসময় চিন্তা কৰি এজিদে পুনৰ কবলৈ ধৰিলে, "যদি ইচ্ছা হয়, তেনেহলে বিবি জায়দা এই সিংহাসনৰ মোৰ বাওফালে বহিব পাৰে—বিবি জায়দা। আপুনি আপোনাৰ অঙ্গীকাৰ পূৰ্ণ কৰিছে,



এতিয়া মইও মোৰ অঙ্গীকাৰ পৰিপূৰ্ণ কৰোঁ।"

জায়দাই মনে মনে ভাবিলে: বস্ত্ৰ, অলঙ্কাৰ আৰু মোহৰ সকলোবোৰেতো পালো; মাত্ৰ ৰাজৰাণী হোৱাঁতোৱেই বাকী, ৰজাই যেতিয়া নিজেই সিংহাসনত বহিবলৈ আদেশ কৰিছে, তেতিয়া সেই আশাও পূৰ্ণ হ'ল। বিবাহ পিছত হলেও হ'ব। ৰাজৰাণী কৰি পুনৰ মোক পৰিত্যাগ কৰিব নোৱাৰিব। এই ভাবি বুদ্ধিমতী জায়দা সন্তুষ্ট হৃদয়ে ৰজতাসন পৰিত্যাগপূৰ্ব্বক ৰাজসিংহাসনত এজিদৰ বাওফালে গৈ বহিল।

এজিদে ক'লে, "মোৰ আশা পূৰ্ণ হ'ল। এতিয়া মোৰ কেইটি-মান কথা কবলৈ আছে, আপোনালোক সকলোৱে মনোযোগ পূৰ্ব্বক শ্ৰৱণ কৰক!" এই কথা কৈ এজিদে সিংহাসনৰ পৰা তললৈ নামি আহিল। জায়দা কেনেকৈ সিংহাসনত বহি থাকে সলজ্জভাৱে লগে লগে তেওঁও সিংহাসন পৰিত্যাগ কৰি সভাস্থলত এজিদৰ কাষত থিয় হলহি।

এজিদৰ বাক্যস্ৰোত বন্ধ হ'ল। তেওঁ স্তম্ভিত হৈ ৰ'ল। জায়দাক সিংহাসনৰ পৰা নামি অহা দেখি—কিছুসময় নীৰবে থাকি পুনৰ কবলৈ ধৰিলে, "মোৰ শত্ৰুক এই বিবি জায়দাই বিনাশ কৰিছে, মই এওঁৰ ওচৰত আজীৱন কৃতজ্ঞতা-ঋণত আবদ্ধ থাকিলো। কিন্তু সামান্য অৰ্থলোভত এনেকুৱা প্ৰিয়তম নিৰ্দ্দোষ পতিৰ প্ৰাণ যি ৰাক্ষসীয়ে বিনাশ কৰিছে তাইক কেনেকৈ মই, কোন বিশ্বাসত মোৰ জীৱনৰ চিৰসঙ্গিনী, সহধৰ্ম্মিণী, পদত বৰণ কৰি লম, মোৰ প্ৰলোভনত ভোল গৈ পিশাচী এক স্বামীৰ প্ৰাণবিনাস কৰিলে, অন্য কাৰবাৰ প্ৰলোভনত ভোল গৈ সেই পিশাচী মোৰ প্ৰাণতো অনা-য়াসে বিনাশ কৰিব পাৰে? যি স্ত্ৰী স্বামীঘাতিনী, নিজ হাতে স্বামীৰ প্ৰাণ বধ কৰিব পাৰে, যিয়ে এবাৰ নহয়, দুবাৰ নহয়, কেইবাবাৰো বিষ দি শেষবাৰত কৃতকাৰ্য্য হ'ল—মই দণ্ডধৰ ৰজা, এই দোষৰ সমুচিত শাস্তি বিধান কৰা জানো মোৰ কৰ্ত্তব্য নহয়?-

এই শাস্তিৰ ভাৰ মই আনৰ হাতত নিদিও, পাপীয়সীৰ শাস্তি— মই যোৱা কালি ৰাতি মোৰ শয়নমন্দিৰত বহি যি সাব্যস্ত কৰিছোঁ, সেয়া পালন কৰিম।” এই কথা কৈ কটীবন্ধ সংযুক্ত দোলয়মান আসি-কোষৰ পৰা সুতীক্ষ্ণ তৰোৱাল খণ্ডেৰে নিস্কোষিত কৰি জায়দাৰ ফালে ঘূৰি চাই ক'লে “পাপীয়সি ! স্ত্ৰী হৈ স্বামীবধৰ ফল ভোগ কৰ ! প্ৰিয় পতিৰ প্ৰাণহৰণৰ প্ৰতিফল।” কথাৰ লগে লগে এজিদে স্বহস্তেৰে এক আঘাতত পাপিনী জায়দাক দ্বিখণ্ডিত কৰি কাটি পেলালে। শোণিতৰ নৈ বৈ গ'ল। এজিদৰ অসি জায়দাৰ তেজেৰে ৰঞ্জিত হ'ল। কি আচৰিত !

অসিহস্তেৰে গম্ভীৰস্বৰে এজিদে পুনৰায় ক'লে, ঐ কুহকিনী মায়মুনাৰ শাস্তি মই স্বহস্তেৰে বিধান নকৰো। মোৰ আজ্ঞাত তাইৰ অৰ্দ্ধ শৰীৰ মৃত্তিকাত প্ৰোথিত কৰি প্ৰস্তৰ-নিক্ষেপে মস্তক চূৰ্ণ কৰি পেলোৱা।” আজ্ঞামাত্ৰকে প্ৰহৰীসকলে মায়মুনাক হাতত ধৰি দৰবাৰৰ বাহিৰলৈ টানি লৈ গ'ল। মাটিত অৰ্দ্ধদেহ পুতি প্ৰস্তৰ নিক্ষেপেৰে মস্তক চূৰ্ণ কৰিলে। মায়মুনাৰ সপোন আজি সছাকৈয়ে ফলিয়ালে। সভাস্থ সকলোৱেই “যেনে কৰ্ম্ম তেনে ফল” বুলি সভাভঙ্গৰ লগে লগে বহিৰ্গত হ'ল। এজিদে হাচান-বধ শেষ কৰি হোচেন বধত প্ৰবৃত্ত হ'ল। আমিও এই উপযুক্ত অৱসৰত দামেস্ক নগৰ পৰিত্যাগ কৰি মদিনা অভিমুখে যাত্ৰা কৰিলো।

## উনবিংশ প্ৰবাহ

মাৰৱানে ছদ্মবেশ পৰিত্যাগ কৰিছে। নগৰৰ প্ৰান্তভাগত যি স্থানত পূৰ্ব্বতে শিবিৰ নিৰ্ম্মাণ কৰিছিল, সেই স্থানত পুনৰায় সৈন্যাবাস ৰচনা কৰি যুদ্ধৰ আয়োজন কৰিব ধৰিলে। কিন্তু যি পৰিমাণ সৈন্য দামেস্কৰ পৰা ক্ৰমে আহি আছে, সেইয়া লৈ হোচেনৰ তৰোৱালৰ সন্মুখলৈ যোৱাৰ সাহস নহল। তাৰোপৰি দামেস্কৰ পৰা কোনো সংবাদ অহা নাই। জায়দা আৰু মায়মুনাক দামেস্কলৈ পঠিয়াই এই পৰ্যন্ত তেওঁলোকৰ কোনো সংবাদ পোৱা নাই। এমৰানক মাতি আনি তেওঁ ক'লে, “ভাই এমৰাণ ! তুমি সৈন্যসামন্তৰ তত্ত্বধান লোৱা। গুপ্তচৰ অলীদে গুপ্ত বিবৰণ গ্ৰহণ কাৰ্য্য কৰা সংগ্ৰহ কৰিব। মই কেইদিনমানৰ কাৰণে দামেস্কলৈ যাওঁগৈ। এই সময়ত যোৱা যদিও উপযুক্ত সময় নহয় বাধ্য হৈ যাবলৈ ওলাইছোঁ। তোমালোক সাবধানে থাকিবা। কোনো চিন্তা নকৰিবা। মই দামেস্কৰ পৰা উভতি আহি হোচেন-বধত প্ৰবৃত্ত হ'ম।” এই ভাবে নিৰ্দ্দেশ দি মাৰৱান দামেস্কলৈ যাত্ৰা কৰিলে।



নিয়মিত সময়ত মাৰৱান দামেস্ক পাই—জায়দা আৰু মায়মুনাৰ বিচাৰ শুনি আচৰিত হ'ল। কি কৰিব ? কোনো উপায় নাই। সময় মতে তেওঁ এজিদৰ সৈতে সাক্ষাৎ কৰি মদিনাৰ উপস্থিত বিবৰণ দি পুনৰ মদিনালৈ ওভোটাৰ কথা কলে। প্ৰধান মন্ত্ৰী হামানে যুদ্ধত অমত প্ৰকাশ কৰি কেইদিনমান মাৰৱানৰ মদিনা গমন বন্ধ কৰিলে।

সভামণ্ডপত সকলো উপস্থিত আছে। মাৰৱানক সম্বোধন কৰি এজিদে কবলৈ ধৰিলে, “মাৰৱান ! মোৰ আশা-লতাৰ কেবলমাত্ৰ বীজ ৰোপন হৈছে, কেতিয়া যে প্ৰস্ফূটিত পুষ্প দেখি মনৰ আনন্দ নয়নৰ প্ৰীতি জন্মিব, সেয়া কোনে কব? এতিয়া বিশ্ৰামৰ সময় নহয়, আমোদ-প্ৰমোদৰ সময় নহয়, নিচিন্তভাবে বহি থকাৰ সময়ো নহয়। বহু কাম বাকী আছে। এটি নৰসিংহ বধ কৰা হৈছে মাত্ৰ; কিন্তু তত্তুল্য আন এটি সিংহ বৰ্ত্তমান। এই সকলক সবংশে শেষ কৰিব নোৱাৰিলে মনৰ আশা কেতিয়াও পূৰ্ণ নহয়। হোচেন আৰু কাছেমৰ ক্ৰোধ-অগ্নিৰ পৰা ৰক্ষা পোৱা সহজ নহয়! আলী আকবৰ, আলী আজগৰ, আবদুল্লা, আকবৰ, জয়নাল আবেদন—এওঁলোক যদিও শিশু পিতৃ বিয়োগত দুখত কাতৰ হোৱা নাই সেয়া নাভাবিবা। ইয়াৰ প্ৰতিফল নিশ্চয় পাব লাগিব। তেওঁলোকে নিশ্চয় বুজি পাইছে যে যুদ্ধত পৰাস্ত হৈ জায়দাৰ দ্বাৰা এই সাংঘাতিক কাৰ্য্য কৰিছে। জায়দা জীয়াই থকাহেতেন—হাচানবংশৰ ক্ৰোধানলৰ কিঞ্চিৎ অংশৰ পৰা হয়তো জীয়াই থাকিব পাৰিলেহেতেন, কিন্তু এতিয়া সেয়া নহব। পূৰ্ব্বৰ পৰাই সাবধান হোৱা উচিত। যিমান সোনকালে পাৰা বংশ-

বিনাশৰ কাৰণে যাত্ৰা কৰা। এওঁলোকৰ কোনোবা এজনো যদি জীয়াই থাকে, নিশ্চয়কৈ জানিবা, এজিদৰ মৃত্যু অনিবাৰ্য্য তোমালোকৰ মৃত্যুও নিশ্চিত। এইসকল সিংহশিশুক যুদ্ধত, কৌশল কৰিয়ে হওঁক, যি কোনো উপায়ে হওঁক, এই জগতৰ পৰা শেষ নকৰিলে জানিবা কাৰো নিস্তাৰ নাই।

এজিদৰ কথা শুনি প্ৰধান মন্ত্ৰী হামান গাত্ৰোত্থানপূৰ্ব্বক হাতযোৰকৈ কবলৈ ধৰিলে, "ৰাজাজ্ঞা শিৰোধাৰ্য্য। কিন্তু মোৰ কেইটিমান কথা কবলগীয়া আছে। অভয় দান কৰিলে মুক্তকণ্ঠৰে কব পাৰো।"

এজিদে ক'লে, "তোমাৰ কথামতে কেইদিনমান অপেক্ষা কৰিলো। যদি তুমি মোৰ এই চিৰশত্ৰু বিনাশ কৰিবলৈ মোতকৈও ভাল উপায় উদ্ভাবনা কৰিব পাৰিছা তেনেহলে কব পাৰা।"

হামানে কবলৈ ধৰিলে, "বাদশাহ্-নামদাৰ! অপৰাধ মাৰ্জ্জনা হওঁক। যি হাচান আপোনাৰ মনোবেদনাৰ কাৰণ আপোনাৰ মনোকষ্টৰ মূল, আপোনাৰ প্ৰথম বয়সৰ প্ৰণয়সুখ ভোগৰ সৰল পথৰ বিষম কণ্টক, আপোনাৰ নব প্ৰণয়ৰ বাহ্যিক বিৰোধৰ পাত্ৰ, আপোনাৰ অন্তৰৰ ভালপোৱা প্ৰস্ফুটিত জয়নাব কুসুমৰ বিধিসঙ্গত অপহাৰী, আপোনাৰ শত্ৰু-তেওঁতো এই অসীম ব্ৰহ্মাণ্ডত আৰু নাই। আপোনাৰ হৃদয়ত দুখ দি জয়নাব-ৰত্ন অধিকাৰী সেই হাচান আৰু ইহজগতত নাই! জয়নাবৰ হৃদয়ৰ ধন, অমুল্য নিধি, সুখ-পুষ্পৰ আশালতা, সেই হাচানো আৰু বাহ্যিক জগতত নাই। তেনেহলে আৰো কিয়? প্ৰতিশোধৰ জানো আৰু কিবা বাকী আছে? যি জয়নাবে আপোনাৰ মনত দুখ দি হাচানক পতিত্ব বৰণ কৰি সুখী হৈছিল, তাতোকৈ সহস্ৰগুণ যাতনা— তাতোকৈ সহস্ৰগুণ মনোবেদনা তেওঁ এতিয়া ভোগ কৰিছে। তেওঁৰ সুখৰ নাওঁ বিষাদ-সিন্ধুত ধুমুহা নহাকৈ ডুব গৈছে। তেওঁৰ মনোবাঞ্ছিত— স্বেচ্ছাবৰিত পতিধনৰ পৰা একেবাৰে বঞ্চিত হৈছে। তাৰ পিছত আৰো কিয়?



বাদশাহ-নামদাৰ! জগত কেইদিনৰ কাৰণে? সুখ কিমান সময়ৰ? এবাৰ ভাবি চাওঁক,—নিৰপেক্ষভাবে এবাৰ চিন্তা কৰক, হাচান জানো আপোনাৰ শত্ৰু? হাচানে আপোনাৰ ৰাজ্য আক্ৰমণ কৰা নাই, আপোনাৰ প্ৰাণলোৱাৰ কাৰণে অগ্ৰসৰ হোৱা নাই, জয়নাবক কৌশল কৰিও হস্তগত কৰা নাই—এই সকলো কথা আপুনি জানে। এটি বস্তুৰ দুটি গ্ৰাহক হলে পৰস্পৰৰ অন্তৰত জাতক্ৰোধ উপস্থিত হয়, সেয়া মই স্বীকাৰ কৰো। কিন্তু সেই ঘটনাত হাচানৰ অপৰাধ ক'ত? সেই মীমাংসা স্বয়ং জয়নাবেই কৰিছিল। তেওঁৰ শাস্তিও হ'ল। এতিয়া হোচেনৰ প্ৰাণবধ কৰা, হাচান পুত্ৰৰ প্ৰাণ হৰণ কৰা মানুহৰ কাৰ্য্য নহয়। কওঁকচোন কি অপৰাধত তেওঁলোকক বিনাশ কৰিব? এতিয়াও হোচেনৰ ভ্ৰাতৃবিয়োগ-শোক অনুমাত্ৰও হ্ৰাস পোৱা নাই। পিতৃহীন হলে যি মহাকষ্ট, সেয়া জগতত কাৰো অবিদিত নহয়। কাছেমে জানো ইমান কম সময়তে সেয়া পাহৰি গৈছে? আজি পৰ্য্যন্ত হাচনেবানুৰ উদৰত অন্ন পৰা নাই, চকুৰ পানী শুকোৱা নাই। জয়নাবৰ কথা নকলোৱেবা। মদিনাৰ আবালবৃদ্ধ, এনেকি পশুপক্ষীবোৰেও 'হায় হাচান।' হায় হাচান॥" কৰি কান্দিছে। যিয়ে শুনিছে তেওঁৰেও হায় হাচান! হায় হাচান!! বুলি দুখ কৰিছে। এই অৱস্থাত জানো যুদ্ধসজ্জাত অগ্ৰসৰ হোৱা উচিত? এই ঘটনাৰ পিছত জানো ভ্ৰাতৃবিয়োগীৰ প্ৰতি তৰোৱাল ধৰা উচিত হব? এই দুখৰ সময়ত জানো অনাথা পতিহীনা স্ত্ৰীসকলৰ প্ৰতি অত্যাচাৰ কৰিব লাগে? হায়! হায়!! সেই পিতৃহীন, পিতৃব্যহীন শিশুসকলৰ মুখৰ ফালে চাই কোনেইবা নাকান্দিব? এই সময়ত তেওঁলোক দুখত কাতৰ হৈ আছে; এনে সময়ত যুদ্ধৰ প্ৰয়োজন নাই। শত্ৰু-পৰিবাৰ আপোন পৰিবাৰৰ মাজত পৰিগণিত,—এয়াই ৰাজনীতি আৰু এয়াই ৰাজপদ্ধতি। এই অকিঞ্চিৎকৰ অস্থায়ী জগতৰ প্ৰতি অকিঞ্চিৎৰূপে দৃষ্টি কৰাই কৰ্ত্তব্য। ঈশ্বৰৰ মহিমা অপাৰ। তেওঁ বিজন বনত নগৰ বহুৱাইছে, মনো-

হৰ নগৰক বনত পৰিণত কৰিছে ; কাৰবাক হুহুৱাইছে, কাৰবাক কন্দুৱাইছে, কাৰবাক মনৰ আনন্দ, কাৰবাক দুখত ৰাখিছে, মুহূৰ্ত্ত সময় অতীত নৌহওঁতেই পুনৰ তদ্বিপৰীত কৰিছে, মাতঙ্গ-মস্তকত পতঙ্গৰ দ্বাৰা পদাঘাত কৰাইছে। আজি যি অতুল ধনৰ অধিকাৰী কালিলৈ তেওঁ পথৰ ভিক্ষাৰী—সেই-”

এজিদে নীৰৱে মনোনীবেশপূৰ্ব্বক সকলো কথা শুনিছিল। দুষ্ট মাৰৱানে প্ৰধান মন্ত্ৰী হামানৰ কথা শেষ নৌহওঁতেই খঙেৰে কবলৈ ধৰিলে, “বৃদ্ধ হলে মানুহৰ যে বুদ্ধি শক্তিৰ ভ্ৰম হয়, সেয়া সত্য। সন্দেহ যিখিনি আছিল সেয়া আজি প্ৰধান উজীৰৰ কথাত একেবাৰে দূৰ হ’ল। মহাশয়! ধন্য আপোনাৰ বক্তৃতা! ধন্য আপোনাৰ বুদ্ধি! ধন্য আপোনাৰ ভবিষ্যৎ চিন্তা! ধন্য আপোনাৰ ৰাজনীতিজ্ঞতা! ধন্য আপোনাৰ বহুদৰ্শিতা! ধন্য আপোনাৰ প্ৰধান মন্ত্ৰিত্ব! এক ভাতৃ শত্ৰু, দ্বিতীয় ভাতৃ মিত্ৰ,—এয়া জানো সম্ভৱ! সময় পালেই তেওঁলোকে প্ৰতিশোধ লব। এতিয়া তেওঁলোকে সময় আৰু সুযোগ বিচাৰিছে যি জয়নাবৰ সুখৰ নাওঁ ডুব গৈছে বুলি কৈছে, সেই জয়-নাবো কম বুলি নাভাবিব। মোৰ জানিবলৈ একো বাকী নাই। জায়দা মোৰ পৰামৰ্শ মতে হাচানক বিষপান কৰাইছিল। এই উপযুক্ত সময়ত যদি তেওঁলোকক সমূলে বিনাশ কৰা নাযায়, তেনেহলে কোনোবা সময়ত আমি ইয়াৰ ফল ভোগ কৰিব লাগিব। মই দৰ্প কৰি কব পাৰো, নহলে আপুনি স্মৰণাৰ্থে লিখি ৰাখক—হাচানক বিষ দিয়াৰ কাৰণে তেওঁলোকৰ খঙৰ অগনি প্ৰজ্জলিতহৈ একে একে দামেস্কৰ সকলো লোকক দগ্ধীভূত কৰিব। কাৰ সাধ্য হোচেনৰ হাতৰ পৰা পৰিত্ৰাণ পায়? কাৰ সাধ্য কাছেমৰ তৰোৱালৰ পৰা প্ৰাণৰক্ষা কৰে? এই সিংহাসন কাছেমৰ কাৰণে থাকিব। মই বিবেচনা কৰি দেখিলো আপোনাৰ বুদ্ধিৰ ভ্ৰম হব ধৰিছে। পৰকালৰ কথা ভাবি জগতৰ অস্থায়িত্বৰ কথা ভাবি, নশ্চৰ মানব-শৰীৰ চিৰস্থায়ী নহয় বুলি স্মৰণ কৰি, ৰাজ্যবিস্তাৰত বিমুখ, শত্ৰু দমনত শিথিল আৰু পাপভয়ত ৰাজকাৰ্য্যৰ পৰা ক্ষান্ত হৈ থকা নিতান্তই মূঢ়তাৰ কাৰ্য্য। আপুনি যুদ্ধৰ



পৰা বিৰত থাকি হাচান বংশৰ সৈতে বন্ধুভাব সৃজন কৰিবলৈ অনুৰোধ কৰিছে। মই কৈছোঁ, তিলাৰ্দ্ধকালো বিলম্ব নকৰি পুনৰায় যুদ্ধযাত্ৰা কৰা উচিত আৰু কৰ্ত্তব্য। এয়াই উপযুক্ত সময়। শত্ৰুক সময় দিলে দশ গুণ বলদান কৰা হয়, এই কথা জানো আপুনি পাহৰি গ’ল।

হাচানক সম্বোধন কৰি এজিদে ক’লে, “মাৰৱানে যি কৈছে, সেয়া যুক্তিসঙ্গত। যিমানে পলম হব সিমানেই অমঙ্গল। এই যুদ্ধৰ প্ৰধান নায়ক মাৰৱান। মাৰৱানৰ মতেই মোৰ মত। শত্ৰুক অবসৰ দিব নালাগে, নিদিওঁ। মাৰৱান! কোনো কথা নাই; যি পৰিমাণ সৈন্য মদিনালৈ পঠোৱা হৈছে, তাৰ চতুৰ্গুণ সৈন্য সংগ্ৰহ কৰি ৰাখিছোঁ। তোমাৰ যিমান ইচ্ছা লৈ মদিনালৈ যাত্ৰা কৰা। মই ইয়াত থাকি হোচেনৰ মূৰ চাবলৈ উৎসুক হৈ ৰলো। প্ৰথমতে হোচেনৰ মূৰ দামেস্কলৈ পঠিয়াবা, তাৰ পিচত জয়নাব আৰু হাচনেবানু প্ৰভৃতি সকলোকে বন্দী কৰি আনিবা।” এনে ভাবে আজ্ঞা দি পাষাণেৰে গঠিত নিৰ্দ্দয় হৃদয় এজিদে সভা ভঙ্গ কৰিলে। মাৰৱান ৰাজাজ্ঞা প্ৰতিপালনত তৎপৰ হৈ এজিদৰ পৰা বিদায় ললে।

## বিংশ প্ৰবাহ

মাৰৱান সৈন্যসহ মদিনাত উপস্থিত হ’ল। ওতবে অলীদৰ মুখত তেওঁ সবিস্তাৰে সকলো কথা শুনিলে। হাচানৰ মৃত্যুৰ পাছত হোচেন অহোৰাত্ৰি ৰওজা শৰীফত বাস কৰিছে। এই কথা শুনি মাৰৱান চিন্তিত হৈ পৰিল। পবিত্ৰ ৰওজাত যুদ্ধ কৰা নিতান্ত দুৰ্ব্বুদ্ধিৰ কাৰ্য্য; সেই ক্ষেত্ৰত যুদ্ধ কৰিবলৈ সাহস নহয়। যুদ্ধলৈ আহ্বান কৰিলেও হোচেনে কেতিয়াও মাতামাহৰ সমাধিস্থান পৰিত্যাগ কৰি অগ্ৰসৰ নহয়। মাৰৱানে চিন্তা কৰি অলীদক সুধিলে, “ভাই ইয়াৰ উপায় কি? মোৰ প্ৰথম কাম হোচেনৰ মুণ্ড-লাভ। শেষত পৰিয়াল বৰ্গক বন্দী কৰি দামেস্ক নগৰলৈ প্ৰেৰণ। হোচেনৰ মূৰ হস্তগত নহলে শেষ কাৰ্য্যটি সম্পন্ন হোৱা অসম্ভৱ।” কি উপায়েৰে

হোচেনক মহম্মদৰ সমাধি ক্ষেত্ৰৰ পৰা স্থানান্তৰিত কৰিব এই চিন্তাই প্ৰবল হৈ উঠিল। বহু চেষ্টা, বহু কৌশল কৰিও তেওঁলোক একোতেই কৃতকাৰ্য্য হব নোৱাৰিলে। এদিনাখন মাৰৱান আৰু ওত্‌বে অলীদে পৰামৰ্শ কৰি দুয়ো ছদ্মবেশেৰে ৰাতি পবিত্ৰ ৰওজাত উপস্থিত হ'ল। ৰওজা প্ৰবেশৰ কোনো প্ৰবেশ পথ দেখা নাপালে, বিশেষ প্ৰবেশৰ অনুমতিৰ ব্যৱস্থা নাই। ৰওজাৰ চাৰিওফালে সীমানিৰ্দ্দিষ্ট ৰেলিং ধৰি হোচেনৰ তত্ত্ব আৰু সন্ধান লব ধৰিলে। হোচেনে ঈশ্বৰৰ উপাসনাত মনোনিবেশ কৰি আছে। বহু সময় দুয়ো ৰেলিংত ধৰি ঠিয় হৈ থাকিল। উপাসনা সমধা হোৱাৰ লগে লগে ছদ্মবেশী মাৰৱানে ক'লে, "হজৰত! আমি কোনো বিশেষ গোপনীয় তত্ত্ব জনাবলৈ এই ৰাতি আপোনাৰ ওচৰলৈ আহিছোঁ।"

হোচেনে ক'লে, "হে হিতাৰ্থী ভ্ৰাতৃদ্বয়! কেনেকুৱা গোপনীয় তত্ব জনাবলৈ আহিছে? জগতত ঈশ্বৰৰ উপসনা বাহিৰে মোৰ অইন কোনো আশা নাই। গোপনীয় তত্ত্বত মোৰ কি ফল হব? মই কোনো গোপনীয় তত্ত্ব জানিব খোজা নাই।"

ছদ্মবেশী মাৰৱানে ক'লে, "আপুনি সেই তত্ত্বৰ সমুদায় বৃত্তান্ত শুনিলে অৱশ্যে বুজিব পাৰিব, তাৰ কিবা ফল আছে নে নাই।"

হোচেনে আগন্তুক দ্বয়ৰ কিঞ্চিৎ ওচৰলৈ আহি ক'লে, "ভ্ৰাতৃদ্বয়! ৰাতি অপৰিচিত আগন্তুকৰ ৰওজাৰ ভিতৰলৈ অহা নিয়ম নাই, আপোনালোক বাহিৰত থাকিয়ে যি কবলৈ খুজিছে কওঁক।"

ছদ্মবেশী মাৰৱানে ক'লে, "আপুনি যদি আমাৰ কথাত প্ৰত্যয় যায়, তেনেহলে মনৰ কথা অকপটে কওঁ। আমি আপোনাৰ দুখত দুখিত হৈ ছদ্মবেশ লৈ এই ৰাতি আপোনাৰ ওচৰলৈ আহিছোঁ। এজিদৰ চক্ৰান্তত জায়দাই যি কৌশল কৰি এমাম হাচানক বিষপান কৰাইছিল, তাৰে কোনো অংশই আমাৰ অজানা নহয়। কি কৰিম কানেৰে শুনো, মনৰ দুখ মনতে ৰাখো, গোপনে চকু পানী অতি কষ্টৰে সম্বৰণ কৰিছোঁ। হাচানৰ বিষপানৰ কথা মনত পৰিলেই হৃদয় ফাটি চাৰিওফালে অন্ধকাৰ ভাব হয়। এজিদৰ হৃদয় লৌহ নিৰ্মিত, দেহ শিলেৰে গঠিত, তেওঁৰ দুখ ক'ত? আমি তেওঁলোকৰ চাকৰ, কিন্তু নুৰনবী মহম্মদৰ শিষ্য, আপোনাৰ ভক্ত। এই ৰাতি শিবিৰৰ পৰা ওলাই ইমান দূৰ আহিছোঁ, ইয়াত আমাৰ কোনো স্বাৰ্থ নাই কোনো লাভৰ আশাতো আমি অহা নাই; এজিদে কৌশল কৰি আপোনাৰ প্ৰাণ লব, এয়া আমাৰ অসহ্য। আমাৰ অন্তৰত দুখ লাগিছে বুলিয়ে আহিছোঁ।"



হোচেনে ক'লে, "ভ্ৰাতা-প্ৰাণৰ একাংশ, বিশেষ অগ্ৰগণ্য অংশ। সেই ভ্ৰাতাক তেওঁৰে স্ত্ৰীৰ সহায়ত এজিদে বিষপান কৰোৱাই কৌশল কৰি মাৰিছে। ইয়াতকৈ জানো আৰু কষ্ট হব পাৰে? মোৰ প্ৰাণৰ কাৰণে মই ভয় নকৰো।"

মাৰৱানে ক'লে, "প্ৰাণৰ কাৰণে আপোনাৰ যে একো ভয় নাই সেয়া স্বীকাৰ কৰো। কিন্তু আপোনাৰ প্ৰাণ গলে আপোনাৰ পুত্ৰ, কন্যা, পৰিবাৰ, হাচানৰ পৰিবাৰ এওঁলোকৰ কি অৱস্থা হব, আপুনি এবাৰ ভাবি চাওঁক? দুৰন্ত জালেম এজিদ! তেওঁ যে কি কৰিব তেওঁৰ মনেহে জানে। বেছি পলম নকৰো। আমি যে গুপ্তভাবে ইয়ালৈ আহিছোঁ, এই কথাৰ অনুমাত্ৰ প্ৰকাশ পালে আমাৰ দেহ আৰু মূৰ একত্ৰ নাথাকে। ওত্‌বে অলীদ আৰু মাৰৱানে এজিদৰ আদেশত স্থিৰ কৰিছে যে, আজি ৰাতিয়েই ৰওজা মোবাৰক ঘেৰাও কৰি আপোনাক আক্ৰমণ কৰিব। পিছত হাচ্‌নেবানু, জয়নাব আৰু আপোনাৰ পৰিয়ালৰ আন আন ব্যক্তিসকলক বিশেষ অপমানৰ সৈতে এজিদৰ ওচৰলৈ লৈ যাব।"

হোচেনে খঙেৰে ক'লে, "প্ৰকাশ্যভাবে যদি মোৰ মূৰ লবলৈ আহে, মোৰ দুখ নাই। আৰু ভাই, ইয়াকে জানিবা মই জীয়াই থাকোতে ঈশ্বৰৰ কৃপাত মোৰ পৰিয়ালৰ প্ৰতি—মদিনাৰ কোনো এগৰাকী স্ত্ৰীলোকৰ প্ৰতি কোনো নৰাধমে নাৰীৰ জবৰাণত হস্তক্ষেপ কৰিব নোৱাৰে।"

মাৰৱানে ক'লে "সেই কাৰণেতো আপোনাৰ শিৰশ্চেদ আগতে গ্ৰহণ কৰাৰ ইচ্ছা। এজিদে এই কথাও গম পাইছে যে হোচেন জীয়াই থাকোতে এয়া সম্ভব নহয়। আপুনি আজি ৰাতি ইয়াত নাথাকিব। হাজাৰ বলবান আৰু হাজাৰ ক্ষমতাবান হলেও পাঁচ হাজাৰ যোদ্ধাৰ লগত আপুনি অকলে, এজনে কি কৰিব? আপুনি এতিয়াই এই স্থানৰ পৰা যাওঁকগৈ। মাৰৱানে গুপ্তভাবে সন্ধান লৈ গম পাইছে যে আপুনি এই ৰওজা এৰি কলৈকে নাযায়। ৰাতিও শেষ হৈ আহিল, সময় বেছি নাই। বোধহয়, এতিয়াই তেওঁলোকে আক্ৰমণ কৰিব। পলম নকৰিব, আমিও শিবিৰ অভিমুখে যাওঁগৈ আপুনি অন্য কোনো ঠাইলৈ গৈ আজি ৰাতিৰ কাৰণে প্ৰাণ ৰক্ষা কৰক।'

হোচেনে হাঁহি ক'লে, "ভাই! ব্যস্ত নহবা। তোমালোকৰ ব্যৱহাৰত মই সন্তুষ্ট হৈছোঁ! তোমালোক এজিদৰ পক্ষৰ মানুহ হৈও মোক গুপ্ত সন্ধান দিছা আশীৰ্ব্বাদ কৰিছোঁ, পৰলোকত ঈশ্বৰে তোমালোকক জান্নাতবাসী কৰাব। ভাই! মোৰ মৃত্যুৰ কাৰনে তোমালোক ব্যাকুল নহবা, কোনো চিন্তা নকৰিবা। মই মাতামাহৰ মুখত শুনিছিলো, দামেস্ক নাইবা মদিনাত মোৰ মৃত্যু নহয়। মোৰ মৃত্যুৰ নিৰ্দ্দিষ্ট স্থান, 'দাস্ত-কাৰবালা' নামৰ মহাপ্ৰান্তৰ। যিমানদিন পৰ্য্যন্ত সৰ্ব্বপ্ৰলয়কৰ্ত্তা সৰ্ব্বেশ্বৰে মোক কাৰবালা প্ৰান্তৰলৈ লৈ নাযায় সিমানদিনলৈ কোনো প্ৰকাৰে মোৰ মৃত্যু নাই।"

মাৰৱানে ক'লে, "চাওঁক! আপোনাৰ সৈন্যবল, অৰ্থবল একোৱে নাই। এজিদৰ সৈন্যসকলে আজি নিশ্চয় আক্ৰমণ কৰিব। আপুনি হয়তো প্ৰাণে নমৰিব পাৰে কিন্তু আপোনাক বন্দী কৰিব পাৰে। 'দাস্ত কাৰবালা' নহলে আপোনাৰ প্ৰাণবিয়োগ নহয় এই কথা সত্য কিন্তু এজিদৰ আক্ৰমনৰ পৰা কেনেকৈ ৰক্ষা পাব? আপোনাৰ কাৰণেই মদিনা আক্ৰমণ কৰিব। মদিনাবাসীৰ নানাভাবে ক্লেশ হব। যদিও এবাৰ তেওঁলোকে এজিদৰ সৈন্যক শেষ কৰিছিল, কিন্তু



এইবাৰ মাৰৱানে তাৰ চতুৰ্গুণ সৈন্যলৈ দামেস্কৰ পৰা আহিছে। আপুনি যদি শত্ৰুৰ হাতত বন্দী হয় তেনেহলে মৃত্যুযাতনা ভোগ কৰিব লাগিব। বেছি পলম নকৰোঁ, প্ৰণাম লব; আমি যাওঁগৈ। যি ভাল বিবেচনা হয়, কৰিব।"

তেওঁলোক দুজন তাৰ পৰা আঁতৰি গ'ল। হোচেনে ভাবিব ধৰিলে, "হায়! আজি পৰ্য্যন্ত এজিদৰ ক্ৰোধৰ উপশম নহল। সকলো ঈশ্বৰৰ লীলা। এই ব্যক্তি দুজন সছাকৈয়ে মোমেন। এই ৰাতিখন প্ৰাণৰ মায়া বিসৰ্জ্জন দি পৰ হিত সাধনত নিঃস্বাৰ্থভাবেৰে ইমান দূৰ আহিছে। আচৰিত। সছাকৈয়ে এওঁলোক পৰহিতৈষী। মাৰৱানে পুনৰ সৈন্য সংগ্ৰহ কৰি মদিনালৈ আহিছে। কি কৰো মই যদি যুদ্ধলৈ গৈ শত্ৰুৰ সন্মুখীন হওঁ মদিনাবাসী কেতিয়াও নিৰস্ত্ৰ হৈ বহি নাথাকে, নিশ্চয় প্ৰাণ পৰ্য্যন্ত পণ কৰি মোৰ লগত ওলাব। তেওঁলোকে এতিয়াও শোকবস্ত্ৰ পৰিত্যাগ কৰা নাই। দিনে নিশাই হাচান বিৰহত সময় অতিবাহিত কৰিছে। এনেকুৱা দুখিত মনত, দগ্ধীভূত হৃদয়ত কোনো আশাই স্থায়ীৰূপত বদ্ধমূল নহয়। যিমান দিন তেওঁলোক জীয়াই থাকিব সিমান দিন তেওঁলোকে এমামৰ শোক পাহৰি নাযাৰ। এনেকুৱা অৱস্থাত ভাতৃসকলক কেনেকৈ মহাযুদ্ধত প্ৰবৃত্ত কৰাম? মই এনে অৱস্থাত যুদ্ধত প্ৰবৃত্ত হোৱা উচিত নহব। মই যদি কিছুদিন মদিনা পৰিত্যাগ কৰিব পাৰো কোনো ক্ষতি নহয়। আজি ৰাতি এজিদৰ সৈন্যাই ৰওজা আক্ৰমণ কৰি মোৰ প্ৰাণ বধ কৰিব, সেয়া বিশ্বাস নহয়। ইয়াত দৌৰাত্ম কৰা কাৰো ক্ষমতা নাই। এজিদৰ সৈন্য কিয়, যদি জগতৰ সমস্ত সৈন্য একত্ৰিত হৈও আক্ৰমণ কৰে তথাপি এই পবিত্ৰ ৰওজাত মোৰ কোনো ভয়ৰ কাৰণ নাই। তথাপিও ভাব হয় কিছুদিনৰ কাৰণে মদিনা পৰিত্যাগ কৰাই ভাল। আপাততঃ কুফা নগৰলৈ গৈ আবদুল্লাহ্ জেয়াদৰ ওচৰত অৱস্থিতি কৰোগৈ। জেয়াদ মোৰ পৰম বন্ধু। আৰব দেশত যদি প্ৰকৃত বন্ধু কোনোবা আছে তেনেহলে সেই কুফাৰ অধীশ্বৰ প্ৰিয়তম

জেয়াদ যদি মদিনা পৰিত্যাগ কৰা উচিত বিবেচনা কৰা হয়, তেনে-হলে সপৰিবাৰে কিছু দিনৰ কাৰণে কুফা নগৰলৈ গমণ কৰাই যুক্তি সিদ্ধি, "আজি ৰাতিৰ কথা একো নহয়।" এনেদৰে চিন্তা কৰি হোচেনে পুনৰায় ঈশ্বৰ উপাসনাত মনোনিবেশ কৰিলে ।

ওত্‌ৰে অলীদ আৰু মাৰৱানে শিবিৰলৈ উভতি গৈ বেশ পৰি-ত্যাগ কৰি নিজান ঠাইত বহি পৰামৰ্শ কৰিব ধৰিলে। কিছু সময় কথা হোৱাৰ পিছত মাৰৱানে ক'লে, মহম্মদৰ ৰওজাত হোচেনৰ মৃত্যু নাই। আমি এনে কোনো উপায় উলিয়াব লাগিব যে হোচেনে ৰওজাৰ পৰা ওলাই মদিনা পৰিত্যাগ কৰিব লাগিব। এয়া যি হ'ল, বেয়া হোৱা নাই, আৰু এটি আছিল, কিন্তু সেয়া আমাৰ ক্ষমতাৰ অতীত। কাচেদে গৈ প্ৰকাশ কৰিব। তাৰ উপায়, কৌশল, সমুদায় কাচেদক বুজাই দিলো ।

ওত্‌বে অলীদে ক'লে, "সোনকালে পত্ৰ লিখি কাচেদক প্ৰেৰণ কৰা কৰ্ত্তব্য।"

লিখাৰ উপকৰণ লৈ মাৰৱানে লিখিবলৈ বহিল, অলীদে ক'লে, "এটি কথাও যেন ভুল নহয়, অথচ গোপন থাকে, এনেকৈ পত্ৰ লিখা উচিত।"

মাৰৱানে পত্ৰ লিখিবলৈ বহিল। এজন সৈনিকৰ লগত কাচেদ আহি যথাৰীতি নমস্কাৰ কৰি দণ্ডায়মান হৈ ৰ'ল। মাৰৱানে পত্ৰ থৈ কাচেদক গোপনে সমস্ত বুজাই কলে। পত্ৰ শেষ কৰি কাচেদৰ হাতত দিলে। কাচেদে ক'লে, "ঈশ্বৰৰ আশীৰ্ব্বাদত এই কাৰ্য্য কৰি কৰি বৃদ্ধ হৈছোঁ, যি কব অবিকল তাকেই কম। মাত্ৰ নগৰৰ নামটি আকৌ এবাৰ কওঁক, কুফাৰ নে কুফা?" মাৰৱানে কলে, 'কুফা'।

কাচেদে বিদায় ললে। মাৰৱান আৰু অলীদ উভয়ে নিৰ্দ্দিষ্ট স্থানলৈ গমন কৰিলে।



## একবিংশ প্ৰবাহ

মাৰৱানে পঠোৱা কাচেদ যথাসময়ত দামেস্ক নগৰত উপস্থিত হ'ল। যথাসময়ত এজিদে কাচেদ অহাৰ সংবাদ পালে। সভা ভঙ্গ কৰি নিৰলে কাচেদৰ পৰা সকলো কথা শুনি মাৰৱানৰ চিঠিখন পঢ়ি নানা চিন্তা কৰি মহাৰাজ আবদুল্লাহ জেয়াদলৈ এখন চিঠি লিখিলে। চিঠি লিখা শেষ কৰি তিনি লক্ষ্য টকা, তদুপযোগী বাহন আৰু অৰ্থ ৰক্ষাৰ্থে কেইজনমান সৈন্য লগত দি কাচেদক কুফা নগৰলৈ পঠিয়া-বলৈ প্ৰধান কাৰ্য্যকাৰক আদেশ দিলে। কাচেদক পুনৰ নিৰ্দ্দেশ দিলে 'তুমি উপস্থিত কাৰ্য্যৰ উপযুক্ত পাত্ৰ। কুফা নগৰলৈ গৈ আবদুল্লাহ জেয়াদক কবা—"আশা কৰাতকৈ অতিৰিক্ত ফল পাব, কুফাৰাজ্য একচ্ছত্ৰৰূপে তেওঁৰে হব। দামেস্ক ৰাজে কেতিয়াও অধীন ৰজা বুলি নাভাবে, মিত্ৰ ৰজা হিচাবেই থাকিব, সেই মিত্ৰতা জগতত চন্দ্ৰ সূৰ্য্য থকালৈকে থাকিব। "এজিদে কাচেদক বিদায় দিলে। কাচেদে অভিবাদন জনাই বিদায় ললে।

বিশদিন পিচত দামেস্কৰ দূত কুফা নগৰত উপস্থিত হ'ল। দামে-স্কৰ ৰাজদূত বিস্তৰ অৰ্থৰ সৈতে কুফাত উপস্থিত হৈছে, এই কথা আবদুল্লাহ জেয়াদৰ কৰ্ণগোচৰ হোৱাত তেওঁ আচৰিত হ'ল।—"মহা-ৰাজ এজিদে মোলৈ অৰ্থ আৰু কাচেদ পঠিয়াইছে!" আবদুল্লাহ জেয়াদে চিন্তা কৰি থাকোঁতে খবৰ পালে দামেস্কৰ পৰা কাচেদ আহি পাইছে। তেওঁ ইচ্ছা মহাৰাজৰ লগত সাক্ষাৎ কৰে।

আবদুল্লাহ জেয়াদে ক'লে, "কাচেদক উপযুক্ত স্থানত স্থান দিয়া। সময়মতে আহ্বান কৰি তেওঁলোকৰ কথা শুনিম। সময়ত কাচেদক তেওঁৰ ওচৰলৈ মাতি আনিলে। কাচেদে এজিদৰ আদেশমতে সকলো বৃত্তান্ত বৰ্ণনা কৰিলে। এজিদৰ নিজ হাতে লিখা পত্ৰখনো সন্মুখত থলে। আবদুল্লাহ জেয়াদে সহস্ৰবাৰ পত্ৰ চুম্বন কৰি ভক্তিৰ সৈতে পাঠ কৰিলে। কাচেদক ক'লে, "নিৰ্দ্দিষ্ট স্থানত গৈ বিশ্ৰাম লোৱাগৈ, মই আজিয়েই বিদায় দিম।"

## দ্বাবিংশ প্ৰবাহ

প্ৰণয়, স্ত্ৰী, ৰাজ্য, ধন এই কেইটি বিষয়ৰ লোভ বৰ ভয়ানক। এই লোভে মানুহৰ ধৰ্ম্ম, পুণ্য, সাধুতা, পবিত্ৰতা—সকলো একেবাৰে বিনাশ কৰে। বহু কষ্ট কৰি লাভ কৰা বন্ধু-ৰত্নটিও এই লোভতে বহুতে অনায়াসে বিসৰ্জ্জন দিয়ে। এজিদ দামেস্কৰ ৰজা, কুফা তেওঁৰ অধীন ৰাজ্য। হোচেনৰ সৈতে আবহুল্লাহ জেয়াদৰ মাত্ৰ বন্ধু-ভাব সম্বন্ধ। ওপৰোক্ত চাৰি প্ৰকাৰ লোভত বন্ধুত্বভাব সকলো সময়তে অকৃত্ৰিম থকা অসম্ভব। তাৰোপৰি আবহুল্লাহ জেয়াদ মুৰ্খ আৰু অৰ্থ-লোভী। মুৰ্খৰ প্ৰণয়তো বিশ্বাস নাই, কাৰ্য্যতো বিশ্বাস নাই—লোভীও তদ্ৰূপ।

আবহুল্লাহ জেয়াদে সেইদিনাখনেই দামেস্কৰ দূতক বিদায় দিলে। দূতক বিদায় দি তেওঁ ভাবিবলৈ ধৰিলে, "হোচেনৰ প্ৰণয়ত লাভ কি? মুখৰ প্ৰণয়ত কি লাভ হব পাৰে?"—এইদৰে চিন্তা কৰি কৰি তেওঁ টোপনি গ'ল।

প্ৰধান অমাত্য, সভাসদ আৰু ৰাজকৰ্ম্মচাৰীসকলে এই নিগূঢ় তত্ত্বৰ বিষয়ে একোকে গম নাপালে। কি উদ্দেশ্যৰে দামেস্কৰ পৰা কাচেদ আহিছিল, আৰু লগে লগে উভতি গ'ল এই বিষয়ে তেওঁ-লোকে আলোচনা বিলোচনা কৰিবলৈ ধৰিলে।

ৰজনী প্ৰভাত হ'ল। আবহুল্লাহ জেয়াদ ৰাজসিংহাসনত উপবে-শন কৰি সমুদায় সভাসদসকলক সম্বোধন কৰি কবলৈ ধৰিলে, "যোৱা ৰাতি মই হজৰত মহম্মদ মুস্তাফাক সপোনত দেখিছিলো। তেওঁৰ হাতত কৃষ্ণবৰ্ণ আষা (যষ্টি), শিৰত উষ্ণীষ, অঙ্গত পৰিস্কাৰ পৰিচ্ছন্ন শুভ্ৰ পিৰহান! মোক ক'লে, 'আবহুল্লাহ জেয়াদ, তুমি এটি কাম কৰিব লাগে।" মই সপোনতে সেই পবিত্ৰ পদচুম্বন কৰি হাতযোৰ কৰি দণ্ডায়মান হৈ ৰৈছিলো। নূৰনবীয়ে কৈছিল, হোচেন ভ্ৰাতৃহীন হৈ দিনে নিশাই মোৰ সমাধি ক্ষেত্ৰত পৰি আছে। তুমি তোমাৰ যথাসাধ্য অনুসাৰে তেওঁক সহায় কৰা। সৈন্য সামন্ত,



ধন-জনৰ দ্বাৰা হোচেনৰ উপকাৰ কৰা। এনে ভাবে নিৰ্দ্দেশ দি পবিত্ৰমূৰ্ত্তি অন্তৰ্দ্ধান হ'ল। মোৰ টোপনি ভাগি গ'ল। স্বৰ্গীয় সৌৰভত গোটেই ঘৰ মলমলাইছিল। সেই সময়ত মোৰ মনত যেন অনুপম আনন্দ আৰু ভক্তিভাব উদয় হ'ল, সেয়া এতিয়া মুখেৰে প্ৰকাশ কৰাতো মোৰ কাৰণে সাধ্য নহয়। পুনৰ টোপনি নহল। তেতিয়াই হজৰত এমাম হোচেনৰ প্ৰতি আত্মসমৰ্পণ কৰিলো। এই ৰাজ্য এই সৈন্য-সামন্ত, ভাণ্ডাৰৰ সকলো ধন-ৰত্ন আৰু মণি-মুক্তা সকলো হোচেনৰ। এই সিংহাসন আজিৰ পৰা হোচেনৰ নামত উৎসৰ্গ কৰি তেওঁকে অধিকাৰী পাতিলো। আপোনালোকে আজিৰ পৰা মহামান্য এমাম হোচেনৰ অধীন হ'ল। আজিৰ পৰা মই তেওঁৰ কিঙ্কৰ হৈ থাকিলো। অমাত্যসকল! এতিয়াই আপোনা-লোকে নগৰৰ ঘৰে ঘৰে ঘোষণা কৰি দিয়ক যে, এই ৰাজ্য আজিৰ পৰা এমাম হোচেনৰ অধিকৃত হল আৰু আজিয়েই স্বপ্ন বিবৰণ সহ ৰাজ পৰিত্যাগৰ সংবাদ এমাম হোচেনক জনাই মদিনালৈ কাচেদ প্ৰেৰণ কৰা হওঁক। ৰজা অবিহনে ৰাজ্য শাসন হোৱা খুব কঠিন, ৰাজ সিংহাসন শূন্য থকাতোও অযৌক্তিক। যিমান সোনকালে পাৰে এমাম হোচেন কুফা নগৰলৈ আহি ৰাজপাট অধিকাৰ কৰি মোৰ মনোবাঞ্ছা পূৰণ কৰক। আৰু জনাই দিয়ক যিমান দিনলৈ এমাম হোচেনে ৰাজ সিংহাসনত উপবেশন নকৰে, সেই দিনাখনলৈ প্ৰধান উজীৰে ৰাজকাৰ্য্য পৰিচালনা কৰিব। মোৰ লগত ৰাজ্যৰ কোনো সংস্ৰব নাথাকে।"

প্ৰধান উজীৰে নতশিৰে ৰাজাজ্ঞা প্ৰতিপালন কৰিছে। আব-দুল্লাহ জেয়াদক সকলোৱে ধন্যবাদ দি কবলৈ ধৰিলে, "এনেকুৱা সাহসী, ধৰ্ম্মপৰায়ণ, সৰলহৃদয় ধাৰ্মিক জগতত আন কোনো নাই, আৰু নহবও। এনেকুৱা পুণ্যকাৰ্য্য এই পৰ্য্যন্ত কোনোৱে কোনো দেশত কৰা নাই। এই কথা সত্য যে, যিজন ইহকাল পৰকালৰ ৰজা, প্ৰাণ দি তেওঁৰ উপকাৰ কৰা সকলো মুছলমানৰ কৰ্ত্তব্য। এজিদৰ চক্ৰান্তত এমাম ভ্ৰাতৃহাৰা, ৰাজ্যহাৰা—লাহে লাহে তেওঁ

সর্ব্বহাৰা হোৱাৰ উপক্ৰম. এই সময়ত যি জনে তেওঁৰ উপকাৰ কৰিব ঈশ্বৰে তেওঁক পুণ্যময় কৰিলৈ পৰকালৰ প্ৰধান স্বৰ্গত তেওঁৰ স্থান নিৰ্ণয় কৰি ৰাখিব। আপুনি সৈন্যসামন্ত সহ ৰাজ্যধন এমামক দান কৰিলে, আমি আগৰে পৰা তেওঁৰ আজ্ঞানুবৰ্ত্তী দাসানুদাস হৈ আছিলো। আজিৰ পৰা, জীৱন, ধন সকলো হোচেনৰ নামত উৎসৰ্গ কৰিলো।

প্ৰধান উজীৰে ৰাজাজ্ঞানুসাৰে সমুদায় কথা সৰ্ব্বত্ৰ ঘোষণা কৰি দিলে। আকৌ আবদুল্লাহ জেয়াদৰ স্বপ্নবৃত্তান্ত বিবদভাবে বৰ্ণনা কৰি; ৰাজ্যদান সংক্ৰান্ত সকলো বিবৰণ লিপিবদ্ধ কৰি হোচেন সমীপলৈ কাচেদ প্ৰেৰণ কৰিলে।

লাহে লাহে সৰ্বত্ৰ প্ৰকাশ হ'ল যে, কুফাধিপতি আবদুল্লাহ জেয়াদে তেওঁৰ সমুদায় ৰাজ্য হোচেনক অৰ্পণ কৰিছে। এজিদৰ পক্ষৰ মানুহৰ বাহিৰে সকলোৱে একবাক্যে আবদুল্লাহ জেয়াদক ধন্যবাদ দি ঈশ্বৰৰ ওচৰত হোচেনৰ দীৰ্ঘায়ু কামনা কৰিলে। মদিনালৈও এই সংবাদ গ'ল।

আগৰে পৰা হোচেনে মদিনা পৰিত্যাগ কৰি কুফা নগৰলৈ অহাৰ ইচ্ছা প্ৰকাশ কৰিছিল। কিন্তু আবদুল্লাহ জেয়াদৰ দ্বাৰা আমন্ত্ৰিত নহলে গমন কৰা যুক্তিসঙ্গত বিবেচনা কৰা নাছিল। মানুহৰ'মুখত জেয়াদৰ বদান্যতা, বিপদ সময়ত সাহায্য আৰু অকাতৰে ৰাজ্য পৰ্য্যন্ত দানৰ বিষয় শুনি তেওঁ ঈশ্বৰক ধন্যবাদ দি কৃতজ্ঞতা জনাই উপাসনা কৰিলে। কিন্তু জেয়াদৰ কাচেদ আহি নোপোৱা পৰ্য্যন্ত তেওঁ এই কথা প্ৰকাশ নকৰিলে।

মাৰৱানে আজি মদিনা আক্ৰমণ কৰিব, ৰওজা আক্ৰমণ কৰিব হোচেনৰ প্ৰাণ লব,—সৰ্ব্বসাধাৰণৰ মুখত এই কথা আলোচিত হৈছিল। মদিনাবাসী সকলে যে হোচেনৰ পক্ষ লৈ এজিদৰ সৈন্যৰ সৈতে যথাসাধ্য যুদ্ধ কৰিব, প্ৰাণ থকালৈকে হোচেনৰ পৰিয়ালবৰ্গক বন্দী কৰি দামেস্কলৈ নিব নিদিয়ে, এই কথাও ৰাষ্ট্ৰ হৈ পৰিছিল। 'আজি যুদ্ধ হব নে কালিলৈ যুদ্ধ হব।' এই কথা লৈ তৰ্ক-বিতৰ্ক।



এজিদৰ সৈন্যই মদিনা আক্ৰমণ নকৰিলেও নিজে যুদ্ধত প্ৰবৃত্ত হব নে নহয়, এই চিন্তাতে এমাম-বংশৰ চিৰহিতৈষী মদিনাবাসী মহা ব্যাতিব্যস্ত। কাৰো যেন আহাৰ-নিদ্ৰা নাই।

দিন গৈ আছে। শেষত সাব্যস্ত হ'ল যে, শত্ৰুসকল নগৰ প্ৰান্তৰত শিবিৰ নিৰ্ম্মাণ কৰি শান্তভাবে অপেক্ষা কৰি আছে। বিৰোধৰ সম্ভাবনা ক'ত? কোনো বিষয়ত অনৈক্য, কোনো কাৰ্য্যত বাধা দান নাইবা কোনো কথাৰ প্ৰসঙ্গত অযথা উত্তৰ নিদিলে, কেনেকৈ। বিবাদত প্ৰবৃত্ত হব পাৰি? এই বিবেচনা কৰি সকলোৱে যুদ্ধৰ অপেক্ষাত বিবাদৰ সূচনাত অপেক্ষা কৰি আছে। এনেতে এদিনাখন কুফা নগৰৰ পৰা কাচেদ মদিনাত উপস্থিত হলহি। মদিনাবাসীয়ে জেয়াদৰ বদান্যতাৰ বিষয় পূৰ্ব্বতেই শুনিছিল। নিশ্চিত সংবাদ নোপোৱা কাৰণে বহুতে সন্দেহ কৰিছিল, আজি সেৱা দূৰ হ'ল। একে মুখে সুধিলে, "কুফাৰ সংবাদ কি?"

উত্তৰত কাচেদে ক'লে "কুফাধিপতি মাননীয় আবদুল্লাহ জেয়াদে তেওঁৰ সিংহাসন, ৰাজ্য, ধন, সৈন্যসামন্ত সকলো হজৰত এমাম হোচেনৰ নামত উৎসৰ্গ কৰিছে। তেওঁ ৰাজকাৰ্য্যৰ পৰা অবসৰ লৈছে। এমাম হোচেনে কুফা সিংহাসনত উপবেশন নকৰালৈকে প্ৰধান উজীৰে ৰাজকাৰ্য্য পৰিচালনা কৰি আছে। এমাম হোচেন ক'ত আছে কওঁক, মই তেখেতৰ ওচৰলৈ গৈ এই সংবাদ দিওগে।" কাচেদৰ লগে লগে শ শ মানুহ কাচেদৰ লগে লগে যাবলৈ ধৰিলে। কোনোবাই আবদুল্লাহ জেয়াদৰ প্ৰশংসা, কোনোবাই বা হোচেনৰ কুফাগমনজনিত দুখ, কোনোবাই এজিদৰ দৌৰাত্মত হোচেন দেশত্যাগী—এইবোৰ কথাৰ শাখা-প্ৰশাখা উলিয়াই পৰস্পৰ বাদানুবাদ আৰু তৰ্কবিতৰ্ক কৰি কৰি হজৰতৰ ৰওজাৰ উপস্থিত হলহি। প্ৰধান প্ৰধান ব্যক্তিসকলে কাচেদৰ বৃত্তান্ত এমামৰ ওচৰত বিবৰি কলে।

আবদুল্লাহ জেয়াদৰ পত্ৰপাঠ কৰি হোচেনে নিজ ভৱনৰ প্ৰৱেশ-দ্বাৰত উপস্থিত হৈ মদিনাবাসীক কবলৈ ধৰিলে, "ভাইসকল।

আপোনালোকে কিয় কষ্ট পাইছে? যদি কুফাৰ অন্নজল মোৰ অদৃষ্টত লেখা আছে, তেনেহলে আপোনালোকে মোৰ কৃত দোষ মাৰ্জ্জনা কৰিব। সময়ত মই আপোনালোকৰ প্ৰত্যেকৰ পৰা বিদায় লম। এই সময়ত ব্যস্ত হোৱা কাৰণ দেখা নাই।"

মদিনাবাসীয়ে হোচেনক আশীৰ্ব্বাদ দি নিজ নিজ স্থানলৈ—প্ৰস্থান কৰিলে।

জেয়াদৰ পত্ৰ লৈ হোচেনে মাননীয়া বিবি চালেমাৰ হোজ্ৰা (নিৰ্জন স্থান) ওচৰলৈ গ'ল। সংবাদ পাই বিবি চালেমা হোজ্ৰাৰ পৰা বহিৰ্গত হ'ল। এমাম হোচেনে মাতামহীৰ * পদধূলি গ্ৰহণ কৰি জেয়াদৰ পত্ৰ বিৱৰণ প্ৰকাশ আৰু কুফা নগৰলৈ গমন প্ৰসঙ্গ উত্থাপন কৰিলে।

ৰওজাৰ পৰা হোচেন অহা শুনি পৰিয়ালবৰ্গ, বন্ধু-বান্ধৱ বহুতেই বিবি চালেমাৰ হোজ্ৰাত উপস্থিত হলহি।

হোচেনে সকলোৰে আগত কুফা গমনৰ সঙ্কল্প প্ৰকাশ আৰু পৰামৰ্শ বিচাৰোতে কোনোৱে উত্তৰ নিদি মনে মনে থাকিল। বিবি চালেমাই গম্ভীৰ স্বৰে কবলৈ ধৰিলে: আবদুল্লাহ জেয়াদ যিয়েই নিলিখক, মই তোমাক পুনৰবাৰ নিষেধ কৰিছোঁ, তুমি কেতিয়াও কুফালৈ নাযাবা, —হজৰতৰ ৰওজা এৰি আন ঠাইলৈ নাযাবা। হজৰতে মোক কৈ গৈছিল, "হোচেনে মোৰ ৰওজা পৰিত্যাগ কৰি অন্য স্থানলৈ গমন কৰিলে বহু বিপদৰ আশঙ্কা আছে।" মই পুনৰ তোমাক নিষেধ কৰিছোঁ, তুমি কেতিয়াও ৰওজাৰ পৰা ওলাই নাহিবা সেই ঠাইত কোনো ভয় নাই. কোনোৱে শত্ৰুতা সাধন কৰাৰ ক্ষমতা নাই, তুমি স্বচ্ছন্দে নিশ্চিন্তভাৱে ৰওজাত থাকাগৈ।"

হোচেনে ক'লে, "কিমানদিন এনেকৈ বহি থাকিম? কাফেৰ-বিলাকে দিনে দিনে সিহঁতৰ সংখ্যা বৃদ্ধি কৰি মদিনাৰ ওচৰত একে-

* হজৰত হোচেনৰ আপোন মাতামহী বিবি খদিজা। বিবি চালেমা হজৰত মহম্মদৰ অন্য স্ত্ৰী।



লগ হৈছেহি। মই কেনেকৈ এইদৰে বহি থাকো? এজনৰ প্ৰাণৰ কাৰণে কিমান মানুহৰ প্ৰাণ যাব? তাতোকৈ মই কিছুদিন আঁতৰি যাওঁগৈ? বিশেষকৈ কুফা নগৰৰ প্ৰায় মানুহে মুছলমান, ধৰ্মপৰায়ণ, তালৈকে যোৱাত বাধা জানো থাকিব পাৰে?

চালেমা বিবিয়ে বিৰক্তিবোধ কৰি ক'লে, "মই বৃদ্ধ হৈছোঁ, মোৰ কথা কিয় গ্ৰাহ্য কৰিবা? যি ইচ্ছা, কৰা।" তেওঁ হোজ্ৰালৈ সোমাই গ'ল। তাৰ পিচত হোচেনৰ মাতৃৰ সহোদৰা ভগ্নী ওম্মে কুলচুমে হাতত ধৰি কবলৈ ধৰিলে "হোচেন! সকলোৰে যি গৰাকী গুৰুজন প্ৰথমতেই তেওঁৱেই নিষেধ কৰিলে, তেওঁৰ কথাত অবাধ্য হোৱা অনুচিত। মইও কৈছোঁ, তুমি কুফাৰ নাম পৰ্য্যন্ত নলবা। কুফাৰ নাম শুনিলে মোৰ হৃদয় কঁপি উঠে। তোমাৰ জানো স্মৰণ নাই, তোমাৰ পিতৃ কুফালৈ গৈ কি যে কষ্ট পাইছিল? নগৰবাসীয়ে তেওঁক কিমান যন্ত্ৰনা দিছিল, সেই কথা জানো পাহৰি গৈছা? কুফালৈ যোৱাৰ বাসনা অন্তৰৰ পৰা আঁতৰ কৰি পেলোৱা। নিশ্চিন্তভাৱে ৰওজাত বহি থাকাগৈ—জগতত এনে কোনো নাই ৰওজাত তোমাৰ অঙ্গ স্পৰ্শ কৰিব পাৰে।"

হোচেনে ক'লে, "মোৰ মন অত্যন্ত অস্থিৰ হৈছে, তিলাৰ্দ্ধ কালো মদিনাত থকাৰ ইচ্ছা নাই। আপোনালোকে পুনৰ মোক বাধা নিদিব। মিনতি কৰিছোঁ, অনুমতি কৰক, যাতে শীঘ্ৰেই কুফালৈ যাত্ৰা কৰিব পাৰো।"

ওম্মে কুলচুমও বিৰক্ত হৈ ক'লে, ঈশ্বৰে অদৃষ্ট ফলকত যি লিখিছে, সেয়া ৰদ কৰাৰ সাধ্য কাৰ আছে। তোমাৰ যি ইচ্ছা তাকে কৰা।"

হোচেনৰ বন্ধু-বান্ধৱ একমত হৈ সকলোৱে তেওঁক কুফাগমনত নিষেধ কৰিলে। প্ৰতিবেশী সকলৰ মাজৰ পৰা এজনে ক'লে: মদিনাৰ মায়া অন্তৰৰ পৰা একেবাৰে আঁতৰ নকৰিব। এজিদৰ ভয়ত মদিনা পৰিত্যাগ কৰা পৰিতাপ আৰু দুখৰ বিষয়। মদিনা-বাসীৰ এজনো যদি জীয়াই থাকে শত্ৰুৰ কি এনে সাহস আছে

আপোনাৰ অঙ্গ স্পৰ্শ কৰিব পাৰে? আমাৰ স্বাধীনতা, স্বদেশৰ গৌৰৱ-ৰক্ষা— তাৰোপৰি আপোনাৰ প্ৰাণৰ কাৰণে এজিদৰ সৈন্যৰ সন্মুখীন হোৱাত আমি কেতিয়াও পৰাঙ্মুখ নহওঁ। আমি যে শিক্ষিত নহওঁ সেয়া স্বীকাৰ কৰিছোঁ; কিন্তু আপোনাৰ প্ৰাণ ৰক্ষাৰ কাৰণে আমাৰ শত্ৰুহস্তত অৰ্পণ কৰাত শিক্ষাৰ আৱশ্যক জানো আছে? আমি যদি শত্ৰুহস্তত বিনাশ প্ৰাপ্ত হওঁ, তথাপিও মদিনাৰ এটি প্ৰাণীও জীৱিত থকা পৰ্য্যন্ত এজিদে আপোনাৰ অনিষ্ট সাধন কৰি কেতিয়াও মদিনাৰ সিংহাসনত বহিব নোৱাৰে। আপুনি কাৰ ভয়ত কোন শত্ৰুৰ শত্ৰুতাত মদিনা পৰিত্যাগ কৰিব? আমাৰ জীৱন থাকোতে আমি আপোনাক যাব দিব নোৱাৰো। অৱশ্যে আপোনাৰ আজ্ঞাৰ প্ৰতিবন্ধকতা কৰিবলৈ আমাৰ ক্ষমতা নাই। যদি আপুনি মদিনা পৰিত্যাগ কৰিবলৈ কৃতসঙ্কল্প হৈ থাকে, কৰক; কিন্তু মদিনা-বাসীয়ে আপোনাক কেতিয়াও পৰিত্যাগ নকৰে। যলৈকে আপুনি যাব, তেওঁলোকো আপোনাৰ লগতে যাব।"

হোচেনে ক'লে, "ভাইসকল! এজিদৰ জীৱনৰ প্ৰথম কাৰ্য্যই হ'ল আমাৰ বংশ বিনাশ কৰা, যিকোনো উপায়েৰে এজিদে মোৰ প্ৰাণ লব। যেতিয়া দুই ভাই আছিলো, তেতিয়া এজিদৰ সৈন্যই সাহস কৰি প্ৰকাশ্য যুদ্ধলৈ অগ্ৰসৰ হোৱা নাছিল। এতিয়া মোৰ সাহস, বল, বুদ্ধি আৰু চিন্তাশক্তিৰ বহুখিনি লাঘৱ হৈছে। কাৰণ, ভ্ৰাতৃশোকত মই যেনেদৰে দুঃখিত আৰু ব্যথিত, সেয়া আপোনা-লোকে নিজ চকুৰে দেখিছে। যি হৃদয় কেতিয়াও ভয় কি বস্তু নাজানিছিল, শত্ৰুনাশ কৰিবলৈ যি হৃদয় আতঙ্কিত হোৱা নাছিল, সেই ভয়শূন্য হৃদয় আজি ভ্ৰাতৃ বিয়োগৰ দুখত সামান্য যুদ্ধৰ নামত আতঙ্কিত হৈ উঠিছে, মোৰ নিজৰ মনেই যদি নিৰুৎসাহ হ'ল শত্ৰু ভয়ত কঁপিল, তেতিয়া কাৰ উৎসাহত—আপোনালোকে সেই দুৰ্দ্দান্ত শত্ৰুৰ অস্ত্ৰ সন্মুখত অসংখ্য সেনাৰ সন্মুখীন হব? শিক্ষিত সৈন্যৰ তৰোৱালৰ গতি কোনে ৰোধ কৰিব? মই বহু চিন্তা কৰি চাইছোঁ,



এই সময়ত মদিনা পৰিত্যাগ কৰাই মোৰ পক্ষে শ্ৰেষ্ঠ আৰু মদিনা-বাসীৰ কাৰণে মঙ্গল, মোৰ কাৰণে আপোনালোকক বিপদগ্ৰস্ত কৰিব খোজা নাই। এজিদৰ হাতত নাইবা তেওঁৰ সৈন্যৰ হাতত বিধাতাই যদি মোৰ জীৱন নাশৰ বিধি কৰি থৈছে, তেনেহলে সেয়া নিশ্চয় ফলিয়াব। যলৈকে নাযাও কিয়, মোৰ প্ৰাণহন্তা তালৈকে গৈ উপস্থিত হব। কাৰণ জগদীশ্চৰৰ কাৰ্য্য অনিবাৰ্য্য। মই আঁতৰি গলে মদিনাবাসীয়ে এজিদৰ ৰোষাগ্নিৰ পৰা ৰক্ষা পাব। সেয়াই আমাৰ কাৰণে মঙ্গল।"

প্ৰতিবেশীসকলৰ ভিতৰত এগৰাকী প্ৰাচীন ব্যক্তি আছিল, তেওঁ কবলৈ ধৰিলে, "ঈশ্বৰৰ নিয়োজিত কাৰ্য্য অনিবাৰ্য্য—এই কথা সকলোৱে স্বীকাৰ নকৰিব? কিন্তু আবদুল্লাহ জেয়াদে হঠাতে এই-ভাবে ইমান ডাঙৰ ৰাজ্য আপোনাক অযাচিতে এৰি দিলে, তাৰ কাৰণ কি? এই কথাও ৰাষ্ট্ৰ হৈছে যে, এজিদৰ কাচেদে তিনি লক্ষ টকা লৈ কুফা নগৰলৈ গৈছিল। জেয়াদেও দামেস্কৰ তৎসমভি-ব্যাহাৰী সৈন্যক বিশেষ পুৰস্কৃত কৰি বিদায় দিছিল। তাৰ পিছ-দিনাখনে তেওঁ দেখা সপোনৰ বিৱৰণ সভাত প্ৰকাশ কৰি ৰাজ-সিংহাসন আৰু ৰাজ্য আপোনাক অৰ্পণ কৰিছিল। ইয়াৰ কাৰণ কি? যদি এজিদৰ মন্ত্ৰণাত তেওঁ অসন্মত হলহেঁতেন, নাইবা এজিদৰ আদেশ প্ৰতিপালনত অনিচ্ছুক হ'লহেঁতেন, তেনেহলে নিঃস্বাৰ্থ বন্ধুৰ চিৰশত্ৰু প্ৰেৰিত কাচেদক কিয় পুৰস্কৃত কৰিব? কিয়বা তেওঁৰ প্ৰদত্ত অৰ্থ নিজ ভাণ্ডাৰত থব? যি ৰাজ্য আপোনাৰ পিতৃয়ে বহু পৰিশ্ৰম কৰিও নিষ্কণ্টকভাৱে হস্তগত কৰিব পৰা নাছিল, কেইবাৰমান তেওঁক কুফাৰ নগৰবাসীসকলে যেনেভাৱে কষ্ট দিছিল-সেয়া বোধহয় আপোনাৰ অজ্ঞাত নহয়। এনেস্থলত কুফাধিপতি জেয়াদে হঠাতে নূৰনবী মহম্মদৰ স্বপ্নাদেশ পাই সেই ৰাজ্য অকাতৰে আপোনাক দান কৰিলে, মোৰ সন্দেহ হৈছে।"

হোচেনে ক'লে, "এনে কথা মুখলৈ নানিব। আবদুল্লাহ জেয়াদৰ

দৰে মোৰ প্ৰকৃত বন্ধু মদিনাৰ বাহিৰে অন্য কোনো স্থানতে নাই। তেওঁৰ গুণৰ কথা কিমান কম? তেওঁ মোৰ কাৰণে এজিদৰ মুণ্ডপাত কৰিবলৈ বোধহয় কেতিয়াও কুণ্ঠিত নহয়। জেয়াদৰ বাক্য আৰু কাৰ্য্যত মোৰ কোনো সংশয় নাই।"

বৃদ্ধই পুনৰ কবলৈ ধৰিলে, "জেয়াদৰ বাক্য আৰু কাৰ্য্যত আপোনাৰ কোনো সংশয় হোৱা নাই, অৱশ্যে নহবও পাৰে। কিন্তু মই কওঁ, মানুহৰ মনৰ গতি কোন সময়ত কি হয়, সেয়া যিজনৰ মন তেওঁও নাজানে। অলপ চিন্তা কৰি কাৰ্য্য কৰাত ক্ষতি জানো হব পাৰে? মোৰ বিবেচনাত আগতে কেইজনমান বিশ্বাসী আৰু সাহসী মানুহক কুফা নগৰলৈ প্ৰেৰণ কৰা হওঁক, কুফাবাসীৰ যদি কিবা চক্ৰান্ত আছে, সেয়া অৱশ্যে প্ৰকাশ পাব। গুপ্ত মন্ত্ৰনা কিমান দিন গোপন থাকিব? সন্ধান ললেই সকলো কথা ওলাই পৰিব। আৰু যদি জেয়াদৰ ৰাজ্যদান সঙ্কল্প যথাৰ্থ হয়, তেনেহলে আপোনাৰ গমনত আমি বাধা নিদিও।"

হোচেনে ক'লে, "আপোনাৰ উপদেশ বেয়া নহয়, কিন্তু অনৰ্থক সময় নষ্ট আৰু বিলম্ব। যিহওঁক, আপোনাৰ কথা বাৰে বাৰে লঙ্ঘন নকৰো। আগতে কুফালৈ পঠিয়াবলৈ কাক মনোনীত কৰিছে? এনেকুৱা সাহসী কোন আছে?"

দ্বিতীয় মোছলেম নামৰ জনৈক বীৰ পুৰুষ গাত্ৰোত্থান কৰি কবলৈ ধৰিলে, "হজৰত এমামৰ যদি অনুমতি হয়, তেনেহলে এই দাসেই কুফা নগৰলৈ যোৱাৰ কাৰণে প্ৰস্তুত। আপুনি অলপ দিন অপেক্ষা কৰক মই কুফালৈ গৈ যথাৰ্থ তত্ত্বৰ খবৰ লৈ আহোগৈ। যদি আবহুল্লাহ জেয়াদ সৰলভাবে ৰাজ্যদান কৰি থাকে, তেনেহলে মোছলেমে আনন্দৰ সৈতে শুভ-সংবাদ লৈ উভতি আহিব। যদি ইয়াৰ ভিতৰত কিবা ষড়যন্ত্ৰ থাকে, তেনেহলে বুজিব, এয়াই মোছলেমৰ শেষ বিদায়। আপোনাৰ কাৰ্য্যত মোছলেমৰ প্ৰাণৰ মায়া, সংসাৰৰ আশা, সুখ-দুখৰ চিন্তা আৰু স্ত্ৰী-পৰিবাৰৰ স্নেহ-



বৰ্দ্ধনৰ বাসনা একোকে নাথাকিব। আজি মোছলেমে আপোনাৰ কাৰ্য্যত জীৱন উৎসৰ্গ কৰিলে। এই মুহূৰ্ত্ততে কুফা যাত্ৰা কৰিব? ইয়াত বহু ব্যক্তি আছে, কাৰবাৰ কিবা কব লগা থাকিলে কওঁক। মোছলেমৰ বাক্যৰ অন্যথা নহয়।"

বৃদ্ধই পুনৰ কবলৈ ধৰিলে, "মোছলেম যাবলৈতো প্ৰস্তুত। মোছলেমৰ প্ৰতি মোৰ সম্পূৰ্ণ বিশ্বাস আছে, কিন্তু মোছলেমক অকলে পঠোৱা যুক্তিসঙ্গত নহব। মোছলেমৰ লগত কেইজনমান সৈন্যনামধাৰী লগত দিব লাগিব।" বৃদ্ধৰ কথা শুনাৰ লগে লগে বহুতেই যাবলৈ আগ্ৰহ প্ৰকাশ কৰিলে। অতি কম সময়তে এক হাজাৰমান মানুহ মোছলেমৰ সঙ্গী হবলৈ ওলাল। কুফাৰ ৰহস্য-ভেদ—ষড়যন্ত্ৰৰ মূলচ্ছেদ কৰিবলৈ যেন প্ৰাণপাত কৰিবলৈ প্ৰস্তুত হ'ল। সকলো কথা ঠিক হোৱাৰ পিচত মোছলেমে লগত একহাজাৰ সৈন্য লৈ কুফা নগৰলৈ যাত্ৰা কৰিলে। বীৰবৰৰ দুই পুত্ৰও লগত গ'ল।

## ত্ৰয়বিংশ প্ৰবাহ

স্বাৰ্থপ্ৰসবিনী গৰ্ভৱতী আশা যিমান দিনলৈ সন্তান প্ৰসৱ নকৰে, সিমান দিনলৈ আশাজীৱী মানুহৰ সংশিত মানসাকাশত ইষ্টচন্দ্ৰৰ উদয় নহয়। ৰাতিৰ পিচত দিন, দিনৰ পিচত ৰাতি হবলৈ ধৰিলে। এনেদৰে দিবাৰজনীৰ যাতায়ত। জেয়াদৰ মানাসাকাশত তেতিয়া-লৈকে শান্তি-চন্দ্ৰৰ উদয় হোৱা নাই। সদায় তেওঁ অন্যমনস্ক। সদায় দুচিন্তাত নিমগ্ন। এয়া এক প্ৰকাৰ মোহ। জেয়াদে দিন গনণা কৰিছে, ক্ৰমে গণণাৰ দিন পৰিপূৰ্ণ হ'ল, মদিনাৰ পৰা কাচেদ উভতি আহিল। কুফা আগমণত হোচেনৰ ঐকান্তিক ইচ্ছা কথা সত্ত্বেও ইমান দিনে আহি নোপোৱাৰ কাৰণ কি হব পাৰে? দিনৰ পিচত দিন গৈ আছে। হোচেন অহাৰ দিনো পাৰ হৈ গ'ল। জেয়াদ চিন্তাত পৰিল। কি কৌশল কৰি হোচেনক হস্তগত কৰি

বন্দীভাবে এজিদৰ হাতত অৰ্পণ কৰিব, সেই চিন্তাই প্ৰবল হৈ উঠিল। পুনৰ মদিনালৈ সংবাদ পঠিয়াবলৈ মনস্থ কৰি ভাবিলে, “হোচেন যি বংশৰ সন্তান, তেওঁ অন্তৰ্য্যামী নোহোৱাতো আচৰিত ? মোৰ অব্যক্ত মনোভাব বোধহয় তেওঁ গম পাইছে। পুনৰ সংবাদ পঠিয়াই জানো নতুন বিপদত পৰিব ?” পৰামৰ্শ স্থিৰ নহল। এনেয়ে সংবাদ আহিল, মদিনাৰ পৰা হোচেনৰ প্ৰেৰিত সহস্ৰ সৈন্য-সহ মোছলেম নগৰত উপস্থিত হৈছেহি ; ৰাজদৰবাৰলৈ আহিবলৈ ইচ্ছুক। এই সংবাদ শুনি জেয়াদ চিন্তিত হ’ল। “হোচেন স্বয়ং উপস্থিত নহৈ দূত পঠোৱাৰ কাৰণ কি হব পাৰে ? হয়তো এই মোৰ পৰীক্ষা। মোৰ মনৰ ভাব জনাৰ কাৰণে হয়তো দূত প্ৰেৰণ কৰিছে” মনে মনে এনেদৰে স্থিৰ কৰি, সাদৰৰে মোছলেমক অভ্যৰ্থনা জনাই সভাগৃহলৈ অনাৰ কাৰণে প্ৰধান মন্ত্ৰীক আদেশ দিলে।

মোছলেম সভাত উপস্থিত হ’ল। জেয়াদ হাতযোৰ কৰি কবলৈ ধৰিলে, ‘‘দূতবৰ ! বোধহয়, প্ৰভু হোচেনৰ আজ্ঞাক্ৰমেই আপোনাৰ আগমণ হৈছে। প্ৰভুৰ অহা বিলম্বৰ কাৰণ কি ? এই সিংহাসন তেওঁৰ কাৰণে শূন্য হৈ আছে। ৰাজকাৰ্য্য বহুদিনৰ পৰা বন্ধ হৈ আছে। প্ৰজাগণ, সভাসদগন প্ৰভুৰ আগমণৰ আপেক্ষাত। মই যে চিৰকিঙ্কৰ, দাস্যানুদাসৰো অনুপযুক্ত, ময়ো সেই পবিত্ৰ পদসেবা কৰাৰ আশাত ইমানদিন সমুদায় কাৰ্য্য পৰিত্যাগ কৰি বহি আছোঁ। কি দোষত প্ৰভুই আমাক বঞ্চিত কৰিছে সেই কথা বুজিব পৰা নাই।”

মোছলেমে ক’লে, ‘‘এমাম হোচেনে সোনকালে মদিনা পৰি-ত্যাগ কৰিব। মদিনাবাসীয়ে বহুতো প্ৰতিবন্ধকতা কৰাৰ কাৰণে তেওঁ সোনকালে আহিব পৰা নাই। আপোনাক সান্ত্বনা দি আশ্চস্ত কৰাৰ কাৰণেই আগতেই মোক পঠিয়াই দিছে !’’

আবদুল্লাহ জেয়াদে আগৰ দৰে হাতযোৰ কৰি কবলৈ ধৰিলে, “আপুনি প্ৰভুৰ পক্ষৰ মানুহ, আমি আপোনাক প্ৰভুৰ ন্যায় গ্ৰহণ কৰিম’ “এই দৰে কৈ মোছলেমক সিংহাসনত বহুৱাই আবদুল্লা



জেয়াদে ভৃত্যৰ দৰে সেবা কৰিব ধৰিলে। অমাত্যগণ, সভাসদগণ, ৰাজকৰ্মচাৰিগণ সকলোৱেই ৰীত্যনুসাৰে উপঢৌকনৰ সৈতে নতশিৰে, ভক্তিসহকাৰে ৰাজদূতক ‘ৰজা’ বুলি মান্য কৰিলে।

মোছলেমে কিছুদিন নিৰ্ব্বিঘ্নে ৰাজকাৰ্য্য চলালে। আবদুল্লাহ জেয়াদ সকলো সময়তে আজ্ঞাবহ কিঙ্কৰৰ দৰে উপস্থিত থাকি মোছ-লেমৰ আদেশ প্ৰতিপালনত ভক্তিৰ প্ৰাধান্য দেখুৱালে। মোছলেমৰ মনত সন্দেহ অকনো নাথাকিল। বহু সন্ধান কৰিও কোনো প্ৰকাৰৰ কপট ভাব, বা লক্ষণ, ষড়যন্ত্ৰৰ কুঅভিসন্ধি, এজিদৰ লগত যোগাযোগ কুমন্ত্ৰণা, এজিদৰ পক্ষ হৈ বাহ্যিক প্ৰণয়ভাব আৰু অন্তৰত তদ্বিপৰীত, একোকে গম নাপালে। জেয়াদৰ প্ৰাণৰ কথা দুই কৰ্ণ হোৱাহেতেন সন্ধানৰ অঙ্কুৰ পালেহেতেন ? যি আছে, সেয়া জেয়াদৰ অন্তৰতে আছে। কুফা নগৰত জেয়াদৰ অন্তৰ ভিন্ন হোচেন সম্বন্ধীয় নিগূঢ় কথা আন কৰ্ণত প্ৰবেশ কৰা নাই। মোছলেম পৰাস্ত হ’ল। তেওঁৰ সন্ধান ব্যৰ্থ হ’ল, চতুৰতাই কাম নিদিলে। বাধ্য হৈ কুফাৰ সমস্ত বিবৰণ মদিনালৈ লিখি পঠিয়ালে,—

“হজৰত ! নিৰাপদে কুফা আহি পাইছোঁ, ৰজা জেয়াদে মোক সমাদৰে গ্ৰহণ কৰিছে। কোনো কপটতাৰ বিষয়ে গম পোৱা নাই। নগৰবাসী এমামৰ নামত চিৰবিশ্বস্ত আৰু এমামৰ চিৰভক্ত, লক্ষণ দেখি সেয়া বুজিলো। এতিয়া আপোনাৰ যেনে অভিৰুচি।

বশম্বদ—

মোছলেম’’

হোচেনে পত্ৰ পাই সন্তুষ্ট হ’ল। পুত্ৰ, কন্যা, ভ্ৰাতুষ্পুত্ৰ, ভ্ৰাতৃস্ত্ৰী ভুগৰাকী প্ৰভৃতিৰ সৈতে ঈশ্বৰৰ নাম লৈ কুফা যাত্ৰা কৰিলে। ষষ্ঠি সহস্ৰ মানুহৰ সৈতে মদিনা পৰিত্যাগ কৰিলে। সকলোৱে কুফা-ভিমুখে যাত্ৰা কৰিলে। এজিদৰ কথা মনত পৰিলেই তেওঁৰ মুখ সকলো সময়তে ৰক্তিম হৈ উঠে। হজৰত ৰওজা আশ্ৰয়ত থকাৰ সময়ত কোনো দিনাখনে কোনো মুহূৰ্ত্ততে অন্তৰত ভয়ৰ সঞ্চাৰ হোৱা

নাছিল। এতিয়া প্ৰতি মুহূৰ্ত্ততে এই আশঙ্কা যে, এজিদৰ সৈন্য পশ্চাদ্বৰ্ত্তী হৈ আক্ৰমণ কৰিলে তেওঁৰ নিস্তাৰ নাই। ক্ৰমে দিন যাগৰি গ'ল, এঘাৰ দিনৰ পিচৰ পৰাই অন্তৰৰ পৰা এজিদৰ ভ'য় ক্ৰমে ক্ৰমে দূৰ হবলৈ ধৰিলে। মনত সাহস যে কুফা অতি ওচৰত, তাত এজিদৰ কি ক্ষমতা আছে? তেওঁ নিশ্চিন্তমনে যাবলৈ ধৰিলে। আবছুল্লাহ জেয়াদৰ গুপ্তচৰ চাৰিওফালে আছে, হোচেন মদিনা পৰিত্যাগ কৰাৰ দিনৰ পৰা তেওঁ ক'ত অৱস্থান কৰিছে সকলো সংবাদ কুফা আৰু দামেস্কলৈ গৈ আছে। কুফা নগৰত মোছলেমক প্ৰকাশ্যে ভাবে ৰাজ সিংহাসনত বহুৱাইছে। মোছলেম ৰজা, কিন্তু জেয়াদৰ মতে তেওঁ এক প্ৰকাৰ বন্দী। সহস্ৰ সৈন্যৰ সৈতে মোছলেম কুফাত বন্দী। জেয়াদে এনেকুৱা কৌশল কৰি তেওঁক ৰাখিছে আৰু মোছলেমৰ আদেশনুসাৰে কাৰ্য্য কৰিছে যে মোছলেমে জেয়াদ-চক্ৰত বাস্তবিকতে সৈন্য সহ বন্দী, তেওঁ সেই কথা একোকে গম পোৱা নাই। মোছলেম হোচেনৰ আগমনৰ প্ৰতীক্ষাত ৰৈ আছে।

ঈশ্বৰৰ মহিমাৰ অন্ত নাই। এটি সামান্য বৃক্ষপত্ৰতো তেওঁৰ শত সহস্ৰ মহিমা প্ৰকাশ পাইছে। এটি পতঙ্গৰ ক্ষুদ্ৰ পালকতো তেওঁৰ অনন্ত শিল্পকাৰ্য্য বিভাসিত হৈছে। অনন্ত বালিৰাশিৰ এটি ক্ষুদ্ৰ বালিকণাতে তেওঁৰ অনন্ত কৰুণা অঁকা আছে। তুমি মই সেই কৰুণাৰ কথা হয়তো জনা নাই; কিন্তু তেওঁৰ লীলাখেলাৰ মাধুৰ্য্য, কীৰ্ত্তিকলাপৰ বৈচিত্ৰ্য, বিশ্ব ৰঙ্গভূমিৰ বিশ্বক্ৰীড়া এবাৰ পৰ্য্যালোচনা কৰিলে ক্ষুদ্ৰ মানব-বুদ্ধি বিচেতন হয়। তন্মধ্যে প্ৰবেশ কৰিও অনুমাত্ৰাও বুজি পোৱাৰ ক্ষমতা মানব-বুদ্ধিৰ সুদুৰ্লভ। সেই অব্যৰ্থ কৌশলীৰ কৌশলচক্ৰ ভেদ কৰি তন্মধ্যে প্ৰবেশ কৰিব পৰা কাৰ সাধ্য আছে? ভবিষ্যত গৰ্ভত কি নিহিত আছে, কোনে কব পাৰে? কান বুদ্ধিমানে কব পাৰে যে মুহুৰ্ত্ত অন্তত তেওঁ কি ঘটাব? কোন মহাজ্ঞানী পণ্ডিত তেওঁৰ কৌশলৰ কণামাত্ৰ বুজি পাই তদ্বিপৰীত কাৰ্য্যত সক্ষম হব পাৰে? জগতত সকলো বুদ্ধিৰ আয়াত্তাধীন;



কিন্তু ঈশ্বৰৰ নিয়োজিত কাৰ্য্যত বুদ্ধি অচল, অক্ষম, অস্ফুট আৰু অতি তুচ্ছ। ষষ্টি সহস্ৰ মানুহ লগত লৈ হোচেন কুফালৈ গৈছে—সূৰ্য্যদেৱে পথ দেখুৱাইছে—তৰু, পৰ্ব্বত, নিৰ্ব্বৰিণীয়ে পথৰ চিহ্ন দেখুৱাইছে। কুফাৰ পথ পৰিচিত, কিমান মানুহ তন্মধ্যে আছে, কিমান মানুহ সেই পথেৰে গৈছে; চক্ষু বন্ধ কৰি তেওঁলোক কুফা নগৰলৈ যোৱাতো অসমৰ্থ নহয়। কিন্তু সেই সৰ্ব্বশক্তিমান পূৰ্ণ-কৌশলীৰ কৌশলত আজি সকলো অন্ধ। তেওঁৰ যি আজ্ঞা, সেই কাৰ্য্য; এদিনাখন তেওঁ যি আজ্ঞা দিছে, তাৰ বৈলক্ষণ্য নাই, বিপৰ্য্যয় নাই, ভ্ৰম নাই। এবাৰ মনোনিবেশপূৰ্ব্বক অনন্ত আকাশলৈ, অনন্ত জগতলৈ, অনন্ত প্ৰকৃতিৰ বাহিক নয়ন এবাৰ নিক্ষেপ কৰি যথাৰ্থ নয়নেৰে দৃষ্টিপাত কৰিলে, সেই মহাশক্তিৰ কিঞ্চিৎ শক্তি বুজিব পৰা যায়। তেওঁৰ আজ্ঞা অলঙ্ঘণীয়, বাক্য অব্যৰ্থ। হোচেনে মহানন্দে কুফালৈ গৈছে—ভাবিছে কুফালৈ গৈ আছো। কিন্তু ঈশ্বৰে যে তেওঁক পথ ভুল কৰি বিজনবন কাৰবালা'ৰ পথলৈ লৈ গৈ আছে, সেয়া তেওঁ একোতে বুজিব পৰা নাই। তেওঁ কিয়, ষষ্টি সহস্ৰ মানুহৰ চকু থকাতো যেন অন্ধ।

আবছুল্লাহ জেয়াদৰ সন্ধানী অনুচৰ গোপনে তেওঁৰ ওচৰলৈ গৈ সংবাদ দিলে, এমাম হোচেন মদিনাৰ পৰা লগত ষষ্টি সহস্ৰ সৈন্যলৈ কুফালৈ আহিছিল, পথ ভুল কৰি ঘোৰ প্ৰান্তৰ কাৰবালাভিমুখে গৈ পাছে। আবছুল্লাহ জেয়াদ সন্তুষ্ট হৈ শুভসংবাদৱাহীক যথোপযুক্ত পুৰস্কৃত কৰি ক'লে, "তোমাক আজিয়ে কাচেদ-পদত বৰণ কৰি দামেস্কলৈ পঠিয়াইছোঁ।"

আবছুল্লাহ জেয়াদে এজিদৰ ওচৰলৈ পত্ৰ লিখি পঠিয়ালে, "বাদশাহৰ অনুগ্ৰহত দাসৰ প্ৰাণদান হওঁক। মই কৌশলৰে মহম্মদৰ ৰওজাৰ পৰা এমাম হোচেনক বাহিৰলৈ উলিয়াই আনিছোঁ। অনুচৰৰ মুখত সন্ধান পালো যে, এমাম হোচেন কুফা নগৰলৈ বুলি আহোতে পথ ভুল কৰি 'দাস্ত কাৰবালা' অভিমুখে গৈ আছে।

তেওঁ পূৰ্ব্বতে পঠোৱা মহাবীৰ মোছলেমক কৌশল কৰি বন্দী কৰি ৰাখিছোঁ। ওতবে অলীদক সৈন্যসহ কুফালৈ আহিবলৈ কব, তেওঁ-লোকে প্ৰথমতে মোছলেমক মাৰিব, পিচত হোচেনৰ পশ্চাদবৰ্ত্তী হৈ তেওঁক আক্ৰমণ কৰিব। প্ৰথমতে মোছলেমক শেষ কৰিব পাৰিলে হোচেনৰ মূৰ দামেস্কলৈ পঠোৱাত বিলম্ব নহয়।”

আবহুল্লাহ জেয়াদে স্বহস্তেৰে পত্ৰ লিখি অনুচৰক কাচেদ পদত বৰণ কৰি দামেস্কলৈ পঠিয়ালে। আনফালে মোছলেমক যথোচিত সেবা কৰিব ধৰিলে, মাজে মাজে হোচেনৰ আগমনৰ বিলম্বজনিত বাহ্যিক ছুখত নানাপ্ৰকাৰ ছুখ প্ৰকাশ কৰি মোছলেমক নিশ্চিন্তভাবে ৰখাৰ চেষ্টা কৰিব ধৰিলে।

আবহুল্লাহ জেয়াদ প্ৰেৰিত কাচেদে পুৰস্কাৰৰ লোভত দিনেনিশাই পৰিশ্ৰম কৰি দামেস্ক পালেহি। দামেস্কধিপতি এজিদে কাচেদৰ পৰি-চয় লৈ-সমুদায় বৃত্তান্ত নিৰলে অবগত হৈ মহানন্দে কাচেদক যথো-চিত পুৰস্কাৰ দি প্ৰধান প্ৰধান সৈন্য আৰু সৈন্যাধক্ষক আহ্বানপূৰ্ব্বক কবলৈ ধৰিলে। ইমান দিনৰ মূৰত মোৰ পৰিশ্ৰমৰ ফল পাইছোঁ। আবহুল্লাহ জেয়াদে কৌশল কৰি হোচেনক মদিনাৰ বাহিৰলৈ উলি-য়াই আনিছে, তোমালোক এতিয়াই প্ৰস্তুত হৈ হোচেনক অনুসৰণ কৰা। মৰুস্থান কাৰবালাৰ পথত হোচেনক দেখা পাবা। যদি পথত আক্ৰমণ কৰাৰ সুযোগ নহয়, তেনেহলে একেবাৰে নিৰ্দ্দিষ্ট স্থানলৈ য়ৈ আগতে ফোৰাত নদীৰ পূৰ্ব্বকূল বন্ধ কৰিবা। মদিনাৰ পৰা কুফা পৰ্য্যন্ত গমনোপযোগী পানী সৰ্ব্বদা সংগ্ৰহ কৰা সহজ বুলি ভাবি হোচেনে মদিনা পৰিত্যাগ কৰিছিল। লগত সত্তি সহস্ৰ মানুহ। এওঁলোকৰ পানোপযোগী পানী সকলো সময়তে সংগ্ৰহ কৰা সহজ কথা নহয়। তোমালোকৰ প্ৰথম কাৰ্য্যই হ'ল, কাৰবালাৰ ফোৰাত নদীৰ কূল আবদ্ধ কৰি ৰখা। হোচেন পক্ষীয় এটি প্ৰাণীও যেন ফোৰাত কূললৈ আহি পানী নিব নোৱাৰে ইয়াৰ উপায় উলিয়াবা। দিনে নিশাই সতৰ্কভাবে থাকিবা তেওঁলোকে যেন এক পাত্ৰও পানী



নিব নোৱাৰে। বাৰি-ৰোধ কৰিব পাৰিলেই তোমালোকৰ কাৰ্য্য সিদ্ধি হব। হোচেনব মূৰ যি ব্যক্তিয়ে এই দামেস্কলৈ আনি মোৰ সন্মুখত থবহি লগে লগে তেওঁক লক্ষ মুদ্ৰা পুৰস্কাৰ দিম আৰু বিজয়ী সৈন্য সকলক দামেস্কৰ ৰাজভাণ্ডাৰ খুলি দিম। যিমান ইচ্ছা সিমান সংগ্ৰহ কৰিব পাৰিবা।” প্ৰধান প্ৰধান সৈন্যসকল, ওমৰ, চীমাৰ প্ৰভৃতিয়ে ক'লে, “মহাৰাজ এইবাৰ হোচেনৰ মূৰ নোলোৱাকৈ পুনৰ উভতি নাহো।” চীমাৰে অতি দৰ্প কৰি কবলৈ ধৰিলে—“আনে নোৱাৰে মই হোচেনৰ মূৰ কাটিম, কাটিম—নিশ্চয় কাটিম, পুৰস্কাৰময়ে লম, আন কোনোৱে নোৱাৰে। হোচেনৰ মূৰ নোলোৱাকৈ চীমাৰ এই নগৰলৈ উভতি নাহে। এই-ই চীমাৰৰ দৃঢ় প্ৰতিজ্ঞা।

এজিদে ক'লে, “পুৰস্কাৰো তোমাৰ কাৰণে ৰখা হ'ল।” আব-তুল্লাহ আৰু চীমাৰক প্ৰধান সৈন্যপদত নিযুক্তি দি বিদায় দিলে।

পাঠকসকল! ইমানদিনে আপোনালোকৰ লগত আহিছোঁ, কেতিয়াও মনৰ কথা কোৱা নাই। বিষাদ-সিন্ধুত হাঁহি-তামচাৰ কোনো কথা নাই, সেই কাৰণে এই পৰ্য্যন্ত হাঁহা নাই। কান্দিবৰ কাৰণে বহুত কথাই আছে, তথাপিও নিজে কান্দিও আপোনালোকক কন্দুৱা নাই। আজি মন কপি উঠিল; চীমাৰে হোচেনৰ মূৰ নোলো-ৱাকৈ দামেস্কলৈ উভতি নাহে—প্ৰতিজ্ঞা কৰিলে। চীমাৰ কোন? পৰিচয় এতিয়াও প্ৰকাশ হোৱা নাই। চীমাৰৰ নাম শুনি কিয়বা হৃদয়ত আঘাত পাইছোঁ, নাজানো। চীমাৰৰ ৰূপ কোনো লেখকে বৰ্ণনা কৰা নাই, মইও নকৰো। কল্পনা-তুলিকাহস্তত লৈ আজি মই এতিয়া সেই চীমাৰৰ ৰূপ-বৰ্ণনাত অক্ষম হলো। কাৰণ, বিষাদ-সিন্ধুৰ সমুদায় অঙ্গই ধৰ্ম্মকাহিনীৰ লগত সংশ্লিষ্ট। বৰ্ণনাত কোনো প্ৰকাৰৰ ন্যূনাধিক হলে প্ৰথমতঃ পাপৰ ভয়, দ্বিতীয়তে মহা কবিসকলৰ মূল গ্ৰন্থৰ অবমাননাৰ ভয়ত তেওঁলোকৰ বৰ্ণনাতে যোগ দিলো। চীমাৰৰ বিশাল ধবল বক্ষত লোমৰ চিহ্নমাত্ৰ নাই; মুখাকৃতি দেখিলেই নিৰ্দ্দয় পাষাণহৃদয় বুলিয়ে ভাব হয়—দন্তৰাজি দীৰ্ঘ আৰু বক্ৰভাবে

জড়িত-প্ৰাচীন কবিৰ এয়া মাত্ৰ আভাষ আৰু মোৰও এইখিনি কোৱাৰ অধিকাৰ,—নাম চীমৰ।

এজিদে সৈন্যসকলক নগৰৰ বাহিৰত থৈ উভতি আহিল। আবদুল্লাহ জেয়াদৰ উপদেশ অনুসৰি মাৰৱানক সসৈন্যে মদিনা পৰিত্যাগ কৰি কুফা নগৰত মোছলেমক আক্ৰমণ কৰাৰ কাৰণে আদেশ প্ৰদান কৰিলে। সংবাদবাহকে সংবাদ লৈ যোৱাৰ আগতে ওতবে অলীদ আৰু মাৰৱানে সৈন্যসহ হোচেনক অনুসৰণ কৰিছিল। পথৰ মাজত দামেস্কৰ কাচেদৰ মুখত সমুদায় বৃত্তান্ত শুনি অলীদ আৰু মাৰৱান কুফাভিমুখে যাবলৈ ধৰিলে। দিনে নিশা পৰিশ্ৰম কৰি বুদ্ধিৰ অগম্য, চিন্তাৰ বহিৰ্ভূত—কম সময়ৰ ভিতৰত কুফাৰ ওচৰ পালেহি। জেয়াদৰ অনুচৰসকলে সংবাদ দিলেহি, "মহাৰাজ এজিদৰ সৈন্যাধক্ষ্য মাৰৱান আৰু ওতবে অলীদ সৈন্যসহ নগৰপ্ৰান্তত উপস্থিত হৈছেহি—কি কৰ্ত্তব্য ?"

জেয়াদে এই সংবাদ শুনি মোছলেমক ক'লে, "বাদশাহ-নামদাৰ। এজিদৰ প্ৰধান সৈন্যধ্যক্ষ মহাবীৰ মাৰৱান আৰু ওতবে অলীদ কুফাৰ অতি ওচৰ পাইছেহি। বোধহয় আজিয়েই নগৰ আক্ৰমণ কৰিব। প্ৰভু চোচেনৰ আশাত ইমানদিনে অপেক্ষা কৰিলো, তেওঁতো আহি নাপালে ; শত্ৰু নগৰৰ বাহিৰত, এতিয়া কি আদেশ দিয়ে ?"

মোছলেমে ক'লে, "আমি কাপুৰুষ নহয়, শত্ৰুৰ আঘাত সহ্য কৰি নগৰ ৰক্ষা কৰিম। মই এতিয়াই মোৰ সঙ্গী সৈন্যসকলক লৈ মাৰৱানৰ গতিৰোধ কৰিম আৰু নগৰ আক্ৰমণত বাধা দি আক্ৰমণ কৰিম। আপুনি যিমান সোনকালে পাৰে কুফাৰ সৈন্য লগত লৈ মোক অনুসৰণ কৰিব। সৈন্যসহ আপুনি মোৰ পিছত থাকিলে ঈশ্বৰৰ কৃপাত মই সহস্ৰ মাৰৱানক তুচ্ছ জ্ঞান কৰো।" এই কথা কৈ মদিনাৰ সৈন্যসকলক মোছলেমে প্ৰস্তুত হবলৈ অনুমতি সঙ্কেত দিলে। মদিনাবাসী এজিদ আৰু এজিদৰ সৈন্যৰ তেজেৰে তৰোৱাল



ৰঞ্জিত কৰিবলৈ সকলো সময়তে প্ৰস্তুত। মোছলেমৰ সাঙ্কেতিক অনুমতি, মাৰৱানৰ সৈতে যুদ্ধৰ অনুমাত্ৰ প্ৰসঙ্গ পাই সৈন্যসকলে 'মাৰ মাৰ' শব্দ কৰি শ্ৰেণীবদ্ধভাৱে মোছলেমৰ সন্মুখত ঠিয় হৈ ৰ'ল। সৈন্যসকলৰ উৎসাহ দেখা পাই মোছলেম দ্বিগুণ উৎসাহত অশ্বত আৰোহণ কৰি মুহূৰ্ত্ততে সৈন্যৰ সৈতে নগৰৰ বাহিৰ হ'ল। কুফাৰ সৈন্যসকলো সুসজ্জিত হৈ প্ৰভু জেয়াদৰ লগত আগবাঢ়িল। মোছলেম নগৰৰ বাহিৰলৈ ওলাই আহি দেখিলে, এজিদৰ চিহ্নিত পতাকাশ্ৰেণী বায়ুৰ সৈতে ক্ৰীড়া কৰিছে, যুদ্ধ বাদ্য বাজি উঠিল। মোছলেমে সৈন্যসকলক ক'লে, "ভাইসকল ! এজিদ, মাৰৱান, ওতবে অলীদৰ ভয়ত হোচেনে মদিনাবাসীৰ কাৰণে, মদিনাবাসী-সকলক বিপদ-উপদ্ৰৱৰ পৰা ৰক্ষাৰ কাৰণে কুফালৈ অহাৰ মনস্থ কৰি আগতে আমাক পঠিয়াই কৈছিল, সেই বিধৰ্ম্মী কাফেৰ তেওঁৰে উদ্দেশ্য, নাইবা আমাৰ প্ৰাণ লবলৈ, নাইবা আমাক যিজনে ইমান সাহায্য কৰিছিল, সেই জেয়াদৰ প্ৰাণ বিনাশ কৰিবলৈ আহিছে। কুফাৰ সৈন্য আহি পাবলৈ এতিয়াও পলম আছে। সময় পালে শত্ৰুৰ বল চতুৰ্গুণ বৃদ্ধি পায়। অপেক্ষা কৰা দৰকাৰ নাই। কুফাৰ সৈন্য আহিব, একেলগে যাম, এনেকৈ সময় নষ্ট কৰি লাভ নাই। আগতে আমি শত্ৰুপক্ষক বাধা দিওঁগৈ।" মোছলেমে সহস্ৰ সৈন্য লৈ শত্ৰুৰ সন্মুখীন হ'ল ; উভয় পক্ষৰ তুমুল যুদ্ধ আৰম্ভ হ'ল।

জেয়াদে কুফাৰ সৈন্য লৈ মোছলেমৰ পিছে পিছে আহি আছিল। নগৰৰ শেষ সীমাৰ তোৰণ পৰ্য্যন্ত আহি দেখিলে ইতিমধ্যে যুদ্ধ আৰম্ভ হৈছে। সৈন্যসকল আচৰিত হ'ল। সকলোৱে পূৰ্ব্ব প্ৰভুৰ আজ্ঞা হঠাতে লঙ্ঘন কৰা বিবেচনাসিদ্ধ নহয় এই ভাবি অপেক্ষা কৰিব ধৰিলে।

আবদুল্লাহ জেয়াদে কবলৈ ধৰিলে, "মই ইমানদিনে মনৰ কথা তোমালোকক কোৱা নাছিলো, আজি কোৱাৰ সময় হৈছে। তোমালোকে মোৰ কথা মনোযোগ দি শুনা। হোচেনক ৰাজ্যদান মোৰ কৌশল মাত্ৰ। মই মহাৰাজ এজিদৰ আজ্ঞাবহ, অনুগৃহীত,

আশ্ৰিত আৰু দামেস্কধিপতি মোৰ একমাত্ৰ পূজ্য। কাৰণ মই তেওঁৰ অধীনস্থ প্ৰজা। হোচেনক কৌশল কৰি বন্দী কৰাই মোৰ আচল উদ্দেশ্য আছিল। ঘটনাক্ৰমে সেয়া নহল। মোছলেমক সেই উদ্দেশ্যে সিংহাসনত বহুৱাইছিলো, সেয়া এক প্ৰকাৰ সম্পূৰ্ণ হ'ল; কিন্তু উদ্দেশ্য সফল নহল। মহাৰাজ এজিদৰ সৈন্য আহি পোৱাত কৌশল কৰি মোছলেমক নগৰৰ পৰা উলিয়াই মহাৰাজ এজিদৰ সৈন্যৰ সন্মুখীন কৰাই দিলো। ৰাজাজ্ঞা প্ৰতিপালিত হ'ল। আমি নগৰৰ বাহিৰলৈ যোৱাৰ কোনো প্ৰয়োজন নাই। আমি যুদ্ধলৈ নাযাওঁ, মোছলেমক সহায় নকৰো। নগৰতোৰণ আৱদ্ধ কৰা,—বলবান সাহসী সৈনিক পুৰুষে নগৰ তোৰণ ৰক্ষা কৰক। মোছলেমৰ জীয়াই থকাৰ আশা নাই। ওতবে অলীদৰ সন্মুখীন হলে মোছলেমে ইহ জগতৰ পৰা বিদায় লব লাগিব। তথাপি যদি মোছলেম প্ৰাণ ৰক্ষাৰ কাৰণে নগৰলৈ আশ্ৰয় লবলৈ আহে নগৰত প্ৰবেশ কৰিবলৈ নিদিবা।" সৈন্যসকলে আবদুল্লাহ জেয়াদৰ আদেশত আচৰিত হ'ল। জেয়াদৰ মনত ইমান কৌশল, ইমান প্ৰতাৰণা। তেওঁলোক খুব আচৰিত হ'ল, কিন্তু কি কৰিব, নগৰদ্বাৰ ৰুদ্ধ কৰি দ্বাৰৰ নিকটবৰ্ত্তী স্থানত এক ঠাইত গোট খাই ৰৈ আছে।

ওতবে অলীদে মোছলেমক আক্ৰমণ কৰিবলৈ সৈন্যসকলক আদেশ দিলে। মোছলেমে বিশেষ পাৰদৰ্শিতাৰে ওতবে অলীদৰ আক্ৰমণক বাধা দি ব্যূহ ৰচনা কৰি শত্ৰু সন্মুখত সৈন্যসকলক থিয় কৰালে। কিন্তু আক্ৰমণ কৰিবলৈ সাহস নহল, আত্মৰক্ষা কৰাটোৱে ভাল বুলি ভাবিলে। কুফাৰ সৈন্য আহি পাইছে নে নাই পিছলৈ চাই মোছলেমৰ মূৰ ঘূৰি গ'ল। জনপ্ৰাণী এটিও নাই, নগৰতোৰণ বন্ধ। মোছলেম হতবুদ্ধি হৈ পৰিল। মোছলেমে ভাবিবলৈ ধৰিলে এয়া নিশ্চয় জেয়াদৰ কৌশল, বুদ্ধি কৰি তেওঁক নগৰৰ বাহিৰলৈ উলিয়াই পঠিয়াইছে। জেয়াদৰ মনত নিশ্চয় কোনো দুৰভিসন্ধি আছিল। হোচেন বধৰ কাৰণে এই মায়াজাল বিস্তাৰ—তাত তেওঁৰ



কোনো সন্দেহ নাথাকিল। ভালেই হৈছে হজৰত কুফালৈ অহা হলে বিপদতে পৰিলহেঁতেন। এতিয়া সেই বিপদ মোৰ মূৰৰ ওপৰত। মোছলেমৰ প্ৰাণ দিও যদি হোচেনৰ প্ৰাণ ৰক্ষা হয় মোছলেমৰ জীৱন সাৰ্থক।" মনে মনে তেওঁ এইদৰে চিন্তা কৰিলে।

মোছলেম হতাশ নহল, কিন্তু তেওঁ নতুন চিন্তাত পৰিল। নিজৰ আৰু কুফাৰ সৈন্যৰ সাহায্য লৈ যি প্ৰকাৰৰ যুদ্ধৰ পৰিকল্পনা কৰিছিল এতিয়া তেওঁ সেয়া পৰিবৰ্ত্তন কৰিব লগা হ'ল। আনফালে ওত্‌বে অলীদেও কিবা ভাবি আগ নাবাঢ়িল। যথা সম্ভব দূৰৈত থাকি দ্বৈৰথ যুদ্ধ কৰাৰ কাৰণে মহাবীৰ ওতবে অলীদে গম্ভীৰ স্বৰেৰে কবলৈ ধৰিলে, "মোছলেম! যদি যুদ্ধ কৰিবলৈ ইমানে হেপাহ, তেনেহলে আহা, আমি দুয়ো যুদ্ধ কৰো; জয় পৰাজয় আমাৰ ওপৰতেই নিৰ্ভৰ কৰিব। অনৰ্থক আনৰ প্ৰাণ বিনষ্ট কৰাৰ আৱশ্যক জানো আছে?"

মোছলেমে তেওঁৰ কথাৰ উত্তৰ নিদি কেইজনমান সৈন্যসহ ওত্‌বে অলীদক আগুৰি ধৰিলে। ওত্‌বে অলীদে অৱস্থা দেখি ক'লে, "মোছলেম! এয়া জানো যুদ্ধৰ ৰীতি, নে বীৰপুৰুষৰ কৰ্ত্তব্য? কোনে তোমাক বীৰ আখ্যা দিছিল? কোৱা মহাৰথি! এয়া জানো মহাৰথী-প্ৰথা?"

মোছলেমে তেওঁৰ কথাত কৰ্ণপাত নকৰি সৈন্যসকলক কলে— "ভ্ৰাতৃসকল! বিধৰ্মীৰ হাতত মৃত্যু ডাঙৰ পুণ্য। প্ৰভু মহম্মদৰ দৌহিত্ৰসকলক, যিসকলে, যি পাপাত্মাসকলে, যি নৰপিশাচসকলে শত্ৰু বুলি ভাবিছিল—তেওঁলোকৰ প্ৰাণবিনাশৰ চেষ্টা কৰি তেওঁলোকৰ হাতত প্ৰাণ বিসৰ্জ্জন দিব পাৰিলে তাতোকৈ ইহ জগতত আনন্দৰ কথা জানো আৰু কিবা আছে? এদিন মৰিম বুলিয়েই জন্মিছো। যি মৰণৰ সুখ—সহস্ৰ সহস্ৰ পাপ থাকিলেও স্বৰ্গসুখ ভোগৰ অধিকাৰী এনে মৰণত জানো কোনোবা সুখী নহৈ নোৱাৰে? আমি যুদ্ধত জয়ী নহওঁ, তাৰ আশাও নকৰিবা। বিধৰ্মীৰ হাতৰ

মৃত্যুৱে আমাক স্বৰ্গসুখৰ অধিকাৰী কৰিব, এই আমাৰ আশা। জয়ৰ আশা নকৰিবা, আজি যুদ্ধ শেষ, আজিয়ে জীৱনৰ শেষ।” মোছলেমে কথা শেষ কৰি ওতবে অলীদৰ প্ৰতি অস্ত্ৰবৰ্ষণ কৰিব ধৰিলে। মাৰৱানে দেখিলে, অলীদৰ পৰমায়ু শেষ হবৰ অৱস্থা. সমুদায় সৈন্য লৈ একেলগে মোছলেমক আক্ৰমণ কৰিলে। ভয়ানক যুদ্ধ আৰম্ভ হ'ল। মোছলেমৰ জীৱনৰ আশা নাই, মোছলেমে দুই হাতেৰে তৰোৱাল ধৰি শত্ৰু সৈন্যক এফালৰ পৰা কাটি যাব ধৰিলে। মাজে মাজে “আল্লাহো আকবৰ” চিঞৰেৰে সৈন্যসকলক উৎসাহিত কৰিব ধৰিলে। ওতবে অলীদ আৰু মাৰৱানে বহু পৰিশ্ৰম আৰু চেষ্টা কৰি মোছলেমৰ লঘুহস্তচালিত চপলবৎ তৰোৱালৰ সন্মুখত তিষ্ঠিব পৰা নাই। মুহূৰ্ত্ততে সৈন্যসকল ছত্ৰভঙ্গ দিবলৈ ধৰিলে। মোছলেমৰ সৈন্য পিছে পিছে খেদি গৈ বিধৰ্ম্মীক কাটিবলৈ ধৰিলে।

আবদুল্লাহ জেয়াদে নগৰতোৰণৰ ওপৰৰ মঞ্চৰ পৰা উভয় দলৰ যুদ্ধ চাই আছিল। তেওঁৰ চকুত পৰিল মোছলেমৰ তৰোৱালৰ আগত কোনোৱে তিষ্ঠিব পৰা নাই। অৱস্থা দেখি জেয়াদ মঞ্চৰ পৰা নামি আহি দ্বাৰ খুলিবলৈ আদেশ দি সৈন্যসকলক মোছলেমক আক্ৰমণ কৰিবলৈ আদেশ দিলে।

ৰাজাজ্ঞাপ্ৰাপ্তিৰ লগে লগে লক্ষ্যাধিক সৈন্যই তুমুল আৰ্তনাদ কৰি মোছলেমক আক্ৰমণ কৰিলে। আবদুল্লাহ জেয়াদ স্বয়ং যুদ্ধলৈ অহাতো মোছলেমৰ দৃষ্টিত পৰা নাই। কোনোফালে লক্ষ্য নকৰাকৈ শত্ৰুসৈন্যক আক্ৰমণ কৰি আছিল।

আবদুল্লাহ জেয়াদ পিছফালৰ পৰা মোছলেমক আক্ৰমণ কৰাৰ উপক্ৰম কৰোতেই ওতবে অলীদে চিঞৰি কবলৈ ধৰিলে, “মোছলেম! ঈশ্বৰৰ নাম লোৱা, তোমাৰ সাহায্যৰ কাৰণে আবদুল্লাহ জেয়াদ আগুৱাই আহিছে।”

মোছলেমে জেয়াদৰ নাম শুনি চমকি উঠি পিচলৈ উভতি চাই



একো উত্তৰ নিদিলে। মাত্ৰ ক'লে “বিধৰ্ম্মীৰ কথাত তেওঁ বিশ্বাস নকৰে, কাফেৰৰ ভক্তিত যি মুছলমান ভোল যাব, তেওঁৰেই এই দশা হব।” মোছলেমে ভয় নাখালে, ক্ষান্ত হৈও পৰাজয় স্বীকাৰ নকৰিলে, পূৰ্ব্ববদৰে যুদ্ধ কৰি থাকিল। চাৰিওফালৰ পৰা অবিশ্ৰান্ত ভাবে মোছলেমৰ শৰীৰ বিদ্ধ হবলৈ ধৰিলে। দেহ তেজেৰে ৰাঙলী হৈ পৰিল। ইমান শত্ৰুসৈন্য মাৰিছে তথাপিও তাৰ শেষ নাই। দিনমণিও গোটেই দিন এই ঘোৰতৰ যুদ্ধ দেখি লোহিতবৰ্ণ হৈ অস্তমিত হ'ল। লগে লগে ইচলামগৌৰব-ৰবি মহাবীৰ মোছলেমো লোহিত বস্ত্ৰৰে আবৃত হৈ জগৎ অন্ধকাৰ কৰি শত্ৰুহস্তত প্ৰাণবিসৰ্জ্জন দি স্বৰ্গবাসী হ'ল। মদিনাৰ এটি প্ৰাণীও বিধৰ্ম্মীৰ হাতৰ পৰা ৰক্ষা নাপালে।

যুদ্ধ শেষ হোৱাত নৰপতি জেয়াদে দৰ্প কৰি কবলৈ ধৰিলে,— “মদিনাৰ শত্ৰুকুল—মহাৰাজ এজিদ-নামদাৰৰ নামৰ বলতেই এনেকৈ নিৰ্ম্মূল হ'ল। যি ভাবি কৌশলজাল বিস্তাৰ কৰিছিলো, বাদশাহ নামদাৰৰ মহাশত্ৰু আজি সবংশে বিনষ্ট হলহেঁতেন, দৈববিপাকত সেয়া নহল। মোছলেমৰ যি দশা হ'ল, প্ৰধান শত্ৰু হোচেনৰ সেই দশাই হলহেতন। পৰিয়াল, সঙ্গী আজি কুফাৰ সিংহদ্বাৰৰ সন্মুখৰ প্ৰান্তৰত মৃত্যু হলহেতেন। ভাগ্যক্ৰমে হোচেন ষষ্টি সহস্ৰ মানুহ লগতলৈ কুফাৰ পথ ভুল কৰি কাৰবালাৰ পথত আগবাঢ়িছে, জেয়াদৰ হাতৰ পৰা ৰক্ষা পালে। সম্পূৰ্ণৰূপে যশ লাভ কৰিব নোবাৰিলো; এয়া মোৰ আক্ষেপ থাকি গ'ল। মদিনাৰ এটি প্ৰাণীও আজি কুফাৰ সৈন্যৰ হাতৰ পৰা ৰক্ষা পোৱা নাই।

গুপ্তচৰৰ মাজৰ পৰা এজনে ক'লে,—“ধৰ্ম্মৱতাৰ মোচলেমৰ পুত্ৰ দুটিৰ মৃত্যু হোৱা নাই, ধৰা পৰি বন্দীও হোৱা নাই। সিহঁত যুদ্ধ শেষ হোৱাৰ লগে লগে নগৰৰ ভিতৰত প্ৰবেশ কৰিছে। কি কৌশলেৰে যে সিহঁত কুফাৰ সৈন্যৰ চকুত ধুলি দি প্ৰাণ বচালে, আৰু এই পৰ্য্যন্ত জীয়াই আছে—এয়াই আচৰিত। দুই ভ্ৰাতা এই নগৰতে আত্মগোপন কৰি আছে।

আবহুল্লাহ জেয়াদে কবলৈ ধৰিলে, "মোছলেমৰ পুত্ৰ দুটি জীৱিত আছে? ভয়ানক কথা? ভুজঙ্গতকৈ যে ভুজঙ্গশিশুৰ বিষ যে মাৰাত্মক সেয়া জানো তোমালোকে নাজানা? এতিয়াই ডঙ্কা বজাই প্ৰচাৰ কৰি দিয়া—যি ব্যক্তিয়ে মোছলেমৰ পুত্ৰদ্বয়ক ধৰি মোৰ ওচৰলৈ লৈ আহিব তেওঁক সহস্ৰ স্বৰ্ণ মুদ্ৰা দিয়া হব। আৰু যি ব্যক্তিয়ে মোছলেমৰ পুত্ৰদ্বয়ক আশ্ৰয় দি গোপনে ৰাখিব—প্ৰকাশমাত্ৰ বিচাৰ নাই—একো শুধিবৰ নাই, দ্বীতিয় আদেশৰ অপেক্ষা নাই—শূলদণ্ডই হব তেওঁৰ জীৱনৰ সহচৰ। শূলদণ্ডকে চিৰ আলিঙ্গন কৰি—প্ৰাণৰ লগত আলিঙ্গন কৰি মজ্জাভেদ কৰি তেওঁ মৰিব লাগিব।"

আদেশমতে ঘোষণা প্ৰচাৰ হ'ল। বহুতে অৰ্থলোভত পিতৃহীন বালকদ্বয়ৰ অন্বেষণত ঘূৰিলে, নানা স্থানত বিচাৰিব ধৰিলে। পৰ্ব্বত, পাহাৰ, বন, জঙ্গল ক'তো বাদ দিয়া নাই।

মোছলেমৰ পুত্ৰদ্বয় ঘোষণা প্ৰচাৰৰ আগতেই এক ভদ্ৰলোকৰ ঘৰত আশ্ৰয় গ্ৰহণ কৰিছিল। সেই ভদ্ৰলোক কুফা নগৰৰ বিচাৰ-পতি (কাজী)। মহাবীৰ মোছলেমৰ কাৰণে আক্ষেপ কৰিছিল। ইতিমধ্যে ঘোষণাৰ বিৱৰণ শুনি কাজী চাহেব দুখিত হ'ল। কি কৰিব। কি উপায়েৰে পিতৃহীন বালক দুটিৰ প্ৰাণ ৰক্ষা কৰিব পাৰে, সেই চিন্তাই কৰিব ধৰিলে। বহু চিন্তাৰ পিচত তেওঁ স্থিৰ কৰি তেওঁৰ জ্যেষ্ঠ পুত্ৰ 'আচাদ'ক মাতি আনি ক'লে, "প্ৰাণাধিক পুত্ৰ। চোৱা—এই পিতৃহীন বালক দুটিৰ প্ৰাণ ৰক্ষাৰ উপায় কৰিব লাগিব। ঘোষণাৰ বিষয়তো শুনিছা। সাবধানে সতৰ্কতাৰে ৰাতি বালকদ্বয়ক লগত লৈ নগৰৰ প্ৰবেশদ্বাৰ পাৰ হবা। কিছুসময় মদিনাৰ পথত অপেক্ষা কৰিলে মদিনাৰ যাত্ৰী অৱশ্যে দেখা পাবা। বহু যাত্ৰীদল প্ৰতি ৰাতি গমন কৰে, আজিও কৰিব, কোনো এটি দলত বালক-দ্বয়ক লগ লগাই দিলে 'কাফেলা'ত লগ হৈ নিৰাপদে তেওঁলোক মদিনা পাবগৈ। বালক দুটিৰো প্ৰাণ ৰক্ষা হব, আমিও নৰপতি জেয়াদৰ ঘোষণাৰ পৰা ৰক্ষা পাম।"



কাজী চাহেবে পঞ্চাটি মোহৰ লগত খাদ্যসামগ্ৰী—বালক দুটিৰ লগত দিলে।

কাজি চাহেবৰ পুত্ৰ আচাদে, পিতৃহীন বালক দুটিক লগত লৈ ৰাতি ঘৰৰ পৰা ওলাই গ'ল। সতৰ্কতাৰে নগৰৰ সিংহদ্বাৰ পাৰ হ'ল। অলপ সময় পিচত—ককুত পৰিল এদল যাত্ৰী মদিনাভিমুখে গৈ আছে, কিন্তু তেওঁলোক ইতিমধ্যে যথেষ্ট দূৰ আগবাঢ়িছে।

আচাদে ক'লে, "ভ্ৰাতৃহঁত! দেখিছা? সৌৱা মদিনাৰ যাত্ৰী গৈ আছে। এনেকুৱা সুযোগ পুনৰ নাপাবা। সেই যাত্ৰী দলৰ লগত লগ হব পাৰিলে ভয়ৰ কাৰণ নাই। তোমালোকক এলাহীৰ হাতত সঁপিলো। যোৱা ভাই। পলম নকৰিবা। ভাই চালাম।" আচাদে বিদায় ললে। ভ্ৰাতৃদ্বয়ে মদিনাৰ যাত্ৰীৰ পিছ ললে। ৰজনী ঘোৰ অন্ধকাৰ। বালিময় পথ। তাৰোপৰি প্ৰাণৰ ভয়, দুই ভায়েকে দৌৰিব ধৰিলে,—আগত যোৱা কাফেলাৰ দিশ লক্ষ্য কৰি দৌৰিব ধৰিলে।

জগৎকাৰণ জগদীশ্চৰৰ মহিমাৰ অন্ত নাই। ভ্ৰাতৃদ্বয় দৌৰি দৌৰি মদিনাৰ পথ ভুল কৰি পুনৰ নগৰৰ ফালে দৌৰিব ধৰিলে—কুফা নগৰৰ ফালেই পুনৰ আহিব ধৰিলে। তেওঁলোকে ভাবিছিল যাত্ৰী দল বেছি দূৰৈত নাই। কিন্তু আশা কৰিলে কি হব? মানুহৰ জানো সকলো আশা পূৰ্ণ হয়? পথ ভুল কৰি পুনৰ কুফা নগৰৰ ফালেই যে আহিছিল, দুই ভায়েকে এই দৈব ঘটনাৰ বিষয়ে একোকে জনা নাছিল। দৌৰি গৈ থাকোতে সন্মুখত মশালৰ পোহৰ দেখিবলৈ পালে। সেয়া লক্ষ্য কৰি দৌৰিব ধৰিলে। তালৈ গৈ দেখে যে যাত্ৰীদল নহয়—ৰাজকীয় প্ৰহৰী দল অস্ত্ৰ-শস্ত্ৰৰে সজ্জিত। প্ৰত্যেকৰ হাততে মশাল। প্ৰহৰীৰ সন্মুখত বালকদ্বয় উপস্থিত হওঁতে তেওঁলোকৰ আকাৰ-প্ৰকাৰ ৰূপ দেখি বুজিবলৈ বাকী নাথাকিল। এতিয়া কলৈ যাবি? সিহঁত দুটিক ধৰি লৈ পুৰস্কাৰৰ লোভত নগৰ কোটলাৰ ওচৰলৈ লৈ গ'ল। নগৰপাল কোটালে উভয় ভ্ৰাতাৰ আকাৰ প্ৰকাৰ দেখি বুজিলে-এই বালক দুটি বীৰবৰ মোছলেমৰ

সাৰ, প্ৰিয় আত্মজ। নগৰপালে ভ্ৰাতৃদ্বয়ৰ ৰূপ-লাৱণ্য দেখি নিজ গৃহত ৰাখি ৰাতিপুৱা মহাৰাজ জেয়াদৰ দৰবাৰলৈ লৈ গ'ল।

কুফাধিপতি মোছলেমৰ তনয়দ্বয়ৰ ৰূপ লাৱণ্য, মুখশ্ৰী, কিঞ্চিৎ কৃষ্ণকেশৰ নয়নৰঞ্জন দৃশ্য দেখি 'শিৰশ্ছেদ কৰ'—এই কথা মুখলৈ আনিব নোৱাৰিলে, মায়াত বশীভূত হৈ ক'লে—"এই বালকদ্বয়ক দ্বিতীয় আদেশ নিদিয়া পৰ্য্যন্ত বন্দীশালত থৈ দিয়া। কাৰাধ্যক্ষক জনাবা, এওঁলোক ৰাজকীয় বন্দী, কোনো প্ৰকাৰৰ যেন কষ্ট নহয়, বন্দী গৃহৰ পৰা যেন পলাব নোৱাৰে; কোনো প্ৰকাৰৰ অসন্মান, অৱমাননা যেন নহয়।"

দুই ভ্ৰাতাই হাতযোৰকৈ তেওঁলোকৰ মনৰ কথা কবলৈ উদ্যোগী হওঁতেই প্ৰহৰীদলে কাৰাগৃহৰ প্ৰধান কাৰ্য্যধক্ষ্যৰ ওচৰলৈ লৈ গ'ল। তেওঁলোকে আবদুল্লাহ জেয়াদৰ আগত এটি কথা কোৱাৰও সুযোগ নাপালে। কাৰাধ্যক্ষ—( নাম মাস্কুৰ ), উভয় ভ্ৰাতাৰ ৰূপমাধুৰী দেখি এওঁলোকেই বীৰ শ্ৰেষ্ঠ মোছলেমৰ হৃদয়ৰ ধন বুলি ধৰি সাদৰ আৰু যত্নৰে তেওঁলোকক স্থান দিলে। বন্দী গৃহত নাৰাখি নিজ ভৱনত উভয় ভ্ৰাতাক আহাৰাদি কৰালে। তেওঁলোকৰ বিশ্ৰামৰ ব্যৱস্থা কৰি দি ভাবিবলৈ ধৰিলে, "ৰাত্ৰি প্ৰভাততে হওঁক, দুদিন পিচতেই হওঁক, নৰপতিয়ে নিশ্চয় এওঁলোকৰ শিৰচ্ছেদ আজ্ঞা প্ৰদান কৰিব। দুই ভাইয়েকক কেনেকৈ ৰক্ষা কৰো?"— বহু চিন্তা কৰি অৰ্দ্ধ নিশা দুই ভ্ৰাতাক টোপনিৰ পৰা জগাই ক'লে, "তোমালোক মোৰ লগত আহা। কোনো চিন্তা নাই। মই তোমালোকক ৰক্ষা কৰিম। এই-খিনি কৰোতে মোৰ অদৃষ্টত যি আছে সেয়া হবই। মোৰ লগত বলা।" মোছলেমৰ পুত্ৰদ্বয় কাৰাধ্যক্ষৰ লগে লগে গল। নগৰৰ পৰা ওলাই দুই ভ্ৰাতাক ক'লে, "তোমালোকে মোৰ কথা মনোযোগ দি শুনা। এই পথেৰে তোমালোক কুদচীয়া নগৰলৈ যোৱাগৈ। ৰাতিপুৱাৰ আগতেই কুদচীয়া নগৰ পাবাগৈ। সেই নগৰত মোৰ ভাই আছে, তেওঁৰ এই নাম—নামটি মনত ৰাখিবা। নাম কলেই



তেওঁৰ বাসস্থান দেখুৱাই দিব। মই যে তোমালোকক পঠিয়াইছো, তাৰ নিদৰ্শন স্বৰূপ এই আঙঠিতো দিছোঁ। সাবধানে ৰাখিবা। একোকে কব নালাগে। এই আঙুঠি মোৰ ভাইক দিলে তেওঁ তোমা-লোকক গন্তব্য স্থানৰ বিষয়ে সুধিব। তোমালোকে মদিনাৰ নাম কবা। যি উপায়েৰে হওঁক, যি কোনো কৌশলেৰে হওঁক, তেওঁ তোমালোকক মদিনালৈ পঠিয়াই দিব। এই আঙঠি লোৱা, খোদাৰ হাতত তোমালোকৰ সঁপি দিলো। কোনো ভয়ৰ কাৰণ নাই—সৰ্ব্ব বিপদৰ পৰা জয় জগদীশে তোমালোকক ৰক্ষা কৰিব।"

ভ্ৰাতৃদ্বয়ে বিশেষভাবে কৃতজ্ঞতা জনাই আঙঠি লৈ বিদায় ললে। —কুদচীয়াৰ পথত আগবাঢ়িল।

দয়াময় এলাহীৰ অভিপ্ৰেত কাৰ্য্যত বাধা দিয়াৰ ক্ষমতা কাৰ আছে? কাৰ ক্ষমতা আছে তেওঁৰ বিধানৰ বিপৰ্য্যয় কৰে? ভাতৃদ্বয় গোটেই নিশা খোজ কাঢ়ি ক্লান্ত হৈ পৰিছিল। জ্যেষ্ঠ ভায়েকে ক'লে "ভাই, বহু দূৰ আহিলো। কুফাৰ পৰা বহু দূৰৈত সেই কুদচীয়া নগৰ এই সেই কুদচীয়া।" ৰাত্ৰিও প্ৰভাত হ'ল। স্থিৰ হৈ বহোতেই চতু-ৰ্দ্দিক উষাৰ আলোক নয়ন ফলকত প্ৰতিফলিত হব ধৰিলে। ভ্ৰাতৃ-দ্বয় নিৰ্ভয়ে বহি আছে, প্ৰকৃতিৰ কল্যাণত ঘটনাচক্ৰত কেনে সাংঘা-তিক ঘটনা হব ধৰিছে—তেওঁলোকে একোকে গম পোৱা নাই! অদৃষ্টলিপি খণ্ডাবলৈ মানুহৰ সাধ্য জানো আছে? ভাতৃদ্বয় গোটেই নিশা বেগাবেগীকৈ আহিছে সত্য:— মনে মনে ভাবিছিল বহুদূৰ আহিছে; এই স্থানত আবদুল্লাহ জেয়াদৰ কাৰণে ভয় খাব নালাগে। হায় অদৃষ্ট! তেওঁলোকৰ ধাৰনা ভুল। কুদচীয়াৰ পথ পাহৰি তেওঁ-লোকে গোটেই ৰাতি কুফা নগৰতে ঘূৰি ফুৰিছে ইফালে ৰাতি পুৱাল। চকুৰ ভুল আতৰিল। প্ৰাণ চমকি উঠিল!– জ্যেষ্ঠ ভ্ৰাতাই ক'লে, "ভাই, আমাৰ কপাল বেয়া। হায়! হায়! কি কৰিলো। প্ৰাণপনে পৰিশ্ৰম কৰি গোটেই নিশা খোজ কাঢ়িলো, কি কপাল! এয়াতো সেই স্থান, আমাক যি স্থানত মস্কুৰে কুদচীয়াৰ পথ দেখুৱাই দি গৈছিল, এয়াইতো সেই স্থান।" কনিষ্ঠ ভ্ৰাতায়ো চমকি উঠি

ক'লে, "ওঁ। ভাই! ঠিক কথা! যি স্থানৰ পৰা তেওঁ বিদায় লৈছিল, এয়াই সেই ঠাই।

এব্ৰাহিম! এইবাৰ আমাৰ জীয়াই থকাৰ উপায় নাই। এতিয়া উপায়? এবাৰ নহয় দুবাৰ একে ভুল। পুনৰ আশা নাই? ভ্ৰাতঃ! এইবাৰ ৰজা জেয়াদে আমাক এৰি নিদিয়ে।'

এব্ৰাহিমে ক'লে, "নিৰাশ হৈ এই স্থানত বহি থকা উচিত নহব। সূৰ্য্যোদয় হলেই আমি সেই বাগানৰ ভিতৰত লুকাই থাকিম। কোনো প্ৰকাৰে দিনতো পাৰ কৰি দিব পাৰিলেই বোধহয় জীয়াই থাকিম। ৰাতি হলে পুনৰ মদিনাৰ পথ ধৰিম।"

মহম্মদে ক'লে,—'ভাই উঠা, পলম কৰি লাভ নাই।'

কনিষ্ঠৰ হাতত ধৰি জ্যেষ্ঠ ফলৰ বাগানলৈ গৈ দেখিলে,—সৰু বৰ বহু বৃক্ষপূৰ্ণ বাগান। বাগানৰ ভিতৰত পানীৰ নহৰ বৈ আছে। ভ্ৰাতৃদ্বয়ে এই গছ সেই গছৰ সন্ধান কৰি নহৰৰ ওচৰৰ পুৰণি এজোপা বৃক্ষৰ আড়ালত দুই দেহ সাৱটা-সাৱটি কৰি এফেলগে সাধ্যানুসাৰে আত্মগোপন কৰিলে; কিন্তু এফালে যে অনাবৃত আছিল সেইফালে তেওঁলোকৰ দৃষ্টি নগ'ল। সেই বৃক্ষৰ ছায়া নহৰৰ পানীত পৰি ভাহিছিল; মৃদু বায়ুৰ আঘাতত সেই ছাঁয়াবোৰ যেতিয়া কঁপিছে, কেতিয়াবা ক্ষুদ্ৰ বৃহৎ আকাৰ ধাৰণ কৰি পানীৰ মাজত প্ৰতিফলিত হৈছে। পানীৰ ক্ষুদ্ৰ ক্ষুদ্ৰ তৰঙ্গৰ সৈতে বৃক্ষৰ ছায়া হালি-জালি ঘূৰি ফুৰিছে। ভ্ৰাতৃদ্বয় সেই বৃক্ষৰ গাত মিলি বহি আছে, অনাবৃত থকা ফালে তেওঁলোকৰ ছাঁয়া পানীত পৰি বৃক্ষ ছাঁয়াৰ লগত কম্পিত আৰু সঙ্কুচিত হৈছিল আৰু প্ৰশস্ত, স্থূল, সূক্ষ্ম, দীৰ্ঘ প্ৰভৃতি নানা প্ৰকাৰ আকাৰ ধাৰণ কৰিছিল।

বাগানৰ এফালে এক ভদ্ৰলোকৰ বাসস্থান। সেই ভদ্ৰলোকৰ ঘৰৰ পৰিচাৰিকাই নহৰৰ পানী নিবলৈ আহি ঢৌ তুলি কলহ পূৰ্ণ কৰি থাকোতে হঠাৎ বৃক্ষছাঁয়াৰ প্ৰতি তেওঁৰ দৃষ্টি পৰিল। অনাবৃত বৃক্ষৰ ছাঁয়াৰ ফালে চাওঁতে অন্য একপ্ৰকাৰ ছাঁয়া দেখি পৰিচাৰিকাই কলহ পানীত ডুবুৱাই চিন্তা কৰিব ধৰিলে, সেই ছাঁয়া



কিহৰ ছাঁয়া—ঠিক যেন দুটি জোৰা মানুহৰ দৰে দেখা গৈছে। কাণ, ঘাড়, পিঠি স্পষ্টকৈ দেখা গৈছে,—কি কথা! ভাবি একো ঠিক কৰিব নোৱাৰিলে। কলহত পানী ভৰাই থৈ এখোজ দুখোজ কৰি পৰিচাৰিকা সেই বৃক্ষ জোপাৰ ওচৰলৈ গৈ দেখিলে, দুটি বালক উভয়ে উভয়ক সাৱটি ধৰি যেন এক দেহ হৈ আছে। পৰিচাৰিকাই বালকদ্বয়ৰ অৱস্থা দেখি অন্তৰত আঘাত পালে। তেওঁৰ হৃদয় কান্দি উঠিল- তোমালোক দুজন এনেকৈ কিয় আছা। মোক দেখি কিয় ভয় খাইছা? মোৰ আগত সকলো কথা কোৱা, কোনো ভয় নাই। তোমালোক মোৰ সন্তানৰ লেখীয়া।

ভ্ৰাতৃদ্বয়ৰ মুখত কোনো কথা নাই। তেওঁৰ কথা শুনি দুই ভায়েকে আগতকৈ জোৰে দুয়ো দুয়োকে সাৱটি ধৰিলে। পৰিচাৰিকা আৰু ওচৰলৈ গৈ সুধিলে,—তোমালোক জানো মহাবীৰ মোছলেমৰ নয়নৰ পুতলা, হৃদয়ৰ ধন নহয়? ইমান ৰূপ 'কুফা'ত কোনো লৰাৰে নাই। তোমালোকৰ কোনো ভয় নাই। মই সাৱধানে ৰাখিম। ৰজাৰ আদেশ শুনিছোঁ। সেই কাৰণে ভয় নকৰো। মই তোমালোকৰ কথা কতো প্ৰকাশ নকৰো।

ভ্ৰাতৃদ্বয় বৃক্ষৰ আড়ালৰ পৰা ওলাই আহি পৰিচাৰিকাৰ লগে লগে যাব ধৰিলে। দয়াবতী নাৰী বালকদ্বয়ক গাত্ৰবস্ত্ৰৰে আবৰণ দি আপন গৃহকৰ্ত্ৰীৰ ওচৰলৈ লৈ গ'ল।

বালকদ্বয়ৰ কথা কুফা নগৰত গোপন হৈ থকা নাই। ধৰি দিব পাৰিলে পাঁচ সহস্ৰ মোহৰ পুৰস্কাৰ, আশ্ৰয় দিলে শূলত প্ৰাণ যাব। গৃহকৰ্ত্ৰীয়ে সকলো কথা গম পাইও দুই ভায়েকক ক'লে, "বাছাহঁত! তোমালোকৰ প্ৰতি যিয়ে দয়া দেখুৱাব, তেওঁৰ ভালৰ বাহিৰে বেয়া নহয়। মই তোমালোকৰ মা, মোৰ ওচৰৰ পৰা কোনোৱে লৈ যাব নোৱাৰে। খোদা তোমালোকৰ ৰক্ষক' গৃহিণীয়ে দুই ভ্ৰাতাক নিৰ্জ্জন গৃহত থৈ আহাৰাদি খুৱালে। গৃহিণীয়ে ক'লে, "বাছাহঁত তোমালোকে একো কথাবাৰ্ত্তা নকবা। মনে মনে এই

বিছনাত শুই থাকিবা। পুনঃ আহাৰৰ সময় হলে মই আহি তোমালোকক দি যামহি। তোমালোক এতিয়া শুই থকা গোটেই নিশা উজাগৰে আছা।"

যি ঘৰৰ কৰ্ত্ৰী দয়াবতী, সেই ঘৰৰ পৰিচাৰিকাসকলো সাধাৰণতে অনুৰূপ হৈ থাকে। দেখা গ'ল—বালকদ্বয়ৰ কৰ্ত্ৰী আৰু পৰিচাৰিকাৰ বাহিৰে আনে গম নাপালে।

গৃহকৰ্ত্তাৰ নাম হাৰেচ্। তেওঁ ঘৰত নাছিল। কাৰ্য্যবশতঃ ৰাতিপুৱাতেই নগৰলৈ গৈছিল। দিন শেষ কৰি ৰাতি এক প্ৰহৰ পিচত ঘৰলৈ উভতি আহিছে। গৃহিণীয়ে বিলম্বৰ কাৰণ সোধাত ক'লে "নকবা! মোৰ কপাল বেয়া, মোৰ চকুত পৰিব কিয়? গোটেই দিন কিমান ঠাইত বিচাৰিলো। মোৰ এই কপালত থাকিব কিয়? ইমান পৰিশ্ৰম অথলে গ'ল।

গৃহিণীয়ে ক'লে, "আচল কথাতো নকলে।

হাৰেচে দুখ কৰি কবলৈ ধৰিলে, "তোমাক কি কম? আমাৰ বাদশাহ জেয়াদে মদিনাৰ হজৰত হোচেনক প্ৰাণে মাৰিবৰ কাৰণে মিছা সপোন, মিছাকৈয়ে ৰাজ্যদানৰ কথা কৈ হজৰত হোচেনক—"

গৃহিণীয়ে ক'লে, "সেইবোৰ কথা জানো। হজৰত হোচেনৰ আগতে মোছলেম আহিছিল। কৌশল কৰি তেওঁক মৰাৰ কথাও জানো৷

"তেনেহলে তুমিতো সকলো কথা জনাই। সেই মোছলেমৰ দুই পুত্ৰ পলাইছে। তেওঁলোকৰ কাৰণে ৰজাই ঘোষণা কৰিছে—ধৰি দিব পাৰিলে এক হাজাৰ মোহৰ পুৰস্কাৰ দিব। প্ৰথমতে তেওঁলোক নগৰৰ কোটোৱালৰ হাতত ধৰা পৰিছিল। বাদশাহ নামদাৰৰ দৰবাৰত হাজিৰ কৰোতে আমাৰ বাদশাহে লৰা দুটিৰ মুখৰ ভাব, সুশ্ৰী সুন্দৰ মুখ দুখনি আৰু দেহৰ গঠন দেখি শিৰচ্ছেদৰ আদেশ দিব নোৱাৰিলে। বন্দীখানাত কয়েদ কৰিবলৈ হুকুম দিছিল। বন্দীশালৰ প্ৰধান কৰ্ম্মচাৰী মস্কুৰে লৰা দুটিৰ ৰূপত মোহ গৈ তেওঁলোকৰ এৰি দিয়ে। বাদশাহ-নামদাৰৰ এই কথা কাণত পৰাত মস্কুৰৰ শিৰচ্ছেদ কৰা হৈছে। আজি আকৌ নতুন ঘোষণা হৈছে, যিজনে লৰা দুটিক ধৰি দিব পাৰিব তেওঁক পাঁচ হাজাৰ মোহৰ পুৰস্কাৰ দিব। যিজনে আশ্ৰয় দান কৰি গোপনে ৰাখিব, মস্কুৰৰ দৰে তেওঁৰ শিৰচ্ছেদ কৰা হব। মই মোছলেমৰ লৰা দুটিৰ কাৰণে খোৱা-বোৱা এৰি কিমান বিচাৰিলো। ধৰি দিব পাৰিলেই পাঁচ হাজাৰ মোহৰ। ইমান সন্ধান কৰিলো একো লাভ নহল। নগৰৰ প্ৰায় মানুহে লৰাদুটিৰ সন্ধানত চাৰিওফালে ঘূঁৰি ফুৰিছে।



গৃহিণীয়ে ক'লে "হায়, হায়! সেই পিতৃহীন অনাথ বালক দুটি ধৰি বাদশাহক দিলে পাঁচ হাজাৰ মোহৰ হয়তো পাবা কিন্তু আন এটি হৃদয় বিদাৰক মৰ্মান্তিক কথা জানো তোমাৰ মনত উদয় হোৱা নাই? নিৰপৰাধ বালক দুটিক পালে কঠিন হৃদয়ৰ জেয়াদে জানো তেওঁলোকক স্নেহ কৰি যত্নত ৰাখিব, নে মদিনালৈ পঠিয়াই দিব? বালক দুটিৰ শিৰচ্ছেদ হুকুম প্ৰদান কৰিব। তেতিয়া বালক দুটিৰ বধৰ উপস্থিত কাৰণ হব। তাৰ পৰিবৰ্ত্তে কিছু মোহৰ পাবা। সেই মোহৰবোৰ কিমান দিন থাকিব?

তুমি বুজিবা কি? মোছলেমৰ শিশুৰ শিৰচ্ছেদ হব, তাতে তোমাৰ কি? ৰজা জেয়াদে মোছলেমক মাৰিছে তেওঁৰ শিশু দুটিকো মাৰক। মাজতে তোমাৰ আমাৰ পাঁচ হাজাৰ লাভ হব।

গৃহিণী অতিশয় দুখিত হ'ল। স্বামীৰ মুখলৈ চাই কবলৈ ধৰিলে,—চোৱা, তোমাৰ কথাত বাদ প্ৰতিবাদ নকৰো। বাধাও নিদিও। তোমাক উপদেশ দিয়াৰ ক্ষমতা নাই। মই তোমাক মিনতি কৰিছোঁ, সবিনয়ে প্ৰাৰ্থনা কৰিছোঁ, তুমি মোছলেমৰ শিশু দুটিৰ সন্ধানত পুনৰ নাযাবা – এয়াই প্ৰাৰ্থনা। তোমাৰ মোহৰ মোক নালাগে, পিতৃহীন বালকদ্বয়ৰ তেজেৰে ৰঞ্জিত–মোহৰ মই চকুৰেও নাচাও। জীৱন কেইদিনৰ। ঈশ্বৰৰ ওচৰত কি উত্তৰ দিবা? মই তোমাৰ ভৰিত ধৰি অনুৰোধ কৰিছোঁ, তুমি লোভৰ বশীভূত হৈ এনেকুৱা কাৰ্য্য নকৰিবা।

হাৰেচে স্ত্ৰীৰ কথা শুনি খঙত জ্বলি পকি উঠি ক'লে, "চুপ! চুপ! নাৰীজাতিৰ মুখত ধৰ্ম্মৰ কথা শুনিব খোজা নাই। এতিয়া খাবলৈ কি আছে লৈ আহ।' অলপ বিশ্ৰাম লৈ পুনৰ সন্ধানত ওলাই যাম। চাওঁ কপালত কি আছে।"

হাৰেচৰ স্ত্ৰীয়ে পুনৰ একো কথা নকলে। স্বামীৰ আহৰৰ আয়োজন কৰি দিলে। হাৰেচে আহাৰাদি কৰি শয়ন কৰিবলৈ গ'ল। ইমান পৰিশ্ৰমতো তেওঁৰ নিদ্ৰা নাই। লৰা দুটিৰ কথা, পাঁচহাজাৰ মোহৰৰ কথা চিন্তা কৰি শেষত টোপনি গ'ল।

গৃহিণীয়ে দেখিলে,—স্বামী ঘোৰ নিদ্ৰাত অচেতন। কি উপায়েৰে বালক দুটিক ৰক্ষা কৰিব, এই চিন্তা কৰি পৰামৰ্শত বহিল। এই পৰ্য্যন্ত তেওঁ আৰু পৰিচাৰিকা বাদে ঘৰৰ আন কোনোৱে বালকদ্বয়ৰ কথা নাজানে। এতিয়া বাধ্য হৈ স্বামীৰ মনোভাবৰ কথা গম পাই, তেওঁৰ মুখৰ কথা শুনি দয়াবতী স্নেহময়ী ৰমণী অস্থিৰ হৈ পৰিল। কেনেকৈ পিতৃহীন বালকদ্বয়ক ৰক্ষা কৰিব? সত্য কথা প্ৰকাশ হলে বালক দুটিৰ মূৰ কটা যাব এনেকি নিজৰ প্ৰাণৰ আশাও ক্ষীণ। স্বামী পুৰস্কাৰৰ লোভত স্ত্ৰীৰ বিৰোধী হব পাৰে। এইবোৰ চিন্তা কৰি তেওঁ আৰু দুজনৰ লগত পৰামৰ্শ কৰি কাৰ্য্য কৰাই স্থিৰ কৰিলে।

এজন তেওঁৰ গৰ্ভজাত পুত্ৰ;--বুদ্ধিমান বিচক্ষণ-দয়াৰ শৰীৰ। সেই শৰীৰত পিতাৰ গুণ কম আছিল, মাতাৰ গুণ অধিক। তেওঁ এজন, আৰু এজন, তেওঁৰ গৰ্ভজাত পুত্ৰ নহয়,-পালিত পুত্ৰ। শৈশৱৰ পৰাই লালন-পালন কৰি ডাঙৰ কৰিছে। সেই পালিত পুত্ৰ তেওঁৰ গুণৰ অধিকাৰী হৈছে। তেওঁও তেওঁৰ সম্পূৰ্ণ বিশ্বাসী। অন্যায় কাৰ্য্য হলেও প্ৰতিবাদ নকৰে। পালিত পুত্ৰ তেনেকুৱা নহয়। তেওঁ জননীৰ অনুগত--বাধ্য। হাৰেচে অন্যায় কথা কলে অকপটে নিৰ্ভয়ে প্ৰতিবাদ কৰে। তেওঁৰ মনৰ ধাৰণা এই,--"যিজনৰ শৰীৰৰ তেজেৰে মোৰ জীৱন ৰক্ষা হৈছে, দেহ বৃদ্ধি হৈছে, যি গৰাকীৰ স্নেহ-মমতা, অনুগ্ৰহত মই ইমান ডাঙৰ হৈছোঁ, তেওঁ মোৰ সৰ্ব্বস্ব--তেওঁ মোৰ



পূজনীয়া। তেওঁৱেই মোৰ মুক্তিদাত্ৰী মাতা--মাতাই মোৰ সম্বল--মাতাই মোৰ বল।"

হাৰেচৰ স্ত্ৰীয়ে ৰাতি মনে মনে দুই পুত্ৰক মাতি আনিলে। পালিত পুত্ৰক ক'লে, "বাবা। তুমি মোৰ পেটত নজন্মিলেও মই তোমাৰ নিজৰ বুকুৰ গাখীৰ দি প্ৰতিপালন কৰিছোঁ। বাবা! তুমি মোৰ শৰীৰৰ সাৰ অংশৰ দ্বাৰা প্ৰতিপালিত হৈছা। মোৰ শৰীৰৰ তেজ-মঙহৰে তোমাৰ দেহ-পুষ্টি হৈছে।" পিছত নিজ গৰ্ভজাত পুত্ৰৰ হাতত ধৰি ক'লে, "বাবা! তুমি যেনেকুৱা এওঁও (পালিত পুত্ৰৰ হাত ধৰি) এওঁও তেনেকুৱা। পৰিচাৰিকাক যি কবলৈ দিছিলো সকলো কথা তোমালোকক দুয়োকে ঠিক সেইদৰে কৈছে। তোমা-লোক দুয়ো সকলো কথা শুনিছা। এতিয়া সেই বালক দুটিৰ ৰক্ষাৰ উপায় কি হব? মই ভাবিছিলো--তোমালোকৰ পিতৃ আহিলে বালক দুটিৰ কথা কম। ভাবিছিলো তেওঁ ইহঁতৰ কাৰণে দুখ কৰিব সিহঁতৰ ৰক্ষাৰ উপায় উলিয়াব। এতিয়া দেখিছোঁ তেওঁৱে সিহঁতৰ সংহাৰক। মোহৰৰ লোভত বালক দুটিক ধৰিবৰ যৎপৰোনাস্তি চেষ্টা কৰি আছে। টোপনিৰ পৰা উঠি পুনৰ সিহঁতৰ অন্বেষণত ওলাব। তেওঁ যদি বালক দুটিৰ সন্ধান পাই সিহঁতৰ ৰক্ষা নাই। বৰ্ত্তমান তোমালোক দুয়োজন মোৰ সহায় সম্বল, তোমালোকে যদি মোক সহায় কৰা পিতৃহীন বালক দুটিৰ প্ৰাণ ৰক্ষা হব।

ভায়েক দুজনে ক'লে, "মা! আপুনি ব্যস্ত নহব। আমি সকলো শুনিছোঁ। আপুনি উতলা নহব। পিতা গুৰুজন, তেওঁৰ নিন্দা নকৰো। আমি তেওঁৰ অৰ্থ লালসাৰ কথা শুনি দুখ পাইছোঁ। কি কৰিম তেওঁৰ কথাত প্ৰতিবাদ কৰা মহাপাপ। আপুনি নিশ্চিন্ত থাকক। ৰাতি দুই প্ৰহৰ অতীত হলে বালকদ্বয়ক লগত লৈ মদি-নাৰ পথত গৈ তেওঁলোকক থৈ আহিম।"

মাকে তেওঁলোকৰ কথা শুনি ক'লে, "বাবা! তোমালোকে অঙ্গীকাৰ কৰা বালকদ্বয়ক যেনেকৈ হওঁক ৰক্ষা কৰিবা।"

পুতেক দুজনে অঙ্গীকাৰ কৰি ক'লে, "মা, আপুনি এই কথা জানিব বালকদ্বয়ৰ অনিষ্ট সম্বন্ধে আমি পিতাৰ কোনো কথা নুশুনো। বৰং তেওঁ বিৰোধী হম। আপোনাৰ আদেশ পালন কৰোতে যদি প্ৰাণো যায় তথাপিও আপোনাৰ আদেশৰ অন্যথা নকৰো।"

দুই পুত্ৰ আৰু গৃহিণী এটি কোঠাত পৰামৰ্শ কৰিছিল। অইন এটি কোঠাত ভ্ৰাতৃদ্বয় শুই আছে। আন এটি কোঠাত হাৰেচ শুই আছে। ঈশ্বৰৰ মহিমাৰ অন্ত নাই। মহম্মদ আৰু এব্ৰাহিম নিৰ্জ্জন কোঠাত নিদ্ৰাত মগ্ন, হঠাতে মহম্মদ টোপনিৰ পৰা উঠি কান্দি কান্দি এব্ৰাহিমক টোপনিৰ পৰা জগাই ক'লে; "ভাই! পুনৰ টোপনি নাযাবা। মই এটি সপোন দেখিছিলো— তাৰ বিবৰণ শুনা। সপোনত পিতাক দেখিছিলো। আচৰিত সপোন। সপোনত দেখিলো স্বৰ্গৰ দ্বাৰ হঠাৎ খোল খাই গৈছে। স্বৰ্গীয় সৌৰভত জগৎ আমোদিত আৰু মোহিত হ'ল। দেখিলো স্বৰ্গীয় উদ্যানত হজৰত মহম্মদ ৰচুল মকবুল (দঃ) হজৰত আলী (কঃ), হজৰত বিবি ফাতেমা জোহৰা আৰু হজৰত হাচান উদ্যানত ভ্ৰমণ কৰি আছিল। পিতৃদেৱে তেওঁলোকক অনুসৰণ কৰি আছে। আমি দুই ভাই আঁতৰত ঠিয় হৈ আছোঁ। ইতিমধ্যে হজৰত ৰচুল মকবুলে আমাৰ পিতৃদেৱক সম্বোধন কৰি কৈছিল—মোছলেম! তুমি গুচি আহিলা, আৰু তোমাৰ পুত্ৰ দুটিক জালেমৰ হাতত থৈ আহিলা?"

পিতৃদেৱে হাতযোৰ কৰি নিবেদন কৰিছিল—"হজৰত! এলাহীৰ কৃপাত তেওঁলোকো অহা কালি ইন্‌শা আল্লাহৰ পবিত্ৰ পদ-চুম্বনৰ কাৰণে আহিব।"

এব্ৰাহিমে ক'লে,—"ভাই, মইও সেই সপোনে দেখিছোঁ। পুনৰ চিন্তা নাই? ৰাত্ৰি প্ৰভাত হলেই আমি পিতৃদেৱৰ ওচৰলৈ যামগৈ। আহা ভাই, আমি শেষ বাৰৰ কাৰণে সাবটা সাবটি কৰি শুই থাকো। জগতত আজি আমাৰ শেষ নিদ্ৰা। আমাৰ পৰমায়ুও শেষ।" দুই ভায়েকে উচ্চৈঃস্বৰে কান্দিবলৈ ধৰিলে। পাপমতি



হাৰেচৰ নিদ্ৰাভঙ্গ হ'ল। হুৰমুৰকৈ শয্যা ত্যাগ কৰি স্ত্ৰীক সুধিলে, "আমাৰ ঘৰত বালকৰ ক্ৰন্দন। কোনে কান্দিছে। ক'ত সিহঁত? কৰপৰা আহিছে? কোনে তোমাক আনি দিলে। প্ৰদীপ জ্বলোৱা। সিহঁতক মোৰ ওচৰলৈ লৈ আহা।"

হাৰেচ-জায়া নীৰব। কাৰণ, দুৰ্দ্দান্ত স্বামীৰ নিদ্ৰাভঙ্গ—প্ৰদীপ জ্বলাবলৈ নিৰ্দ্দেশ, যিয়ে কান্দিছে তেওঁৰ ওচৰলৈ লৈ আহিব লাগে- "এইবোৰ কথা শুনি সতী-সাধ্বী দয়াবতীৰ প্ৰাণপখী যেন দেহ পিঞ্জৰাৰ পৰা ওলাই যাব খুজিছে। কি কৰিব, কলৈ যাব—তেওঁ নীৰব হৈ থাকিল। হাৰেচে গৃহিণীৰ ভাব দেখি আচৰিত হ'ল। গৃহিণীক নিৰ্ব্বাক দেখি নিজে প্ৰদীপ জ্বলাই যি গৃহৰ পৰা ক্ৰন্দন-শব্দ আহিছিল, সন্ধান কৰি প্ৰদীপ হাতত লৈ গৃহত প্ৰবেশ কৰিলে। গৈ দেখিলে—দুটি বালক সাবটাসাবটি কৰি শুই কান্দি আছে। তেওঁ দেখি আচৰিত হ'ল। অস্ফুটস্বৰে ক'লে, 'তহঁত কোন? মোৰ ঘৰত এনেহেন ৰূপবান বালক দুটি শয়নাৱস্থাত কান্দে কিয়?" কৰ্কশমাতেৰে ক'লে,—তোমালোক কোন? কান্দিছা কিয়? কোন তোমালোক?"

বালকদ্বয়ে সভয়ে উত্তৰ দিলে, "আমি হজৰত মোছলেমৰ পুত্ৰ।" হাৰেচ উচপ খাই উঠি ক'লে, "মোছলেমৰ পুত্ৰ। তোমালোকে মোছলেমৰ পুত্ৰ। মই কেনে মুৰ্খ—কেনে পাগল। ঘৰত চিকাৰ থাকোতেই মই বনত ঘূৰি ফুৰিছোঁ। পাঁচ হাজাৰ মোহৰ নিজে আহি ঘৰ সোমাইছে! এতিয়া কি কৰো। ৰাতি প্ৰভাত হবলৈ বহু বাকী।" কথা কৈ থাকোতে ইজনৰ জোলফৰ সৈতে আনজনৰ জোলফৰ লগত বান্ধি দিলে। চুলিত টান লগাত দুই ভায়েকে কান্দিব ধৰাত হাৰেচে—নিৰ্দ্দয় হাৰেচে উভয় ভ্ৰাতাৰ সুললিত কোমল গণ্ডত সজোৰে থপৰিয়াই ক'লে,—"চুপ! চুপ! কান্দিলে এতিয়াই মূৰ ভাঙিম।"

লগে লগে দুই ভ্ৰাতাৰ হস্ত বন্ধন কৰি, দ্বাৰত জিঞ্জিৰি লগাই, বাহিৰত হাতত তৰোৱাল লৈ বহিল। স্বগত কবলৈ ধৰিলে,—

“পুনৰ শুবলৈ নাযাও। প্ৰভাততে মইৰৰ থলি, মোহৰৰ ঝনঝননি এইবাৰ সুখৰ সীমা নাই।”

গৃহিণীয়ে কান্দি কান্দি কবলৈ ধৰিলে, “লৰা দুটিৰ প্ৰতি দয়া কৰা।”

হাৰেচে ক’লে, “দয়াতো কৰিমেই, ৰাতি হৈ আছে বুলিয়ে দয়া দেখুৱাব পৰা নাই, কিছু সময় পিছত দয়া মায়া দেখিবলৈ পাবা।”

“চোৱা তুমি মোৰ স্বামী। তোমাৰ ভৰিত মূৰ থৈ কৈছোঁ, লৰা দুটিৰ প্ৰতি কোনো অত্যাচাৰ নকৰিবা। এতিমৰ প্ৰতি কোনো ধৰণৰ কৰ্কশ ব্যৱহাৰ কৰিব নাপায়। লৰা দুটিৰ প্ৰতি দয়া কৰা। টকা কিমান দিন থাকিব?”

হাৰেচে স্ত্ৰীক পদাঘাত কৰি ক’লে—‘দূৰ হ হতভাগিনী, দূৰ হ! মোৰ সন্মুখৰ পৰা আতৰি যাগৈ। তোৰ কথা নুশুনো। পাঁচ হাজাৰ মোহৰ বুঢ়ীৰ কান্দোনত এৰি দিম? চা, পুনৰ যদি মোৰ ওচৰলৈ আহ তোৰ মূৰ কাটি পেলাম।

“তইঁতে ভাবিছ কি? মোৰ চকুত টোপনি নাই। তইঁতৰ চকুতো টোপনি নাই। তইঁতে কেতিয়াও নাভাবিবি যে মোছলেমৰ পুত্ৰ দুটি মোৰ হাতৰ পৰা ৰেহাই পাব, মই এয়াও বুজিছোঁ, মোছলেমৰ পুত্ৰ দুটিক জীৱন্তে মহাৰাজ জেয়াদৰ দৰবাৰলৈ লৈ যাবলৈ মোৰ নিচিনা মানুহৰ সাধ্য নাই। পথতে ওলালে চাৰিওফালে পুৰস্কাৰলোভী গুণ্ডাৰ দলে বালক দুটিক জোৰ কৰি মোৰ হাতৰ পৰা লৈ যাব। কেনে অন্যায় কথা। ধৰিলো মই—পুৰস্কাৰ পাম মই, যিজনৰ বল বেছি মহাৰাজ জেয়াদৰ দৰবাৰত উপস্থিত কৰাই ঘোষিত পুৰস্কাৰ লব। টকাৰ লোভ ডাঙৰ লোভ। মই সেইবোৰত নাই। ৰাত্ৰি প্ৰভাত হলেই মোছলেম পুত্ৰদ্বয়ৰ মূৰ কাটি লৈ ৰাজদৰবাৰত উপস্থিত হ’ম। তাতেই আশা পূৰ্ণ, কাৰ্য্যসিদ্ধি। তাতেই মহাৰাজ জেয়াদ সন্তুষ্ট হ’ব।”

স্ত্ৰীক সম্বোধন কৰি হাৰেচে ক’লে, “তই তিৰোতা মানুহ। তই কি বুজিবি? লৰা দুটিকো যি দেখিছোঁ পাগলী মাকৰ কথাত পাগল



হৈছে। মোৰ চকুত টোপনি নাই।” ইফালে ৰাত্ৰি প্ৰভাত হ’ল—কুকুটদলে সপ্তম স্বৰত কুফা নগৰক জাগ্ৰত কৰিব ধৰিলে।

হাৰেচে ৰাতিপুৱাই মোছলেমৰ পুত্ৰদ্বয়ক ৰান্ধি ঘোঁৰাৰ পিঠিত তুলি ফোৰাত নদীৰ পাৰলৈ যাব ধৰিলে। হাৰেচৰ দুই পুত্ৰ তেওঁৰ পিছে পিছে গ’ল। গৃহিণীও পিছে পিছে পাগলৰ দৰে যাব ধৰিলে। গৃহিণীয়ে দুই পুত্ৰৰ লগত গোপনে পৰামৰ্শ কৰিছিল, যি কোনো উপায়ে তেওঁলোক তিনিওজনে বালক দুটিক ৰক্ষা কৰিব। পুত্ৰদ্বয়ে মাতাৰ পদস্পৰ্শ কৰি প্ৰতিজ্ঞা কৰিছিল—“শৰীৰত প্ৰাণ থকালৈকে, মোছলেমৰ পুত্ৰৰ দেহ বিচ্ছিন্ন হবলৈ নিদিওঁ।” দৌৰি দৌৰি সকলোৰে নদী তীৰত উপস্থিত হ’ল।

হাৰেচে পলম কৰিব খোজা নাই। দুই ভ্ৰাতাৰ মূৰ জেয়াদৰ দৰবাৰত উপস্থিত কৰিব পাৰিলেই তেওঁৰ প্ৰথম কাৰ্য্য শেষ। দ্বিতীয় কাৰ্য্য মোহৰ গণোতেই যি সময় লাগিব। এইভাবে কাৰ্য্যপ্ৰণালী মনে মনে স্থিৰ কৰি বালক দুটিৰ শিৰ কটাত আগ্ৰহী। তেওঁ বালক দুটিক ঘোঁৰাৰ পৰা নমাই মাটিত থিয় কৰালে। মৃত্যুৰ কথা ভাবোতেই হৃদয়ত ভয়ৰ সঞ্চাৰ হ’ল। প্ৰাণৰ মায়া কাৰ নাই? মোছলেমৰ পুত্ৰদ্বয় হাৰেচৰ সন্মুখত দণ্ডায়মান। খোলা তৰোৱাল হাতত লৈ হাৰেচে বালক দুটিক নিৰীক্ষণ কৰিলে।

দুই ভায়েকে কান্দি কান্দি কবলৈ ধৰিলে,—“দোহাই তোমাৰ। আমাক প্ৰাণে নামাৰিবা। আমাক এৰি দিয়া। পুনৰ কুফালৈ কেতিয়াও নাহো।”

বালকদ্বয়ৰ কাতৰ ক্ৰন্দনত পাষাণ প্ৰাণ হাৰেচৰ একোৱে নহল। হাৰেচে বালকদ্বয়ক লক্ষ্য কৰি তৰোৱাল উত্তোলন কৰিলে, কিন্তু কোনোবাই যেন বাধা দিয়ে। কেনে মৰ্ম্মান্তিক দৃশ্য। হাৰেচৰ এই অত্যাচাৰ, অমানুষিক ব্যৱহাৰ আৰু হৃদয় বিদাৰক ঘটনাৰ সূত্ৰপাত, মুক্ত আকাশত দিননাথ শতসহস্ৰ কিৰণমালা বিস্তাৰ কৰি চাই আছে। ফোৰাত নদী তীৰৰ এই ঘটনা, ফোৰাতৰ পানী প্ৰবাহে প্ৰবাহে হাৰেচৰ এই কু-কীৰ্ত্তি দেখি বৈ গৈছে। নদী তীৰত পিতৃ-

হাৰা অনাথ দুটি বালকে, কৃপাণধাৰী যমদূত-সন্মুখত দণ্ডায়মান হৈ কাতৰ কণ্ঠেৰে কৈছে, "আমাক প্ৰাণে নামাৰিবা। আমাৰ প্ৰাণ ভিক্ষা দিয়া।"

বালক দুটিয়ে কিমান অনুনয় বিনয় কৰিলে—হাৰেচৰ মন নগলিল। হাৰেচৰ সন্মুখত বালকদ্বয় দণ্ডায়মান। বাওঁফালে দুই পুত্ৰ—বিষণ্ণ বদনে দণ্ডায়মান। দয়াবতী হাৰেচ-জায়াও পুৰ্বৈক দুজনৰ ওচৰত থিয় হৈ আছে। মোছলেম পুত্ৰদ্বয়ৰ ফালে কান্দি কান্দি চাই আছে। স্বামীৰ ভয়ত একোকে কবও পৰা নাই। হাৰেচে এবাৰ তৰোৱাল দাঙি লয় পুনৰ নমাই আনে। এনেকৈ হাৰেচে পলম কৰিব ধৰিলে।

হাৰেচে বিৰক্ত হৈ পালিত পুত্ৰক ক'লে—"পুত্ৰ, লোৱা এই তৰোৱাল, এক আঘাতত বালক দুটিৰ শিৰ কাটি পেলোৱা।"

পুত্ৰই উত্তৰ দিলে, "পিতঃ! মোক ক্ষমা কৰিব। মই নোৱাৰো। নিষ্পাপ, নিৰপৰাধ, দোষশূন্য দুটি অনাথ পিতৃহীন বালকক টকাৰ লোভত বধ কৰিব নোৱাৰো-কেতিয়াও নোৱাৰো। বৰঞ্চ এই বালকদ্বয়ৰ প্ৰাণ ৰক্ষা কৰাৰ কাৰণে যি কৰিব লাগে তাকে কৰিম। মই প্ৰাণ দিম তথাপিও এই বালকদ্বয়ৰ প্ৰতি কোনো অত্যাচাৰ কৰিব নিদিও। আপোনাৰ এই অবৈধ আদেশ কেতিয়াও পালন নকৰো।"

হাৰেচে খঙত একো নাইকীয়া হৈ কবলৈ ধৰিলে—"কি কলি মোৰ কাৰ্য্য তোৰ চকুত অবৈধ হ'ল? তই মোৰ হুকুম মানিবি নে নাই?"

আপুনি যিয়ে নকওঁক, মই মানুহ খুন কৰিব নোৱাৰো। আৰু এই বালক দুটিক মই ৰক্ষা কৰিমেই। মই ইমান সময়ে একোকে কোৱা নাছিলো। আপুনি পাপৰ শেষ সীমাত গৈ উপস্থিত হৈছে। জানিব লোভিৰ লোভ পূৰ্ণ নহয়। ঈশ্বৰে মনৰ আশা পূৰ্ণ নকৰে। এই চাওঁক তাৰেই দৃষ্টান্ত।"



বালকদ্বয়ৰ প্ৰতি চাই ক'লে,—"আহা ভাই! মই তোমালোকক মদিনালৈ লৈ যাম।"

বালকদ্বয়ে মদিনাৰ নাম শুনি প্ৰাণৰ ভয় পাহৰি গ'ল। হাৰেচৰ পালিত পুত্ৰই হাত আগবঢ়াই বালক দুটিক টানি নিব খোজোতেই হাৰেচে ক্ৰোধত এক প্ৰকাৰ জ্ঞান হেৰুৱাই বিকম্পিত কণ্ঠেৰে ক'লে, "নিমকহাৰাম! তোৰ ইমান ক্ষমতা? তোক আগতেই শিক্ষা দিওঁ।" পালিত পুত্ৰৰ হাত আগবঢ়া অৱস্থাতে হাৰেচৰ তৰোৱালে পালিত পুত্ৰৰ শিৰ মাটিত বগৰাই দিলে। হাৰেচৰ তৰোৱাল ঝন্‌ঝনাই উঠিল। গৃহিণী পালিত পুত্ৰৰ অৱস্থা দেখি নাকান্দিলে; স্ত্ৰী-স্বভাৱ-বশতঃ অস্থিৰ হৈ চতুৰ্দ্দিক অন্ধকাৰো নেদেখিলে। তেওঁ আপন গৰ্ভজাত পুত্ৰৰ প্ৰতি আদেশ দিলে,—"বাছা এয়াতো সময়, তোমাৰ প্ৰতিজ্ঞা পূৰণ কৰা। বালক দুটিক ৰক্ষা কৰা।" মাতৃ আজ্ঞা পালন কৰিবলৈ বালকদ্বয়ক ৰাক্ষস হাৰেচৰ পৰা উদ্ধাৰ কৰিবলৈ একেজাপে বালক দুটিৰ ওচৰ পালেগৈ। হাৰেচে পালিত পুত্ৰৰ শিৰ দেহ বিচ্ছিন্ন কৰি বালকদ্বয়ৰ প্ৰতি তৰোৱাল উত্তোলন কৰোতেই দয়াবতী গৃহিণী গৰ্ভজাত সন্তানৰ প্ৰতি সঙ্কেত দি আদেশ কৰিলে। হাৰেচে খঙত কঁপি কঁপি কবলৈ ধৰিলে, "তইও মাতৃৰ কথাত মোৰ বিৰোধী হৈছ। মোৰ কামত বাধা দিব নোৱাৰিবি। মোছলেম পুত্ৰদ্বয়ক ৰক্ষা কৰিব নোৱাৰিবি। হেৰ মুৰ্খ। তোৰ কাৰণেও যমদূত দণ্ডায়মান। এৰি দে।

পুত্ৰই ক'লে, "কেতিয়াও এৰি নিদিও।"

নিদিয়? বাৰু যা তইও যা! যা বেটা জাহান্নামে যা।"

তৰোৱালেৰে স্বীয় ঔৰযজাত পুত্ৰৰ শিৰচ্ছেদ কৰি পেলালে। গৃহিনীৰ চকুৰ সন্মুখত এইবোৰ ঘটনা ঘটিছে। পালিত পুত্ৰ, গৰ্ভজাত পুত্ৰ দুই পুত্ৰৰ খণ্ডিত দেহ মাটিত পৰি আছে। এই দৃশ্য দেখিও গৃহিনীয়ে পুত্ৰদ্বয়ৰ কথা চিন্তা নকৰিলে, স্বামীৰ ভয়ানক উগ্ৰমূৰ্ত্তি দেখিও ভয় নকৰিলে। বালকদ্বয়ৰ প্ৰতি তেওঁৰ লক্ষ্য কি উপায়েৰে তেওঁলোকৰ ৰক্ষা কৰিব এই চিন্তাই প্ৰবল। হাৰেচে বালকদ্বয়ৰ প্ৰতি

তৰোৱাল ডাঙোতেই গৃহিনীয়ে স্বামীক সাবটি ধৰি কবলৈ ধৰিলে। "তুমি স্বামী, মই তোমাৰ স্ত্ৰী, মই ইমান অনুনয় বিনয় কৰিছোঁ, মোছলেমৰ পুত্ৰহতক আঘাত নকৰিবা। চোৰা তোমাৰ কৰ্মফল টকাৰ লোভত দুই পুত্ৰক নিহত কৰিলা। টকাৰ লোভত পিতৃস্নেহো পৰাস্ত হ'ল। তোমাৰ এই কীৰ্ত্তি জগতত চিৰকাল থাকিব। তুমি নিশ্চয়কৈ জানিবা মোৰ জীৱন থকালৈকে মোছলেমৰ পুত্ৰদ্বয়ক গাত হাত দিবলৈ নিদিও। প্ৰথমতে মোক খণ্ড খণ্ড কৰা তাৰ পিছত মোছলেমৰ পুত্ৰদ্বয়ৰ গাত হাত দিবা।"

মানুহৰ কু-প্ৰবৃত্তি উত্তেজিত হলে জানো ৰক্ষা আছে? হাৰেচ বলবান, কৌশলী, স্ত্ৰীৰ পৰা মুক্ত হৈ ক'লে,—"তোক তোৰ লৰাৰ ওচৰলৈ পঠিয়াও। খণ্ডত একো নাইকীয়া হৈ স্ত্ৰীৰ প্ৰতি আঘাত কৰিলে। স্ত্ৰী মাটিত বাগৰি পৰিল।

হাৰেচে স্ত্ৰীক আঘাত কৰি ক'লে,—এয়া মোছলেমৰ পুত্ৰদ্বয়ৰ মৃত্যু। আৰু কোনে ৰক্ষা কৰিবি। প্ৰথমতে মহম্মদক লক্ষ্য কৰি তৰোৱাল দাঙোতেই এব্ৰাহিমে কান্দি কান্দি কবলৈ ধৰিলে, "আগতে মোক আঘাত কৰা। মই ডাঙৰ ভাইৰ মৃত্যু চকুৰে চাব নোখোজোঁ। তোমাৰ ভৰিত ধৰিছো আগতে মোক হত্যা কৰা।" হাৰেচে মহম্মদক এৰি দি এব্ৰাহিমক লক্ষ্য কৰি তৰোৱাল তোলোতেই মহম্মদে কান্দি কবলৈ ধৰিলে, "মোৰ কনিষ্ঠ ভাই। মোৰ চকুৰ আগতে মূৰ কটা, ডাঙৰ ভায়েক হৈ সৰু ভাইৰ মূৰ কটা মই কেনেকৈ চাম? দোহাই তোমাৰ—দোহাই তোমাৰ ধৰ্ম্ম আগতে মোৰ শিৰচ্ছেদ কৰা।"

হাৰেচ মহম্মদৰ কথাত থতমত খাই এইবাৰ সাংঘাতিক মূৰ্ত্তি ধাৰণ কৰি তৰোৱাল ঘূৰাই কবলৈ ধৰিলে,— "ইহতৰ কাৰো কথা নুশুনো। ভ্ৰাতা-মায়া শেষ কৰি দিছোঁ।" বুলি কৈ প্ৰথমতে মহম্মদৰ শিৰচ্ছেদ কৰিলে। পিছত কনিষ্ঠ ভ্ৰাতা এব্ৰাহিমৰ শিৰচ্ছেদ কৰিলে। মোছ্লেম পুত্ৰদ্বয়ৰ মৃত দেহ ফোৰাত নদীৰ পানীত উটুৱাই দি তেওঁলোকৰ কটা শিৰ লৈ হাৰেচ ঘোৰাত উঠি মহাৰাজ জেয়াদৰ দৰবাৰত উপস্থিত হৈ ক'লে,—



"বাদশাহ-নামদাৰৰ আদেশ প্ৰতিপালন কৰিছোঁ। অৱশ্যে আজ্ঞাৰ কিঞ্চিত অতিৰিক্ত হৈছে। আপুনি যি কৰিব খুজিছিল মইও সেয়াই কৰিছোঁ। জীয়াই জীয়াই আনিব নোৱাৰিলো, অইন কোনোবাই কাঢ়ি লোৱাৰ সন্দেহত জীৱন শেষ কৰি দুই ভায়েকৰ কটা মূৰ লৈ আহিছো। মোৰ পুৰস্কাৰ, মোক দিয়ক মই যাওঁগৈ।"

নৰপতি আবদুল্লাহ জেয়াদ, ৰাজদৰবাৰৰ সভাসদসকল, অমাত্যসকল, দৰবাৰত উপস্থিত থকা যাবতীয় ব্যক্তি সকলে হাৰেচৰ এই অমানুষিক কাৰ্য্য দেখি নীৰব হৈ ৰ'ল। সকলোৱে মোছলেমৰ পুত্ৰদ্বয়ৰ কাৰণে মনত আঘাত পালে।

নৰপতি আবদুল্লাহ জেয়াদে হাৰেচৰ প্ৰতি লক্ষ্য কৰি ক'লে,— "হৰ যুগল-বালকহন্তা পাষাণ প্ৰাণ হাৰেচ! তোমাৰ মন কিহেৰে গঠিত? এই বালক দুটিৰ মুখৰ লাৱণ্য চাওঁনি আদিয়ে তোমাৰ মন জানো একোতে নুকমলিল? হাতৰ তৰোৱাল কেনেকৈ দাঙি ধৰিলা। মহাৰাজ এজিদ-নামদাৰে যদি মোছলেম পুত্ৰদ্বয়ক দামেস্কলৈ পঠিয়াবলৈ আদেশ দিয়ে, তেতিয়া মই কি কৰিম? উপায় কি হব? সিহঁত জীয়াই থকাহেতেন জানো মোৰ ভয়ৰ কাৰণ আছিল? বালকহন্তা বীৰ। মোৰ ঘোষণা জানো বালকদ্বয়ৰ শিৰচ্ছেদ কৰাৰ আদেশ আছিল? নে ডবা বজাই মূৰ অনাৰ ঘোষণা কৰা হৈছিল?"

হাৰেচে ক'লে—"শিৰচ্ছেদৰ কথা নাছিল, ধৰি লৈ অহাৰ আদেশ দিয়া আছিল। জীয়াই জীয়াই দৰবাৰলৈ অনাতো দুসাধ্য হোৱা হেতু মূৰ দুটিকে লৈ আহিছোঁ। শ শ মানুহে এই বালকদ্বয়ৰ সন্ধানত আছিল। চিৰশত্ৰুৰ বংশৰ এজনকো ৰখা উচিত নহয়। মই একেবাৰে নিৰ্ম্মূল কৰি লৈ আহিছো। আজি দুই তিনিদিন মোৰ আহাৰ নাই—বিশ্ৰামৰ সময়, অৱসৰ একোৱেই নাছিল। এই বালক দুটিৰ শিৰ লওঁতে মোৰ দুটি পুত্ৰ আৰু স্ত্ৰীৰো শিৰ কাটিছোঁ।"

তেওঁৰ কথা শুনি মহাদুখিত আৰু আচৰিত হৈ নৰপতি জেয়াদে ক'লে,—"ওহে বীৰ! সেয়া কি কথা!—"

"আপোনাৰ শত্ৰুকুল নিৰ্ম্মুল কৰিবলৈ গৈ মোৰ বংশ নিপাত কৰিলো। তথাপি আপোনাৰ পৰা প্ৰসংসা লাভ কৰিব নোৱাৰিলো। এতিয়া মোৰ সন্দেহ হৈছে ঘোষিত মোহৰবোৰ পাম নে নাই ?"

মন্ত্ৰীসকলৰ এজনে ক'লে,—"আপোনাৰ কাৰণে পুৰস্কাৰ ৰখা আছে। আৰু তিনিটা খুন ক'ত আৰু কেনেকৈ গ'ল, কওঁকছোন।"

"তিনিটা খুন কিয় কৰিলো শুনক। মোৰ দুই পুত্ৰ আৰু এগৰাকী স্ত্ৰী। তেওঁলোকে একোতেই এই শত্ৰু বালকৰ মূৰ কাটিব দিয়া নাছিল। বাধা দিছিল। এজন এজনকৈ বাধা দিছিল। এজন এজনকৈ বগা কাপোৰ পিন্ধাই ফোৰাত নদীৰ কূলত শয়ন কৰাই দিলো। একে স্থানতে সকলোৰে শিৰচ্ছেদ—ৰক্তপাত—পিছত সকলোৰে দেহ ফোৰাত নদীত ক্ষেপণ অবগাহন-নিমৰ্জ্জন-বিসৰ্জ্জন।"

আবদুল্লাহ জেয়াদে ক'লে,—"এই দৃশ্য পুনৰ মই চাব নোৱাৰো। নিৰপৰাধ বালকদ্বয়ৰ শিৰচ্ছেদ কৰাত বাধা দিছিল কোনে ? এই নৰ পিশাচৰ দুই সন্তান আৰু সহধৰ্ম্মিণী স্বয়ং। তেওঁলোককো বিনাশ কৰিছে। এনেকুৱা নৰ-পিশাচৰ শিৰ এবোতেই স্ব স্থানত থাকিব নোৱাৰে। হায় ! হায় !! একে সময়তে পাঁচটি মানবজীৱন শেষ। মোৰ আদেশ—মোছলেম পুত্ৰদ্বয়ৰ হন্তা হাৰেচে এই দুই বালকৰ শিৰ সন্মানেৰে সৈতে মূৰত লৈ ফোৰাত-কূললৈ যাব। এই বালকৰ যি স্থানত শিৰচ্ছেদ কৰা হৈছিল সেই স্থানত সেই অস্ত্ৰেৰে মহাপাপীৰ মস্তক দেহৰ পৰা বিচ্ছিন্ন কৰি শিয়াল কুকুৰক ভক্ষণৰ সুযোগ কৰি দিবা। ফোৰাত-পানীত নিক্ষেপ কৰি পানী অপবিত্ৰ নকৰিবা। মোছলেম-পুত্ৰদ্বয়ৰ দেহখণ্ড ফোৰাতৰ পানীত উটুৱাই দিছে। বিশেষ সন্ধান কৰি চাবা। যদি এই যুগল ভ্ৰাতাৰ মৃতদেহ প্ৰাপ্ত হয়, তেনেহলে ৰীতিমত কাফন-দাফন কৰি যথোচিতৰূপে অন্ত্যেষ্টি-ক্ৰিয়াদি কৰি মোৰ আদেশ সম্পূৰ্ণ কৰিবা আৰু কাৰ্য্য শেষত মোক সংবাদ জ্ঞাপন কৰিবা।"

ঘাতক, প্ৰহৰী, কাৰ্য্যকাৰক লগে লগে ৰাজাদেশ মতে কাৰ্য্য কৰিবলৈ প্ৰবৃত্ত হ'ল। তেওঁলোকে মোছলেম-পুত্ৰদ্বয়ৰ খণ্ডিত শিৰ



মহামূল্য বস্ত্ৰৰে আবৰিত কৰি হাৰেচৰ শিৰত দি ফোৰাত-কূললৈ গ'ল। ফোৰাত-কূল পাই তেওঁলোকৰ চকুত পৰিল তেজ বালিত লাগি গোট মাৰি আছে। আন এটি আচৰিত ঘটনা চকুত পৰিল, মোছলেম পুত্ৰদ্বয়ৰ শিৰশূণ্য যুগল দেহ ডিঙিত ধৰাধৰিকৈ পানীত ওপঙি আছে। কি আচৰিত ! সোঁতত যি মৃতদেহ উটুৱাই দিয়া হৈছিল, সোতৰ বিপৰীতে কোনে টানি আনিলে ? এনেকুৱা আচৰিত সংযোগ কোনে কৰিলে ?

এনেকুৱা আচৰিত ঘটনা দেখি ৰাজকীয় কাৰ্য্যকাৰকৰ মনৰ এটি কথা হঠাৎ উদয় হ'ল। তেওঁলোকে পাত্ৰস্থ দুইটি মস্তক ফোৰাত পানীত ধৰোতেই মস্তক সংলগ্ন হ'ল। ৰাজকৰ্ম্মচাৰীয়ে মৃতদেহ দুইটিক পৃথক কৰিবলৈ খুব যত্ন কৰিলে কিন্তু একোতেই কৃতকাৰ্য্য নহ'ল। সেই অপূৰ্ব্ব ভ্ৰাতৃস্নেহ বন্ধন বহু যত্ন কৰিও বেলেগ কৰিব নোৱাৰিলে। বাধ্য হৈ দুই ভ্ৰাতাৰ দেহ একেলগে স্নান কৰাই একত্ৰে কাফন কৰি দাফন কৰিলে।

তাৰ পিছত হাৰেচৰ প্ৰতি যি ৰাজাজ্ঞা আছিল, সেয়া সম্পাদন কৰিব খোজতেই হাৰেচে ক'লে, "মোৰ উচিত শাস্তি হ'ল। অতিৰিক্ত লোভৰ অতিৰিক্ত ফলো ভোগ কৰিলো। হা-পুত্ৰ—হা-স্ত্ৰী—হা-লোভ।"

হাৰেচৰ খণ্ডিত দেহ বধ্যভূমিত বাগৰি পৰিল।

## চতুৰ্বিংশ প্ৰবাহ

হোচেন সপৰিবাৰে যষ্ঠি সহস্ৰ সৈন্য লৈ নিৰ্ব্বিঘ্নে কুফালৈ আহিছে। কিন্তু ইমান দিন হ'ল, কুফাৰ পথৰ কোনো চিহ্নই দেখা নাপালে। এদিনাখন হুচেনৰ অশ্বপদ মৃত্তিকাত সোমাই গ'ল। কাৰণ কি ? এনেকুৱা কিয় হ'ল ? কাৰণ অনুসন্ধান কৰোতে হঠাৎ প্ৰভু মহম্মদৰ ভৱিষ্যদ্বাণী হোচেনৰ মনত পৰিল। নিৰ্ভীক হৃদয়ত ভয়ৰ সঞ্চাৰ হ'ল। শৰীৰৰ প্ৰতিঅঙ্গ শিহৰি উঠিল। হোচেনে

গণনা কৰি পালে, আজি মহৰম মাহৰ ৮ তাৰিখ। ভয়ে ভয়ে অশ্বত আঘাত কৰি কিঞ্চিৎ আগুৱাই গৈ দেখিলে যে, এফালে ঘোৰ অৰণ্য, সন্মুখত বিস্তৃত প্ৰান্তৰ চক্ষু নিৰ্দ্দিষ্ট সীমা মধ্যত মানৱ কিম্বা জীৱ-জন্তুৰ নাম মাত্ৰ নাই। আতপ তাপ নিবাৰণোপযোগী কোনো প্ৰকাৰ বৃক্ষও নাই, কেৱল প্ৰান্তৰ-মহাপ্ৰান্তৰ। প্ৰান্তৰ সীমা যেন গগনৰ সৈতে সংলগ্ন হৈ ধূ ধূ কৰিছে। চাৰিওফালে যেন প্ৰকৃতিৰ স্বাভাৱিক স্বৰত আক্ষেপ "হ্যায়! হায়।" শব্দ উচ্চাৰণ কৰি নিদাৰুণ দুখ প্ৰকাশ কৰিছে। জনপ্ৰাণীৰ নামামাত্ৰও নাই, কোনে কব পৰা শব্দ কৰিছে, সেয়াও জনাৰ উপায় নাই। ভাব হ'ল, যেন শূন্যপথত শত সহস্ৰ মুখেৰে "হায়! হায়!" শব্দৰে চাৰিওফালে আকুল কৰি তুলিছে।

হোচেনে সকৰুণ স্বৰেৰে, ঈশ্বৰক ধন্যবাদ দি সঙ্গীসকলক কবলৈ ধৰিলে, "ভাইসকল! হাস্য-পৰিহাস দূৰ কৰা। আমি ভয়ানক স্থানত আহি উপস্থিত হৈছোঁ। এই স্থানৰ নাম মনলৈ আহিলে মোৰ হৃদয় কঁপি উঠে। ভাইসকল! মাতামহে কৈছিল, যি স্থানত তোমাৰ অশ্বপদ মৃত্তিকাত বহি যাব, নিশ্চয় জানিবা, সেয়াই তোমাৰ জীৱন বিনাশৰ নিৰ্দ্দিষ্ট স্থান আৰু তাৰেই নাম দাস্ত-কাৰবালা। মাতামহৰ বাক্য অলঙ্ঘনীয়; পথ ভুল কৰি আমি কাৰবালালৈ আহিছোঁ, সেয়া সন্দেহ নাই। তোমালোকে জানো শুনা নাই? তেতিয়া সকলোৱে মনোনিৱেশ কৰি শুনিব ধৰিলে—চাৰিওফালে "হায়! হায়!! যেন শব্দ। ধন্য নূৰনবী মহম্মদ। হোচেনে ক'লে, "মাতামহে আৰু কৈছিল, চাৰিওফালৰ পৰা যি স্থানত "হায়! হায়!! শব্দ উত্থিত হব, নিশ্চয় জানিবা সেয়াই কাৰবালা। ঈশ্বৰৰ লীলা কাৰো বুজিবৰ সাধ্য নাই। ক'লৈ যাম? যোৱাৰ সাধ্যই বা ক'ত? কতেবা দামেস্ক, কতেবা মদিনা, ক'ত কুফা আৰু ক'ত কাৰবালা। আমি কাৰবালালৈ আহিছোঁ, পুনৰ উভতি যোৱাৰ উপায় নাই? ভাইসকল! ঈশ্বৰৰ নাম লৈ ক্ষান্ত হোৱা।" ক্ৰমে ক্ৰমে সঙ্গীসকল আহি একত্ৰিত হ'ল। হোচেনৰ



মুখত কাৰবালাৰ বৃত্তান্ত আৰু চাৰিওফালে "হায়! হায়!! শব্দ স্বকৰ্ণেৰে শুনি সকলোৰে মুখ শুকাই গ'ল।

হোচেনে ক'লে, "ভ্ৰাতৃসকল! চিন্তা কিহৰ? ঈশ্বৰৰ নিয়োজিত কাৰ্য্যত চিন্তা কিহৰ? এই স্থানতে শিবিৰ নিৰ্ম্মাণ কৰি ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি তেওঁৰেই নামলৈ ভৰসা কৰি থাকিম। সন্মুখত প্ৰান্তৰ, কাষত ভয়ানক বিজন বন, ক'লৈ যাম? অদৃষ্টত যি লিখা আছে, সেয়া হবই, এতিয়া চিন্তা বিফল। শিবিৰ নিৰ্ম্মাণ আয়োজন কৰা। মই জানো ফোৰাত নদী এই স্থানৰ ওচৰেদি প্ৰবাহিত হৈছে। কিমান দূৰত আৰু কোন ফালে সেয়া নিৰ্ণয় কৰি কিছুমানে পানী আহোৰণত প্ৰবৃত্ত হোৱা। পিয়াহত বহুতেই কাতৰ হৈ গৈছে, আহাৰাদি সংগ্ৰহ কৰি আপাততঃ ক্ষুৎ-পিপাশা নিবাৰণ কৰা।

শিবিৰ নিৰ্ম্মাণ কৰিবলৈ কাষ্ঠস্তম্ভ সংগ্ৰহ কৰিবলৈ আৰু ৰন্ধনোপযোগী কাষ্ঠ আহোৰণ কৰিবলৈ যিসকলে বনমধ্যত প্ৰবেশ কৰিছিল, ৰক্তাক্ত কুঠাৰ-হস্তৰে অত্যন্ত বিষাদিত চিত্তেৰে বাস্পাকুললোচনে তেওঁলোক হুচেনৰ ওচৰলৈ উভতি আহি কবলৈ ধৰিলে, "হজৰত! এনেকুৱা আচৰিত ঘটনা আমি কোনো স্থানতে দেখা নাই, কোনো দিনাখনে কাৰো মুখতো শুনা নাই। এনেকুৱা আচৰিত ঘটনা জগতৰ কোনো স্থানত ঘটিছে নে নাই সেয়াও সন্দেহ। আমি বনলৈ কাষ্ঠ সংগ্ৰহ কৰিবলৈ গৈছিলো, যি কোনো বৃক্ষৰ যি স্থানতেই যেতিয়া কুঠাৰাঘাত কৰো তেতিয়া সেই বৃক্ষতেই অজস্ৰ তেজৰ-চিহ্ন দেখি ভয় খাইছোঁ। ভয়তে উভতি আহিলো। এয়া চাওঁক! আমাৰ সকলোৰে কুঠাৰত তেজৰ চিহ্ন বিদ্যমান।"

হোচেনে কুঠাৰ সংযুক্ত শোণিত দৰ্শন কৰি কবলৈ ধৰিলে, "নিশ্চয় এয়াই কাৰবাল। তোমালোক সকলোৱে এই স্থানত 'শ্বহীদ' স্বৰ্গসুখ ভোগ কৰিবা, তাৰেই লক্ষণ ঈশ্বৰে এই শোণিত-চিহ্নৰে দেখুৱাইছে। আচৰিত হব লগা একোৱে নাই, সেই বনৰ পৰাই কাঠ সংগ্ৰহ কৰি আনাগৈ। দাৰু-ৰস শোণিতত পৰিণত হৈছে, ভয় নাখাবা।"

এমামৰ বাক্যত সকলোৱেই আনন্দোৎসাহেৰে শিবিৰ সংস্থাপনত যত্নবান হ'ল। সকলোৱেই আপোন আপোন স্থানোপযোগী আৰু এমামৰ পৰিয়ালবৰ্গৰ অৱস্থানৰ কাৰণে অতি নিৰ্জ্জন স্থানত শিবিৰ সংস্থাপন কৰি সকলোৱেই যথাসম্ভব বিশ্ৰাম কৰিব ধৰিলে।

আৰব দেশত দাসৰ অভাব নাই। যিসকল ক্ৰীতদাস হোচেনৰ লগত আছিল, তেওঁলোকৰ কেইজনমান একত্ৰিত হৈ ফোৰাতৰ অন্বেষণত বহিৰ্গত হৈছিল। তেওঁলোক ম্লানমুখে উভতি আহি সকাতৰে এমামক কবলৈ ধৰিলে, "বাদশাহ নামদাৰ! আমি ফোৰাত নদীৰ অন্বেষণত ওলাইছিলো। পূব-উত্তৰ প্ৰদক্ষিণ কৰি শেষত পশ্চিম ফালে দেখিলো যে, ফোৰাত নদী কুলুকুল ৰবে দক্ষিণ বাহিনী হৈ প্ৰবাহিত হৈছে। পানীৰ নিৰ্ম্মলতাৰ প্ৰতি দৃষ্টিপাত কৰি পানী পিপাসা আৰু চতুৰ্গুণ বলবতী হ'ল, কিন্তু নদী তীৰত অসংখ্য সৈন্য সশস্ত্ৰ হৈ শ্ৰেণীবদ্ধভাবে অতি সতৰ্কতাৰে নদীৰ পানী ৰক্ষা কৰি আছে। যিমান দূৰ দৃষ্টিৰ ক্ষমতা আছিল, সিমান দূৰলৈ চাই দেখিলো—এনেকুৱা কোনো স্থানেই নাই যে, নিৰ্ব্বিঘ্নে এক বিন্দু পানীৰে পিপাসা নিবৃত্তি কৰা যায়। আমি সৈন্যকসলক একো নোকোৱাকৈ নদী তীৰলৈ অগ্ৰসৰ হোৱাৰ লগে লগে এনেভাবে অতি কৰ্কশ বাক্য প্ৰয়োগ কৰি অপমানৰ সৈতে আমাক খেদি দি কলে, "মহাৰাজ এজিদৰ আজ্ঞাত, ফোৰাত নদীকূল ৰক্ষিত হৈছে, ৰক্ষক বীৰসকলৰ এটি প্ৰাণ থকালৈকে কোনোৱে এক বিন্দু পানী লব নোৱাৰে। পানী খাই পিপাসা নিবৃত্তি কৰা দূৰৈত থাওঁক এবাৰ ফোৰাতকূল চকুৰে চাই ইহজীৱন সাৰ্থক কৰি যোৱা। ভবিষ্যতে এইফালে আহিলে আমাৰ সুতীক্ষ্ণ কাঁড়ে তোমালোকৰ পিপাসাৰ শান্তি কৰিব। প্ৰাণ লৈ উভতি যোৱাগৈ। ঠিক জানিবা, ফোৰাতৰ সুস্নিগ্ধ বাৰি তোমালোকৰ কাৰো ভাগ্যত নাই।

কথা শুনি হোচেন মহাব্যস্ত হ'ল। খাদ্যাদিৰ অভাব নাথাকিলেও পানী বিহনে কেনেকৈ জীয়াই থাকিব, এই চিন্তাই তেওঁৰ প্ৰবল হ'ল। মদিনাৰ বহু সংখ্যক মানুহ তেওঁৰ লগত আছে। কম বয়সীয়া বালক-বালিকা যেতিয়া পিয়াহত কাতৰ হব, যেতিয়া তেওঁলোকৰ জিহ্বাকণ্ঠ শুকাই গৈ অৰ্দ্ধোচ্চাৰিত কথা কোৱাৰও ক্ষমতা নাথাকিব, তেতিয়া কি কৰিব? এই চিন্তাত হোচেন ফোৰাত নদীৰ ফালে এক দৃষ্টিৰে চাই কি উপায়ে পানী সংগ্ৰহ কৰিব সেই চিন্তা কৰিছিল,—এনে সময়তে তেওঁৰ চকুত পৰিল, চাৰিজন সৈনিক পুৰুষ তেওঁৰ শিবিৰ লক্ষ্য কৰি আহি আছে। তেওঁ ভাবিব ধৰিলে, মোছলেমে মোৰ কুফালৈ অহাত বিলম্ব দেখি হয়তো সৈনিকসকলক কোনো স্থানত থৈ আগতে মোৰ সন্ধান লবলৈ আহিছে।"

আগন্তুক চতুষ্টয় যিমানেই ওচৰ চাপি আহিছে সিমানেই তেওঁৰ কল্পনা যে ভ্ৰমসঙ্কুল সেয়া প্ৰমাণিত হ'ল। ওচৰ পাওঁতে চকুত পৰিল তেওঁলোক তেওঁৰ অপৰিচিত; কৰবাত তেওঁলোকক যে দেখিছে সেয়াও মনত পেলাব পৰা নাই। সৈন্য চতুষ্টয় হোচেনৰ ওচৰলৈ আহি পদচুম্বন কৰিলে। তেওঁলোকৰ মাজৰ এজনে ক'লে, "হজৰত, দুখৰ কথা কি কম, আমি এজিদৰ সৈন্য। কিন্তু আপোনাৰ মাতামহৰ ধৰ্ম্মত দীক্ষিত। আমাৰ কথাত অবিশ্বাস নকৰিব, শত্ৰুৰ বেতনভোগী বুলি শত্ৰু বুলি নাভাবিব। আমি একোৰে প্ৰত্যাশী নহয়। মাত্ৰ আপোনাৰ দুখত দুখিত হৈ কেইটিমান কথা কবলৈ অতি সাবধানে আপোনাৰ শিবিৰলৈ আহিছোঁ। সময় যেতিয়া বেয়া হয় তেতিয়া সকলো ফালৰ পৰা অমঙ্গলে দেখা দিয়ে। বৰ্ত্তমান আপোনাৰ চাৰিও ফালে অমঙ্গল দেখিছোঁ। মোছলেমৰ দৰে হিতৈষী বন্ধু জগতত কম দেখিছোঁ। আবদুল্লাহ জেয়াদে আপোনাৰ প্ৰাণ লবলৈ ষড়যন্ত্ৰ কৰিছিল। ভাগ্য গতিকে মোছলেম কুফালৈ গৈ আবদুল্লাহ জেয়াদৰ হাতত বন্দী হৈছিল। শেষত তেওঁৰ চক্ৰান্তত, ওতবে অলীদ আৰু জেয়াদৰ হাতত প্ৰাণ বিসৰ্জ্জন দি স্বৰ্গবাসী হৈছে। এতিয়া চীমাৰ, ওমৰ প্ৰভৃতিয়ে আপোনাৰ প্ৰাণ বধৰ কাৰণে নানান চেষ্টা কৰিছে। মাৰৱান, ওতবে অলীদ এই পৰ্য্যন্ত আহি পোৱা নাই। এজিদৰ আদেশত আমিয়েই ফোৰাত নদীকূল একেবাৰে বন্ধ কৰি দিছোঁ। মনুষ্য দূৰৈত থাওঁক, পশু পক্ষীকো এৰি নিদিলে নদী তীৰলৈ যোৱাৰ

কাৰো সাধ্য নাই। সপক্ষে সকলো ক'লো, আপুনি যি ভাল দেখে বিবেচনা কৰিব।"—আগন্তুক চতুষ্টয় হোচেনৰ পদচুম্বন কৰি গুচি গ'ল।

মোছলেমৰ দেহত্যাগৰ সংবাদত হোচেন মহা শোকাকুল হৈ কান্দি কান্দি কবলৈ ধৰিলে, "হা ভ্ৰাতঃ মোছলেম তুমি যি কৈছিলা সেয়াই হ'ল :—হোচেনৰ প্ৰাণবিনাশ কৰিবলৈ যদি আবহুল্লাহ জেয়াদে কোনো ষড়যন্ত্ৰ কৰিছে তেতিয়া সেই ষড়যন্ত্ৰত ময়ে পৰিম, হোচেনৰ প্ৰাণতো ৰক্ষা হব।' ভাই! নিজৰ প্ৰাণ দি হোচেনক জেয়াদৰ হাতৰ পৰা ৰক্ষা কৰিলা। তুমিতো মহা অক্ষয় স্বৰ্গসুখত সুখী হৈ জগৎ যন্ত্ৰণাৰ পৰা পৰিত্ৰাণ পালা। মই দুৰন্ত কাৰবালা প্ৰান্তৰত অসহায় হৈ বিন্দুমাত্ৰ পানীৰ কাৰণে বোধহয় সপৰিবাৰে জীৱন হেৰুৱাম। হে দুৰন্ত পাপিষ্ঠ জেয়াদ! তোৰ চক্ৰান্তৰ কাৰণে মোছলেমক হেৰুৱালো। তোৰ চক্ৰান্তৰ কাৰণেই আজি সপৰিবাৰে পানী অবিহনে মৃত্যু মুখত পৰিছোঁ।' মোছলেমৰ কাৰণে হোচেনে দুখ কৰিব ধৰিলে। আনফালে পানী অবিহনে তেওঁৰ সঙ্গীসকলৰ মাজত মহাকোলাহল উপস্থিত হ'ল।

সকলোৰে পিয়াহত ওষ্ঠ-কণ্ঠ শুকাই যোৱাত হোচেনৰ ওচৰলৈ আহি কবলৈ ধৰিলে—"পানীৰ অভাৱত সকলো মৰিব। পিয়াহত সকলোৰে কণ্ঠ শুকাই গৈছে। পুনৰ কষ্ট সহ্য কৰিব নোৱৰা হৈছোঁ।"

সকাতৰে হোচেনে ক'লে, "কি কৰিব! বিন্দু মাত্ৰ পানী পাবলৈ আশা নাই। ঈশ্বৰৰ নামামৃতপান ভিন্ন পিয়াহৰ নিবৃত্তিৰ অন্য কোনো উপায় আছে জানো? বিনা পানীত যদি প্ৰাণ যায়, সকলোৰে সেই করুণাময় বিশ্বনাথৰ নাম লৈ পিয়াহ নিবৃত্তি কৰা। সকলোৰে নিজ নিজ স্থানলৈ গৈ ঈশ্বৰোপাসনাত মনোনিবেশ কৰাগৈ।"

সকলোৰে পৰমেশ্বৰৰ আৰাধনাত মনোনিবেশ কৰিলে। ক্ৰমে নওঁ তাৰিখ পাৰ হ'ল। দশম দিবসৰ ৰাতিপুৱাই হোচেনৰ শিবিৰত মহা কোলাহল আৰম্ভ হ'ল। "প্ৰাণ যায় পুনৰ সহ্য নহয়।" এনে



ভাৱে গগণভেদী আৰ্ত্তনাদ শুনিবলৈ পোৱা গ'ল। পৰিবাৰৰ সকলোৰে আৰ্ত্তনাদ আৰু কাতৰস্বৰত হোচেন তিষ্ঠিব নোৱাৰা হ'ল। উপাসনাৰ পৰা বিৰত হৈ হাচনেৰাণু আৰু জয়নাবৰ ওচৰলৈ গৈ তেওঁলোকক সান্ত্বনা দিব ধৰিলে। পুত্ৰ কন্যা আৰু কমবয়সীয়া বালক-বালিকাছঁত আহি এক ফোঁটা পানীৰ কাৰণে তেওঁক আগুৰি ধৰিলে।

শাহেৰবানুই দুগ্ধপোষ্য শিশু সন্তানটিক ক্ৰোড়ত লৈ কান্দি কান্দি আহি কবলৈ ধৰিলে, "আজি সাতদিন ধৰি এক বিন্দুও পানী স্পৰ্শ কৰিব পৰা নাই, পিয়াহত মোৰ জীৱন যোৱা অৱস্থা, সেই কাৰণে মই দুথ কৰা নাই, কিন্তু স্তনৰ দুগ্ধ পৰ্য্যন্ত শুকাই গৈছে। এই দুগ্ধপোষ্য শিশুৰ প্ৰাণনাশৰ উপক্ৰম হৈছে। এই সময়ত এক বিন্দু পানী যদি কোনো উপায়ে ইয়াৰ কণ্ঠত দিব পৰা যায় বোধহয় জীয়াই থাকিব।"

হোচেনে ক'লে, "পানী ক'ত পাম? এজিদৰ সৈন্যই ফোৰাত নদী কূল আবদ্ধ কৰি ৰাখিছে, পানী আনিব পাৰে কাৰ সাধ্য আছে।"

শাহেৰবানুই ক'লে, "এই শিশু সন্তানটিৰ জীৱন ৰক্ষাৰ্থে যদি আপুনি নিজে গৈ অকণমান পানী আনি খুৱাব পাৰে? এটি প্ৰাণটো ৰক্ষা পাব? আমাৰ কাৰণে আপোনাক যাবলৈ কোৱা নাই।"

হোচেনে ক'লে, "জীৱনত কোনোদিনাখন শত্ৰুৰ ওচৰত, নাইবা বিধৰ্মীৰ ওচৰত কোনো বিষয়তে অনুগ্ৰহপ্ৰাৰ্থী হোৱা নাছিলো। কোনো কালে কাফেৰৰ ওচৰত একোৱে প্ৰাৰ্থনা কৰা নাছিলো। পানী বিচাৰিলে নিদিব। মই যদি এই শিশুৰ কাৰণে পানী ভিক্ষা কৰো সিহঁতে জানো দিব? মোক মনোকষ্ট, মনোবেদনা দিবলৈকে সিহঁতে ফোৰাতকূল আবদ্ধ কৰি ৰাখিছে।"

শাহেৰবানুই ক'লে, "যিয়ে নকওঁক কিয়, আমি জীয়াই থাকোতে জানো এই দুগ্ধপোষ্য সন্তান,—পানী পিয়াহত প্ৰাণ হেৰুৱাব?"

হোচেনে পুনৰ দ্বিৰুক্তি নকৰিলে। লগে লগে উঠি গৈ ঘোড়াত

উঠি ক'লে, "দিয়া, সন্তানটিক মোৰ কোলাত বহুৱাই। চাওঁচোন, এবাৰ যত্ন কৰি।' হোচেন পুত্ৰক ক্ৰোড়ত লৈ ঘোড়াত উঠি মুহূৰ্ত্ততে তেওঁ ফোৰাত নদীতীৰত উপস্থিত হৈ নদীতীৰস্থ সৈন্যসকলক উদ্দেশ্য কৰি ক'লে, "ভাইসকল, তোমালোকৰ ভিতৰত যদি কোনোবা মুছলমান আছা, তেনেহলে এই দুগ্ধপোষ্য শিশুৰ মুখলৈ এবাৰ চাই অকণমান পানী দান কৰা। পিয়াহত এওঁৰ অষ্ঠ-কণ্ঠ শুকাই গৈছে। এই সময়ত অকণমান মুখত পানী দিব পাৰিলে বোধহয় জীয়াই থাকিব। ঈশ্বৰৰ দোহাই, এই শিশুটিৰ জীৱন ৰক্ষা হেতু অকণমান পানী দান কৰা। এই শিশুৰ প্ৰাণ ৰক্ষা কৰোতে পৰমেশ্বৰ তোমালোকৰ প্ৰতি প্ৰসন্ন হব।"

কোনোৱে একো উত্তৰ নিদিলে। সকলোৱে হোচেনৰ ফালে এক দৃষ্টিৰে চাই থাকিল। হোচেনে পুনৰায় কবলৈ ধৰিলে, "ভাইসকল, এইদিন—চিৰদিন তোমালোকৰ সুদিন হৈ নাথাকে; কোনোবাদিন সন্ধ্যা হবই। ঈশ্বৰৰ অনন্ত ক্ষমতাৰ প্ৰতি এবাৰ দৃষ্টিপাত কৰা, তেওঁলৈ ভয় কৰা। ভ্ৰাতৃসকল! পিয়াহত পানীদান মহাপূণ্য। এই শিশুৰ জীৱন তোমালোকৰ অনুগ্ৰহৰ ওপৰত নিৰ্ভৰ কৰিছে। মই সামান্য সৈনিক নহয়; মোৰ পিতা মহামান্য হজৰত আলী, মাতামহ নূৰনবী হজৰত মোহম্মদ, মাতা ফাতেমা জোহ্ৰা খাতুনে জেন্নাত। এইসকল পূণ্যাত্মাৰ নাম স্মৰণ কৰি এই শিশুটিৰ প্ৰতি অনুগ্ৰহ কৰা। ভাবি চোৱা, যদি মই তোমালোকৰ ওচৰত কোনো অপৰাধত অপৰাধী, কিন্তু এই শিশু বালকেতো তোমালোকৰ কোনো অনিষ্ট কৰা নাই, তোমালোকৰ ওচৰত কোনো অপৰাধত অপৰাধী হোৱা নাই। ইয়াৰ প্ৰতি দয়া কৰি তোমালোকে জীৱন ৰক্ষা কৰা।"

সৈন্যসকলৰ মাজৰ পৰা এজনে ক'লে, "তোমাৰ পৰিচয় পালো, তুমি হোচেন্। তুমি অনুনয় বিনয় কৰিলেও তোমাক এক বিন্দু পানীও নিদিও। তোমাৰ পুত্ৰ পানী পিয়াহত জীৱন হেৰুৱাব, আমাৰ কিহৰ দুখ? তোমাৰ জীৱনেতো এতিয়া যাব; সন্তানৰ দুখৰ কাৰণে নাকান্দি এবাৰ তোমাৰ নিজৰ প্ৰাণৰ কাৰণে কান্দা—পিয়াহত কাতৰ হৈ কাৰাবালাত প্ৰাণ হেৰুৱাবা, সেই দুখতে কান্দা, শিশু সন্তানৰ কাৰণে পুনৰ দুখ কৰিব নালাগে। এতিয়াই তোমাৰ সকলো দুখ শেষ কৰি দিছোঁ।" এই কথা কৈয়েই সেই ব্যক্তিয়ে হোচেনৰ বক্ষঃ লক্ষ্য কৰি এপাত কাড় নিক্ষেপ কৰিলে। ক্ষিপ্ৰ হস্ত নিক্ষিপ্ত সেই সুতীক্ষ্ণ কাড় হোচেনৰ বক্ষত নালাগি ক্ৰোড়স্থ শিশু সন্তানৰ বক্ষ বিদীৰ্ণ কৰি পৃষ্ঠদেশ পাৰ হৈ গ'ল। হোচেনৰ ক্ৰোড় তেজেৰে ভাঁহি গ'ল।"



হোচেনে ক'লে, "হেৰ পাষাণহৃদয়! কি কৰিলি। এই শিশুসন্তান বধত তোৰ কি লাভ হ'ল? হায়! হায়!! মই কোন মুখেৰে ওভোটাই লৈ যাওঁ। শাহেৰবানুক কি কমগৈ।" হোচেনে খেদ কৰি এইখিনি কথা কৈ জোৰেৰে ঘোৰা চলাই শিবিৰ সন্মুখলৈ আহি মৃত সন্তান ক্ৰোড়ত লৈ ঘোৰাৰ পৰা নামি শাহেৰবানুক ক'লে, "লোৱা আমাৰ বাছাক স্বৰ্গৰ সুশীতল পানী খুৱাই আনিলো।" শাহেৰবানুই সন্তানৰ বুকুৰ ফালে এবাৰ দৃষ্টিপাত কৰি অজ্ঞান হৈ ভূতলত পতিত হ'ল। শিবিৰস্থ পৰিয়ালৰ সকলোৱে শাহেৰবানুৰ শিশু সন্তানৰ কাৰণে কান্দিবলৈ ধৰিলে। মদিনাবাসীৰ মাজত আবদুল ওহাব নামৰ এজন বীৰপুৰুষ হোচেনৰ লগত আছিল। আবদুল ওহাবৰ মাতা আৰু স্ত্ৰীও লগত আছিল। হোচেন আৰু তেওঁৰ পৰিয়ালৰ দুখ দেখি আবদুল ওহাবৰ মাতাই কবলৈ ধৰিলে, আবদুল ওহাব! তোমাক কি কাৰণে গৰ্ভত ধাৰণ কৰিছিলো? হোচেনৰ এই দুখ দেখি তুমি এতিয়াও বহি আছা? তুমি এতিয়াও ইয়াৰ প্ৰতিশোধ লোৱাৰ কাৰণে অগ্ৰসৰ হোৱা নাই? পানী বিহনে সকলো মৰিব? ধিক তোমাৰ জীৱন। ধিক তোমাৰ বীৰত্ব। হায়! হায়! হোচেনৰ শিশু সন্তানটিৰ প্ৰতি যি খন হাতেৰে কাড় মাৰিছে, সেই পাপীৰ সেই হাতখন চায়েই পৰিতৃপ্তি হম? সেয়া নাভাবিবা। তোমাৰ কাড়ে সেই বিধৰ্মীৰ তীৰবদ্ধ মস্তক মই চাবলৈ ইচ্ছা কৰো। হায়! হায়! এনেকুৱা কোমল শৰীৰত যি নৰাধমে তীৰ বদ্ধ কৰিছে, তাৰ শৰীৰত

মানব-তেজ, মানব-ভাব-একোৱেই নাই। আবদুল ওহাব! তুমি স্বচক্ষুৰে শাহেৰবানুৰ শিশু সন্তানৰ সাংঘাতিক মৃত্যু দেখি এতিয়াও নিশ্চিন্তভাবে বহি আছা? এৰ্ম্মা অ'ক্ষেপৰ বিষয়। বিপদ দুখত তোমালোকে যদি কান্দি অনৰ্থ সময় নষ্ট কৰা তেনেহলে আমি কি কৰিম? অবলা নিঃসহায়া স্ত্ৰী জাতিৰ কাৰণেই বিধাতাই কান্দোনৰ সৃষ্টি কৰিছে, বীৰপুৰুষৰ কাৰণে নহয়।"

মাতাৰ উৎসাহসূচক উৎসনাত আবদুল ওহাব লগে লগে সজ্জিত হৈ আহিল। মাতাৰ চৰণ চুম্বন কৰি ক'লে, "আবদুল ওহাবে পুনৰ নাকান্দে। তেওঁৰ চকুত পুনৰ পানী নেদেখা, ফোৰাত নদীৰ কূলৰ পৰা শত্ৰুক আতোৰাই পঠিয়াব নতুবা আজি কাৰবালাভূমি আবদুল ওহাবৰ তেজেৰে ৰঞ্জিত হব।"

আবদুল ওহাবে পুনৰ একো কথা নোকোৱাকৈ জননীৰ চৰণ চুম্বন কৰি ঈশ্বৰৰ নাম লৈ ঘোৰাৰ পিঠিত উঠি মুহূৰ্ত্ততে ফোৰাতকূলত উপস্থিত হৈ বিপক্ষক উদ্দেশ্য কৰি কবলৈ ধৰিলে, "হেৰ পাষাণহৃদয় বিধৰ্মীসকল! যদি প্ৰাণৰ মমতা থাকে, যদি আৰু কিছুদিন জগতত বাস কৰাৰ ইচ্ছা আছে, তেনেহলে এতিয়াই নদীকূল এৰি দি পলায়ন কৰ। আবদুল ওহাব নদীকূল উদ্ধাৰ কৰি শিশু-সন্তানৰ হত্যাকাৰীৰ মূৰ নিবলৈ আহিছে। যদি যথাৰ্থ যুদ্ধৰ প্ৰতি ইমান হেপাহ, যদি বীৰত্ব দেখুৱাই মৰিবলৈ ইচ্ছা কৰ আবদুল ওহাবৰ সন্মুখলৈ আহ।

আবদুল ওহাব শত্ৰুৰ সন্মুখত চক্ৰাকাৰে ঘূৰিব ধৰিলে। কোনোৱে তেওঁৰ সন্মুখলৈ অহা নাই, নদী কূলো এৰি দিয়া নাই। আবদুল ওহাবে পুনৰ সক্ৰোধে কবলৈ ধৰিলে, "যোদ্ধাই হওঁক, বীৰেন্দ্ৰই হওঁক, উদ্যোগী পুৰুষেই হওঁক,—ধন্য যি সময়ক অতি মূল্যবান জ্ঞান কৰে। দেখিছো তহঁতৰ সকলো বিষয়তে জ্ঞান আছে। যদি সাহস থাকে, যদি আবদুল ওহাবৰ লগত যুদ্ধ কৰিবলৈ ইচ্ছা হয়, আগুৱাই আহ। আজি আবদুল ওহাবে বিধৰ্ম্মীৰ তেজেৰে ফোৰাতৰ পানী ৰাঙলী কৰিব সেই আশাতে তহঁতৰ সন্মুখলৈ আহিছোঁ। শত্ৰুৰ সন্মুখীন হবলৈ তহঁতৰ ভয় কিয়?"



বিপক্ষ দলৰ পৰা এজন দীৰ্ঘকায় বীৰপুৰুষ বহিৰ্গত হৈ অতি উচ্চ লোহিতবৰ্ণ অশ্বপৃষ্ঠত আৰোহণপূৰ্ব্বক বিশেষ দক্ষতাৰে সৈতে তৰোৱাল ঘূৰাই আবদুল ওহাবৰ সন্মুখীন হৈ কবলৈ ধৰিলে, "মূৰ্খসকলেই দৰ্প কৰে। কাপুৰুষে অহঙ্কাৰ প্ৰদৰ্শন কৰে। তোক মাৰি কি হব? আবদুল ওহাব, তই কাৰ সন্তান। তোৰ জননী কোন? সেইবোৰৰ পৰিচয় লৈ আহোতেই মোৰ বিলম্ব হৈছে। তই কিয় এই নব জীৱনত আনৰ কাৰণে প্ৰাণ হেৰুৱাবি? তোক বধ কৰিলে এজিদৰ ওচৰত যশো লাভ নহয়। তহঁতৰ হোচেনক যুদ্ধলৈ আহিবলৈ দেগৈ। তই যদি আৰু কিছুদিন জীয়াই থাকিবলৈ ইচ্ছা কৰ উভতি যাগৈ।"

আবদুল ওহাব খণ্ডত অস্থিৰ হৈ কবলৈ ধৰিলে, "বিধৰ্ম্মী কাফেৰ! ইমান স্পৰ্দ্ধা তোৰ। প্ৰথমতেই তই হোচেনক যুদ্ধলৈ আহ্বান কৰিলি? আমি জীয়াই থাকোতে প্ৰভুক আহ্বান কিয়? আগতে আবদুল ওহাব তাৰ পিচত অইন কথা।" সদৰ্পে এই কথা কৈ আবদুল ওহাব অশ্ব ওভোতাই লৈ বিধৰ্ম্মীক এনেভাবে তৰোৱালেৰে আঘাত কৰিলে যে, একে আঘাততে ঘোঁৰাৰ সৈতে আৰোহীক দ্বিখণ্ডিত কৰি পেলালে। যুদ্ধক্ষেত্ৰত অশ্বচক্ৰ দি শত্ৰুবিনাশী আবদুল ওহাব প্ৰত্যেক চক্ৰপৰিবৰ্ত্তনৰে বিপক্ষসকলক আহ্বান কৰিব ধৰিলে। এজন এজনকৈ সত্তৰজনক বিধৰ্ম্মীক নৰকলৈ প্ৰেৰণ কৰি পুনৰবাৰ পৰিক্ৰমণৰ কাৰণে শত্ৰুসকলক আহ্বান কৰিব ধৰিলে; কিন্তু এজনো তেওঁৰ সন্মুখলৈ নাহিল। দূৰৈৰ পৰা কাড় নিক্ষেপ কৰি তেওঁক পৰাস্ত কৰাৰ চেষ্টা কৰিব ধৰিলে। আবদুল ওহাবে ভয় নাখাই দুই হাতেৰে তৰোৱাল চলাই শত্ৰুৰ নিক্ষিপ্ত শৰজাল খণ্ড খণ্ড কৰিব ধৰিলে। মাজে মাজে শত্ৰুৰ কাড় আবদুল ওহাবৰ গাত বিন্ধিলেহি যাৰ ফলত শৰীৰৰ পৰা তেজ প্ৰবাহিত হব ধৰিলে। সেইফালে আবদুল ওহাবৰ দৃষ্টি নাই মাত্ৰ শত্ৰু বিনাশত তেওঁ কৃতসঙ্কল্প।

যুদ্ধ কৰি কৰি ভাগৰত আবদুল ওহাবৰ পানী পিয়াহত কাতৰ হৈ পৰিল। কোনো উপাই নাপায় বেগেৰে যুদ্ধক্ষেত্ৰৰ পৰা আহি

হোচেনক কলেহি, "হজৰত ! খুব পিয়াহ লাগিছে। এই সময়ত যদি ওহাবক অকণমান পানী দিব পাৰে, তেনেহলে শত্ৰুকুল—"

"পানী ?—পানী ক'ত পাম ভাই ?" হোচেনে দুখ কৰি কবলৈ ধৰিলে, "ভাই যদি সেই ক্ষমতা মোৰ থাকিলহেঁতেন, তেনেহলে তোমাৰ এনেকুৱা দুৰ্দ্দশা জানো হয় ?"

আবদুল ওহাবৰ জননীয়ে এই কথাবাৰ্তা শুনি কবলৈ ধৰিলে, "আবদুল ওহাব, যুদ্ধ ক্ষেত্ৰৰ পৰা কিয় উভতি আহিলা ? কি ঘৃণা, কেনে লাজৰ কথা। কিয় তুমি মোৰ গৰ্ভত জন্মগ্ৰহণ কৰিছিলা ? পানী পিয়াহ নিবাৰণ কৰিবলৈ যুদ্ধক্ষেত্ৰৰ পৰা উভতি আহিলা। মই তোমাৰ কলঙ্কিত মুখ নাচাওঁ। তোমাক যুদ্ধক্ষেত্ৰৰ পৰা পলাই আহিবলৈকে পঠোৱা নাছিলো ? হয় ফোৰাতকূল উদ্ধাৰ কৰি হোচেনৰ পুত্ৰ-পৰিয়ালক ৰক্ষা কৰিবা, নহলে মৃত্যু বৰণ কৰিবা। এই বৃদ্ধ বয়সত তোমাৰ মৃত্যু দেখি জীৱন সাৰ্থক কৰিম ? মোৰ আশা ফলবতী নহল।

সভয়ে কম্পিত মাতেৰে আবদুল ওহাবে ক'লে, "জননী। মই আকৌ যুদ্ধক্ষেত্ৰলৈ যাওঁগৈ। এইবাৰ হয় নদীকূল উদ্ধাৰ ; নহয় আবদুল ওহাবৰ মৃত্যু। কিন্তু জননী ! পিয়াহত প্ৰাণ যোৱা অৱস্থা। পিয়াহ নিবাৰণ কৰাৰ উপায় নাই। তোমাৰ চৰণদৰ্শনতেই পিয়াহৰ শান্তি। আৰু এটি নিবেদন এবাৰ স্ত্ৰীৰ মুখখন—"

ও, বুজিছোঁ। সেই মুখখন এবাৰ চাব পাৰা কিন্তু অশ্বৰ পৰা নামিব নোৱাৰা। "মাতৃৰ আজ্ঞা পাই সেই অৱস্থাতে আবদুল ওহাব সদ্য বিবাহিত স্ত্ৰীৰ ওচৰলৈ গৈ কবলৈ ধৰিলে।" জীৱিতেশ্বৰি। মই যুদ্ধযাত্ৰী। যুদ্ধ কৰি থাকোতে তোমাৰ কথা মনত পৰিল, পিয়াহতো প্ৰাণ আকুল। ভাবিলো, তোমাক এবাৰ দেখা পালে বোধহয়, কিছু শ্ৰান্তি দূৰ হব, পানীপিয়াহ নিবাৰণ হব। এই ভাবি আহিছোঁ, কিন্তু অশ্বৰ পৰা নমাৰ আদেশ নাই। মাতৃৰ আজ্ঞা—সেই কাৰণে অশ্বপৃষ্ঠত বহিয়েই সাক্ষাৎ কৰিলো।"

পতিপৰায়ণা পতিব্ৰতা সতী পতিৰ ওচৰলৈ গৈ মিনতি কৰি



কবলৈ ধৰিলে, "জীৱিতেশ্বৰ ! সমৰাঙ্গণত অঙ্গনাৰ কথা মনত পেলাব নালাগে। যুদ্ধক্ষেত্ৰত অন্তপুৰৰ কথা যিজনৰ মনত পৰে, তেওঁ আকৌ কেনে বীৰ ? প্ৰাণেশ্বৰ ! মই নাৰী, মইতো ইয়াৰ মৰ্ম্ম একোকে বুজিব নোৱাৰিলো। প্ৰভু মোহম্মদৰ বংশধৰসকলৰ বিপদৰ সময়ত সাহায্য কৰিবলৈ স্ত্ৰী-পৰিবাৰ, সন্তানসন্ততিৰ কথা যি যোদ্ধাই মনত পেলাই—তেওঁক মই বীৰপুৰুষ বুলি নকওঁ। যদি আপোনালোকে ভয় কৰে, তেনেহলে আমিয়েই—পিয়াহত কাতৰ স্ত্ৰীসকলেই, ৰণবেশেৰে সমৰাঙ্গণত তৰোৱাল লৈ নৃত্য কৰিম ; ৰণসাজে সজ্জিত হবলৈ কুণ্ঠিত বোধ নকৰো। চাম কোন যোদ্ধা আমাৰ সন্মুখত উপস্থিত হয়হি। চোৱাৰ দিন, কথাৰ দিন, বিশ্ৰামৰ দিন, ঈশ্বৰ প্ৰসাদত যদি পাওঁ, তেতিয়া মনৰ আনন্দত আপোনাৰ সেৱা কৰিম। হোচেনৰ বিপদ চিৰকাল নাথাকে। কিন্তু আপুনি এনেকুৱা দিন পাই সময় নষ্ট নকৰিব, পুনৰ এনেদিন আপুনি নাপাব। বিলম্ব কৰা উচিত নহয়।

অশ্বৰ পৰাই নতশিৰে সাধ্বী সতীৰ কপালত চুম্বন দি আবদুল ওহাব সজোৰে ঘোৰা চলাই পুনৰ যুদ্ধক্ষেত্ৰলৈ প্ৰত্যাবৰ্ত্তন কৰি শত্ৰুক সম্বোধন কৰি কবলৈ ধৰিলে, "বিধৰ্ম্মী কাফেৰসকল ! ভাবিছিল আবদুল ওহাব পলাইছে ? ওহাব পলোৱা নাই। তহঁতক অলপ সময়ৰ কাৰণে এই জগৎ চোৱাৰ অবসৰ দিছিলো। আগবাঢ়ি আহ, আবদুল ওহাবৰ লগত যুদ্ধ কৰিবলৈ।

আবদুল ওহাবৰ মাতৃ পুত্ৰৰ অজ্ঞাতে যুদ্ধক্ষেত্ৰৰ ওচৰলৈ গৈ তেওঁ যুদ্ধ চাই আছে। আগতেই সেনাপতি ওমৰে সকলোকে সাবধান কৰি ৰাখিছিল যে, আবদুল ওহাবে কোনো কাৰণত উভতি গৈছে, এতিয়াই উভতি আহিব। এইবাৰ সকলোৱে একত্ৰ হৈ আবদুল ওহাবক আক্ৰমণ কৰিব লাগিব।

ৰণক্ষেত্ৰত বহুসংখ্যক সৈন্য একেলগে মণ্ডলাকাৰ হৈ চাৰিওফালে ঘূৰি একেশ্বৰ আবদুল ওহাবৰ প্ৰতি অস্ত্ৰ বৰ্ষণ কৰিব ধৰিলে। বীৰবৰ আবদুল ওহাব শত্ৰুবেষ্টিত হৈ দুইহাতেৰে তৰোৱাল চলাবলৈ ধৰিলে।

এজিদৰ সৈন্য অন্ত নাই ; কিমান মাৰিব। শেষত শত্ৰুপক্ষৰ আঘাতত আবদুল ওহাবৰ মস্তক দেহৰ পৰা বিচ্ছিন্ন হৈ দূৰেত বিনিক্ষিপ্ত হ'ল। সেই ছিন্ন মস্তক আবদুল ওহাবৰ মাতৃৰ সন্মুখত গৈ পৰিল। বীৰ জননী পুত্ৰশিৰ দুই হাতেৰে দাঙি লৈ বেগেৰে আহি নিৰ্জ্জন কোঠাত হোচেনৰ সন্মুখত থলেহি। এই অবসৰত ওহাবৰ শিক্ষিত অশ্চই শিৰশূন্য দেহলৈ অতি বেগেৰে শিবিৰ পালেহি। সকলোৰে সন্মুখত শিৰশূন্য দেহ অশ্চপৃষ্ঠৰ পৰা মাটিত বাগৰি পৰিল আবদুল ওহাবৰ মাতৃয়ে তেজেৰে ৰাঙলী হস্ত উত্তোলন কৰি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা কৰিলে আৰু আবদুল ওহাবৰ উদ্দেশ্য আশীৰ্ব্বাদ কৰিলে,—"আবদুল ওহাব! তুমি ঈশ্বৰৰ কৃপাত স্বৰ্গীয় সুখভোগত সুখী হোৱা। হোচেনৰ বিপদ সময়ত তুমি প্ৰাণ দি সাহা য কৰিলা, প্ৰভু মোহম্মদৰ বংশধৰ সকলৰ পিপাসাৰ শান্তিহেতু কাফেৰৰ হস্তত জীৱন বিসৰ্জ্জন দিলা. তোমাক শত শত আশীৰ্ব্বাদ। তুমি যি জননীৰ গৰ্ভত জন্মিছিলা, তেওঁৰো জীৱন সাৰ্থক। তোমাৰ মস্তক দেহৰ পৰা কোনে বিচ্ছিন্ন কৰিলে?" আবদুল ওহাবৰ মাতৃয়ে ছিন্ন মস্তকটি আনি পতিত দেহত সংলগ্ন কৰি কবলৈ ধৰিলে, "আবদুল ওহাব! প্ৰাণাধিক! অশ্ব সজ্জিত হৈ আছে, তোমাৰ হাতৰ অস্ত্ৰ হাততেই আছে, বিধৰ্মীৰ তেজেৰে অস্ত্ৰ ৰঞ্জিত কৰিছা, তেনেহলে মাটিত বাগৰি পৰি আছা কিয়? বাছা! দুখিনীৰ জীৱন-সৰ্ব্বস্ব। উঠা অশ্চত আৰোহন কৰা। এইবাৰ যুদ্ধক্ষেত্ৰৰ পৰা উভতি আহিলে পুনৰ তোমাক যুদ্ধলৈ যাব নিদিওঁ। সোঁৱা চোৱা, তোমাৰ অৰ্দ্ধাঙ্গৰূপিনী বণিতা তোমাৰ যুদ্ধ-বিজয়-সংবাদ শুনিবলৈ উৎকণ্ঠিত কৰ্ণেৰে সতৃষ্ণনয়নে আক্ষেপ কৰিব ধৰিছে।"

আবদুল ওহাবৰ বিয়োগত হোচেনে কান্দিলে, পৰিয়ালবৰ্গও কান্দিলে। আবদুল ওহাবৰ মাতৃয়ে অশ্ৰুনয়নে কবলৈ ধৰিলে, "আবদুল ওহাব! ইমানকৈ মাতিলো, তুমি নুঠিলা, তুমি তোমাৰ মাতৃৰ কথাও নুশুনিলা। শোকত আকুল হৈ বৃদ্ধাই পুত্ৰমস্তক বক্ষত ধাৰণ কৰি কান্দি কান্দি কবলৈ ধৰিলে, "মোৰ পুত্ৰ হন্তা কোন!



আবদুল ওহাবে কাৰ হাতত জীৱন দিলে? কোনে আবদুল ওহাবৰ মস্তক মোৰ ক্ৰোড়ত নিক্ষেপ কৰিছিল। কান্দি কান্দি আবদুল ওহাব জননী লগে লগে আবদুল ওহাবৰ অশ্বত আৰোহণ কৰিলে। হোচেনে বহু অনুনয় বিনয় কৰি নিষেধ কৰিলে, তেওঁ বাধা নামানিলে। পুত্ৰ-মস্তক কোলাত লৈ অশ্বপৃষ্ঠত উঠি যুদ্ধক্ষেত্ৰলৈ আহি চিঞৰি কবলৈ ধৰিলে, "কোন কাফেৰ, কোন পাপাত্মা, কোন শৃগালে মোৰ পুত্ৰৰ মস্তক দেহৰ পৰা শিৰ বিচ্ছিন্ন কৰিছে? ঈশ্বৰৰ দোহাই, এই যুদ্ধ-ক্ষেত্ৰলৈ এবাৰ আহি সেই পাপাত্মা, সেই পিশাচ, সেই কাফেৰ মোৰ সন্মুখলৈ আহি দেখা দিয়া।"

"ঈশ্বৰৰ দোহাই" শুনি আবদুল-ওহাব-হন্তা যুদ্ধক্ষেত্ৰলৈ আহি দৰ্প কৰি কবলৈ ধৰিলে, "মোৰ এই শাণিত অস্ত্ৰই আবদুল ওহাবৰ মস্তক সেই পাপদেহৰ পৰা বিচ্ছিন্ন কৰিছে।" পুনৰ কোনো কথা কবলৈ নাপ লে। আবদুল ওহাবৰ জননী পুত্ৰ ঘাতকক দেখা পাই সক্ৰোধেৰে আবদুল ওহাবৰ মস্তকৰ হন্তাকাৰীৰ উদ্দেশ্যেৰে ইমান জোৰেৰে মাৰি পথিয়ালে যে, সেই আঘাতত কাফেৰৰ মস্তক ভগ্ন হৈ মজ্জা নিৰ্গত হবলৈ ধৰিলে তেওঁৰ লগে লগেই পঞ্চত্বপ্ৰাপ্তি।

এই ঘটনা দেখি ওমৰ খণ্ডত জ্বলি উঠি ওহাবৰ জননীৰ চতুৰ্দ্দিকে সৈন্য বেষ্টন কৰিলে। বৃদ্ধাই কবলৈ ধৰিলে, 'কাফেৰহঁত! তহতৰ মঙ্গল হওঁক! মোৰ জীৱনৰ মায়া নাই। পুত্ৰশোক নিবাৰণ কৰিবলৈ এই যুদ্ধক্ষেত্ৰলৈ আহিছোঁ। তহঁতে মোক নিপাত্ত কৰ। যি পথেৰে আবদুল ওহাব গৈছে সেই পথেৰে মইও যাম। কিন্তু ওপৰত যদি কোনোবা বিচাৰকৰ্ত্তা আছে, তেওঁলোকে তহঁতৰ বিচাৰ কৰিব।" অতি কম সময়তে আবদুল ওহাব-জননী শত্ৰুৰ হাতত প্ৰাণত্যাগ কৰি স্বৰ্গবাসিনী হ'ল।

আবদুল ওহাবৰ মাতৃয়ে প্ৰাণত্যাগ কৰাৰ পিছত গাজী ৰহমানে হোচেনৰ পদচুম্বন কৰি যুদ্ধক্ষেত্ৰত উপস্থিত হ'ল। তেওঁও বহু সংখ্যক বিধৰ্মীক জাহান্নামলৈ পঠিয়াই শত্ৰুৰ হাতত শ্বহীদ হ'ল। ক্ৰমে জাফৰ প্ৰভৃতি প্ৰধান প্ৰধান বীৰসকল হোচেনৰ সাহায্যৰ

কাৰণে শত্ৰুৰ সন্মুখীন হৈ যুদ্ধ কৰিলে, কোনোৱে কৃতকাৰ্য্য হব নোৱাৰিলে। প্ৰায় দেড় লক্ষ বিপক্ষ সৈন্য বিনাশ কৰি মদিনাৰ প্ৰধান প্ৰধান যোদ্ধা শত্ৰু হাতত আত্মসমৰ্পণ কৰি স্বৰ্গধামলৈ গতি কৰিলে।

## পঞ্চবিংশ প্ৰবাহ

সূৰ্য্যদেৱ যিমানে ওপৰলৈ উঠিছে, তাপও সিমানেই বৃদ্ধি হবলৈ ধৰিছে। হোচেনৰ পৰিয়ালবৰ্গ বিন্দুমাত্ৰ পানীৰ কাৰণে লালায়িত হৈছে; শ শ বীৰ পুৰুষ শত্ৰুৰ হাতত প্ৰাণ ত্যাগ কৰিছে। ভ্ৰাতা, পুত্ৰ, স্বামীৰ ৰক্তিম কলেবৰ দেখি কামিনীসকল, সময়ে সময়ে পিয়াহত কাতৰ হৈ পৰিছে। চকুত পানীৰ নাম মাত্ৰও নাই. সেয়া যেন একপ্ৰকাৰ বিকৃত ভাব, কান্দিবৰ শক্তিও নাই। হোচেনে চাৰিওফালে দৃষ্টিপাত কৰি চালে: বন্ধু-বান্ধৱৰ ভিতৰত কোনো নাই। ৰণসজ্জা কৰি জয়লাভৰ কাৰণে শত্ৰু সন্মুখীন হবলৈ আদেশৰ অপেক্ষাত তেওঁৰ সন্মুখত আজি কোনো নাই। হোচেনে দীঘল হুমুনিয়াহ এটি পেলাই ক'লে, "হায়! একমাত্ৰ পানীৰ আশাত ইমান আত্মীয়, বন্ধু-বান্ধৱ হেৰুৱালো, তথাপিও এজনৰো পানী পিয়াহ নিবৃত্ত কৰিব নোৱাৰিলো। কাৰবালা ভূমিত তেজৰ সোঁত বৈছে, তথাপি বোৱতী ফোৰাতক শত্ৰু হাতৰ পৰা উদ্ধাৰ কৰিব নোৱাৰিলো। এতিয়া জীয়াই থকাৰ আশা নাই, আকাঙ্ক্ষাও নাই।"

হাচানৰ পুত্ৰ কাছেম পিতৃব্যৰ এই কথা শুনি সুসজ্জিত বেশে সন্মুখত কৰযোড়ে দণ্ডায়মান হৈ বিনীতভাবে কবলৈ ধৰিলে, "তাতঃ! কাছেম এতিয়াও জীয়াই আছে। আপোনাৰ আজ্ঞাবহ চিৰদাস আপোনাৰ সন্মুখত দণ্ডায়মান। অনুমতি দিয়ক, শত্ৰুকূল নিৰ্ম্মূল কৰো।"

হোছেনে ক'লে, "কাছেম, তুমি পিতৃহীন, তোমাৰ মাতৃৰ তুমিয়েই একমাত্ৰ সন্তান; তোমাক এই ভয়ানক শত্ৰুৰ মাজলৈ কোন সতে পঠিয়াম?"



কাছেমে ক'লে, "ভয়ানক! আপুনি কাক ভয়ানক শত্ৰুজ্ঞান কৰিছে? পথৰ ক্ষুদ্ৰ মক্ষিকা, পথৰ ক্ষুদ্ৰ পিপীলিকাক মই যেনেকুৱা ক্ষুদ্ৰ জ্ঞান কৰো, আপোনাৰ অনুমতি পালে এজিদৰ ভয়ঙ্কৰ ভয়ঙ্কৰ সৈন্যাধ্যক্ষসকলকো সেই ৰূপ তৃণ জ্ঞান কৰিব পাৰো। কাছেম যদি বিপক্ষৰ ভয়ত ভয়াৰ্ত্ত হয়. হাচানৰ নাম ডুবিব, আপোনাৰো নাম ডুবিব। অনুমতি কৰক, অকলে মই সশস্ত্ৰ হৈ সহস্ৰ সহস্ৰ লক্ষ লক্ষ ৰিপুবিনাশত সমৰ্থ।"

হোচেনে ক'লে, "প্ৰাণাধিক! আমাৰ বংশত তুমি সকলোৰে প্ৰধান, তুমি এমাম বংশৰ বহুমূল্য ৰত্ন, তুমি পিতাৰ জ্যেষ্ঠ পুত্ৰ, তুমি চৈয়দ বংশৰ অমূল্য নিধি। তুমি মাতাৰ একমাত্ৰ সন্তান, তেওঁৰ সন্মুখত থাকি তেওঁক আৰু পৰিয়ালৰ সকলোকে সান্ত্বনা দিয়া মই নিজেই যুদ্ধ কৰি ফোৰাতকূল উদ্ধাৰ কৰো।"

কাছেমে ক'লে, "আপুনি যিয়েই নকওঁক, কাছেমৰ প্ৰাণ দেহত থাকোতে আপোনাক অস্ত্ৰ ধৰিব নিদিও। যদি ফোৰাতকূল উদ্ধাৰ কৰিব নোৱাৰো তেনেহলে ফোৰাত নদী আজি লোহিত বৰ্ণত ৰঞ্জিত হৈ এজিদৰ সৈন্য শোণিতেৰে যোগ দি মহাসমুদ্ৰত প্ৰবাহিত হব।"

হোচেনে ক'লে, "বৎস! মোৰ মুখত এই কথাৰ উত্তৰ নাই! তোমাৰ মাতাৰ আদেশ লৈ যি ইচ্ছা তাকে কৰা।"

হাচনেবানুৰ পদধূলি গ্ৰহণ কৰি মহাবীৰ কাছেমে যুদ্ধযাত্ৰা প্ৰাৰ্থনা কৰাত, হাচনেবানুই কাছেমৰ মস্তক চুম্বন কৰি আশীৰ্ব্বচন প্ৰয়োগপূৰ্ব্বক ক'লে, "যোৱা বাছা, যুদ্ধলৈ যোৱা। তোমাৰ পিতৃঋণ পৰিশোধ কৰা। পিতৃশত্ৰু এজিদৰ সৈন্যৰ মস্তক চূৰ্ণ কৰাগৈ, যুদ্ধত জয়ী হৈ ফোৰাতকূল উদ্ধাৰ কৰাগৈ। আমি সকলোৱেই তোমাৰ মুখাপেক্ষী হৈ ৰলো। যোৱা বাপ! তোমাক আজি ঈশ্বৰৰ পদতলত সমৰ্পণ কৰিলো।

হাচনেবানুৰ পৰা বিদায় লৈ কাছেম হোচেনৰ ওচৰলৈ আহিল। হোচেনে কাছেমক ক'লে, "তোমাৰ পিতাৰ ওচৰত মই এটি প্ৰতিজ্ঞাত আবদ্ধ আছোঁ। মোক সেই প্ৰতিজ্ঞাৰ পৰা উদ্ধাৰ কৰি যুদ্ধলৈ গমন

কৰা। তোমাক যুদ্ধলৈ যাব দিয়াত মোৰ আপত্তি নাথাকিব। তোমাৰ পিতাই প্ৰাণ বিয়োগৰ আগে আগে মোক শপথ খুৱাই আৱদ্ধ কৰি ৰাখিছিল : মোৰ কন্যা ছখিনাৰ সৈতে তোমাক বিবাহ দিম। তুমি ছখিনাক বিয়া নকৰাকৈ যুদ্ধলৈ যাব নোৱাৰা। তোমাৰ পিতাৰ আজ্ঞাৰ প্ৰতিপালন, মোক প্ৰতিজ্ঞাৰ পৰা ৰক্ষা কৰা, উভয়ে তোমাৰ সমতুল্য কাৰ্য্য।"

কাছেম মহাবিপদত পৰিল। এই মহাবিপদৰ সময়ত বিবাহ কৰিব লাগিব, এই ভাবি তেওঁৰ চিত্ত অস্থিৰ হৈ পৰিল। কি কৰিব, একো ভাবি নাপায় তেওঁ মাতাৰ ওচৰলৈ গৈ সমুদায় কথা ব্যক্ত কৰিলে।

হাচ্‌নেবানুই ক'লে, "কাছেম! মইও জানো, মোৰ সন্মুখত তোমাৰ পিতাই তোমাৰ পিতৃব্যৰ ওচৰত এই বিবাহৰ প্ৰস্তাৱ দি তেওঁক প্ৰতিজ্ঞাবদ্ধ কৰি ৰাখিছিল। শোক, তাপ, আৰু উপস্থিত বিপদত মই সকলো কথা পাহৰি আছিলো। ঈশ্বৰানুগ্ৰহত তোমাৰ পিতৃব্যৰ স্মৰণ আছিল বুলিয়েই তোমাৰ পিতাৰ উপদেশ প্ৰতিপালিত হব যেন বোধ হৈছে। কোনো আপত্তি নকৰিবা। এতিয়াই বিবাহ হওঁক। প্ৰাণাধিক! এই বিষাদ-সমুদ্ৰৰ মাজত ক্ষণকালৰ কাৰণে হলেও এবাৰ আনন্দস্ৰোত বৈ যাওঁক।"

কাছেমে ক'লে, "জননী! পিতাই মৃত্যু সময়ত মোক এটা কবচ দি কৈছিল : যি সময়ত তুমি কোনো বিপদত পৰিবা, নিজ বুদ্ধিৰ দ্বাৰা যেতিয়া কোনো উপায় স্থিৰ কৰিব নোৱাৰা, সেই সময়তে এই কবচৰ আনটো ফালে চাই তদুপদেশ মতে কাৰ্য্য কৰিবা। মোৰ দক্ষিণ হস্তত যি কবচ দেখিছে, এয়াই সেই কবচ। আপুনি যদি অনুমতি দিয়ে, তেনেহলে আজি এই মহাবিপদৰ সময়ত কবচৰ আনটো ফালে চাব পাৰে—কি লেখা আছে।"

হাচনেবানুই ক'লে, "এতিয়াই চোৱা, কি লেখা আছে! তোমাৰ আজিৰ যি বিপদ উপস্থিত পুনৰ এনে বিপদ নহয়। কবচৰ আনটো ফাল চোৱাৰ এয়াই উপযুক্ত সময়!" এই কথা কৈ হাচনেবানুই



কাছেমৰ বাহুৰ পৰা কবচ খুলি তেওঁৰ হাতত দিলে। কাছেমে কবচৰ আনটো ফাল চাই ক'লে, "মা! মোৰ পুনৰ আপত্তি নাই। এই চোৱা, কবচত কি লেখা আছে।" পৰিয়ালৰ সকলোৱে দেখিলে, কবচত লেখা আছে,—"এতিয়াই ছখিনাক বিবাহ কৰা।" কাছেমে ক'লে, "এই বেশেৰেই মই পিতাৰ আজ্ঞা পালন আৰু পিতৃব্যৰ প্ৰতিজ্ঞা ৰক্ষা কৰিম।"

প্ৰিয় পাঠকসকল! ঈশ্বৰৰ অনুগ্ৰহত লেখনীৰ সাহায্যত আপোনালোকৰ লগত মই বহু দূৰ আহিছোঁ। কোনো দিনাখনে ভবা নাছিলো, অলপো চিন্তা কৰি চোৱা নাছিলোঁ, লেখনীৰ অবিশ্ৰান্ত গতিক্ৰমতেই আপোনালোকৰ লগে লগে বিষাদ সিন্ধুৰ পঞ্চবিংশ প্ৰবাহ পৰ্য্যন্ত আহিছোঁ কিন্তু আজি কাছেমৰ বিবাহ প্ৰবাহত মহাবিপদত পৰিলো। কি লিখিম একোৱেই স্থিৰ কৰিব পৰা নাই। হাচ্‌নেবানুই কৈছে, "বিষাদ-সমুদ্ৰত আনন্দস্ৰোত!" এনেকুৱা কঠিন বিষয় বৰ্ণনা কৰিবলৈ গৈ মোৰ মূৰ ঘূৰাইছে, লেখনী অসাৰ হৈছে, চিন্তাৰ গতিৰোধ হৈছে, কল্পনা শক্তি শিথিল হৈ পৰিছে। যি সিবিৰত স্ত্ৰী-পুৰুষে, বালক-বালিকাই দিনে নিশাই মূৰ খুন্দুৱাই কান্দিছে, পুত্ৰমিত্ৰ শোকত জগৎসংসাৰ অন্ধকাৰ দেখিছে, প্ৰাণপতিৰ চিৰবিৰহত সতী নাৰীৰ প্ৰাণ ফাটি গৈছে ভ্ৰাতাৰ বিয়োগ যন্ত্ৰণাত অধীৰ হৈ প্ৰিয় ভ্ৰাতাই বক্ষঃ বিদীৰ্ণ কৰিছে, শোকে-তাপে স্ত্ৰী-পুৰুষ একত্ৰে দিনে নিশা "হায় হায়" কৰি কান্দিছে, জগতকো কন্দুৱাইছে, আকৌ সেই মুহূৰ্ত্তৰ পিছতেই তৃষ্ণা, সেই তৃষ্ণাৰ শান্তি নহল;—সেই শিবিৰতে আজি বিবাহ। সেই পৰিয়ালৰ মাজতে এতিয়া বিবাহ উৎসব। বিষাদ সিন্ধুত হঁহাৰ একো নাই, ৰহস্যৰ নামমাত্ৰ নাই, আমোদ-আহ্লাদৰ বিন্দুবিসৰ্গ সম্পৰ্কও নাই—আদ্যান্ত মাত্ৰ বিষাদ, ছত্ৰে ছত্ৰে মাত্ৰ বিষাদ, বিষাদতে আৰম্ভ আৰু বিষাদতেই শেষ। কাছেমৰ ঘটনা বৰ ভয়ানক। পূৰ্ব্বতেই কৈছোঁ যে, মহাবীৰ কাছেমৰ ঘটনা বিষাদ সিন্ধুৰ এটি প্ৰধান তৰঙ্গ।

কাৰো মুখত হাঁহি নাই, সন্তোষৰ চিন নাই; বিবাহ অথচ

বিষাদ। পুৰবাসিসকলে ছখিনাক আগুৰি ধৰিলে। ৰণবাদ্যই তেতিয়া চাদিয়ানা বাদ্যৰ কাৰ্য্য কৰিব ধৰিলে। অঙ্গৰাগাদি সুগন্ধি দ্ৰব্যৰ কথা কাৰো স্মৰণ নহল,—কেৱল কণ্ঠবিনিৰ্গত চকুপানীৰেই ছখিনাৰ অঙ্গ ধৌত কৰি পুৰবাসিণীসকলে পৰিস্কৃত বসনৰে ছখিনাক সজ্জিত কৰিলে, তেওঁৰ কেশগুচ্ছ পৰিপাটী কৰি বান্ধি দিলে, সভ্য দেশত প্ৰচলিত বিবাহৰ চিহ্নস্বৰূপ দুই এপদ অলঙ্কাৰ ছখিনাৰ অঙ্গত পিন্ধালে। ছখিনা পূৰ্ণবয়স্কা, তেওঁ সকলো বুজি পাইছে। কাছেম অপৰিচিত নহয়! প্ৰণয়, ভালপোৱা, উভয়ৰেই আছে। ভ্ৰাতা-ভগ্নীৰ মাজত যিৰূপ বিশুদ্ধ আৰু পবিত্ৰ প্ৰণয় হৈ থাকে, সেয়া কাছেম-ছখিনাৰ বাল্যকালৰ পৰাই আছে। পৰস্পৰৰ স্বভাব অজানা নহয়; বাল্যকালৰ পৰাই এই উপস্থিত যৌবনকাল পৰ্য্যন্ত একেলগে ক্ৰীড়া, একেলগে ভ্ৰমণ, একেলগে বাস নিবন্ধনে উভয়ৰে মনত সবিশেষ সৰল প্ৰণয় জন্মিছিল। উভয়েই এক পৰিবাৰ, এক বংশসম্ভূত, উভয়ৰে পিতা পৰস্পৰ সহোদৰ ভ্ৰাতা, গতিকে লাজ, মান, অভিমান প্ৰভৃতি আন স্বামী-স্ত্ৰীত যেনেকুৱা হোৱা সম্ভাবনা, সেয়া তেওঁলোকৰ নাই। লগ্ন সুস্থিৰ হ'ল। আনফালে এজিদৰ সৈন্যই ঘোৰ ৰবে যুদ্ধৰ বাজনা বজাব ধৰিছে। ফোৰাত নদীৰ কূল উদ্ধাৰ কৰিবলৈ আন কোনো বীৰপুৰুষ হোচেনৰ পক্ষৰ পৰা নহা দেখি, আজিৰ যুদ্ধৰ জয় সম্ভাবনা বিবেচনাত, তুমুল শব্দত বাজনা বজাব ধৰিছে। সেই শব্দ ফোৰাতকূলৰ পৰা কাৰবালাৰ অন্তসীমা পৰ্য্যন্ত প্ৰতিধ্বনিত হৈ উঠিল। হোচেন শিবিৰত পতিপুত্ৰ-শোকাতুৰা অবলাসকলৰ কাতৰ নিনাদত সপ্ততল আকাশ ভেদ কৰিব ধৰিলে। সেই কাতৰধ্বনি ঈশ্বৰৰ সিংহাসন পৰ্য্যন্ত পালেগৈ। হোচেনে বাধ্য হৈ এই নিদাৰুণ দুখৰ সময়ত কাছেমৰ হাতত প্ৰাণাধিক দুহিতা ছখিনাক সমৰ্পণ কৰিলে। বিধিমতে বিবাহ কাৰ্য্য সম্পাদন হ'ল। শুভ কাৰ্য্যৰ পিছত আনন্দাশ্ৰু বহুতৰে চকুত দেখা দিয়ে, কিন্তু হোচেনৰ শিবিৰস্থ পৰিয়ালৰ চকুত কোনো প্ৰকাৰ অশ্ৰুই দেখা নগল। কিন্তু কাছেমৰ বিবাহ বিষাদ-সিন্ধুৰ এটি প্ৰধান



তৰঙ্গ। সেই ভীষণ তৰঙ্গত সকলোৰে অন্তৰ উটি গৈছিল। বৰকন্যা উভয়ে সমবয়স্ক। স্বামী-স্ত্ৰী একেলগে দুই দণ্ড নীৰলে বহি কথাবাৰ্ত্তা হোৱাৰও সময় নহল। বিবাহ কাৰ্য্য সম্পন্ন কৰি গুৰুজনৰ চৰণ বন্দনা কৰি মহাবীৰ কাছেম সজ্জিত হৈ দণ্ডায়মান হৈ ক'লে, "এতিয়া শত্ৰু নিপাত কৰিবলৈ যাওঁ।"

হাচনেবানুই কাছেমৰ মুখত চুমাৰে ভৰাই দি আন সকলোৰে সৈতে দুই হাত ওপৰলৈ তুলি ঈশ্বৰৰ ওচৰত প্ৰাৰ্থনা জনালে— "হে কৰুণাময় জগদীশ্বৰ! কাছেমক ৰক্ষা কৰা, আজি বিবাহ-সজ্জা ফুল-সজ্জা পৰিত্যাগ কৰি চিৰশত্ৰু সৈন্য সন্মুখলৈ যাবলৈ ওলাইছে। পৰমেশ্বৰ! তুমিয়েই ৰক্ষাকৰ্তা; তুমিয়েই ৰণক্ষেত্ৰত পৃষ্ঠপোষক হৈ পিতৃহীন কাছেমক এই বিপদৰ পৰা ৰক্ষা কৰা।

কাছেম যাবলৈ অগ্ৰসৰ হ'ল, হাচ্‌নেবানুই ক'লে, "কাছেম! অলপ অপেক্ষা কৰা। মোৰ কামনা পূৰ্ণ কৰা। তোমালোক দুয়োজনক একেলগে নিৰ্জ্জনত মই এবাৰ চাই লওঁ।" কাছেম আৰু ছখিনাক ঘৰৰ ভিতৰত একেলগে বহুৱাই ক'লে, "কাছেম! তুমি তোমাৰ স্ত্ৰীৰ পৰা বিদায় লোৱা।" হাচ্‌নেবানুই কপালত থপৰিয়াই থপৰিয়াই ওলাই আহি কাছেমৰ গম্য পথত থিয় হলহি।

কাছেমে ছখিনাৰ হাতত ধৰি ঠিয় হৈ আছে। কাৰো মুখত কথা নাই। অলপ সময় পিচত কাছেমে ক'লে, "ছখিনা! প্ৰণয়,—এতিয়া নতুন সম্বন্ধ পূৰ্ব্ব প্ৰণয় নতুন ভাবে আজীৱন সমভাবে ৰক্ষাৰ কাৰণেই বিধাতাই এই নতুন সম্বন্ধ সৃষ্টি কৰিলে। তুমি বীৰ কন্যা বীৰজায়া; এইখিনি সময়ত তুমি মৌন হৈ থকাতো দুখৰ কথা। পবিত্ৰ প্ৰণয়তো পূৰ্ব্বৰ পৰাই আছিল। এতিয়া কি আশা কৰা? অস্থায়ী জগতত আৰু সুখ কি হব পাৰে?"

ছখিনাই ক'লে, "কাছেম! তুমি মোক প্ৰবোধ দিব নোৱাৰা। এয়া মাত্ৰ কব পাৰো, যি ঠাইত শত্ৰুৰ নাম নাই, এজিদৰ ভয় নাই, কাৰবালা প্ৰান্তৰো নাই, সেই স্থানতে তোমাক যেন পাওঁ, এয়াই মোৰ প্ৰাৰ্থনা। প্ৰণয় আছিল, পৰিণয় হ'ল, আৰু কি লাগে?"

—কাছেমৰ হাতত ধৰি কান্দি কান্দি ছখিনাই পুনৰ কবলৈ ধৰিলে, "কাছেম ! প্ৰণয় আছিল, পৰিণয় হ'ল, আৰু কি আশা কৰা ?"

প্ৰিয়তমা ভাৰ্য্যাক অতি স্নেহেৰে আলিঙ্গন কৰি মুখৰ ওচৰলৈ মুখ নি কাছেমে কবলৈ ধৰিলে, "মই যুদ্ধযাত্ৰী, আজি সপ্ত দিবসত এক বিন্দুও পানী গ্ৰহণ কৰা নাই, কিন্তু এতিয়া মোৰ ভোক-পিয়াহ একো নাই। কিন্তু যি তৃষ্ণাত কাতৰ হৈ যাবলৈ ওলালো, বোধহয় এই জীৱনত তৃপ্তি নাই। নহবও। তুমি নাকান্দিবা, মনৰ আনন্দত মোক বিদায় দিয়া। এবাৰ কাণপাতি শুনা, শত্ৰুৰ ৰনবাদ্য ! তোমাৰ স্বামী—কাছেম জানো সেই বাদ্য শুনি নব-বিবাহিত স্ত্ৰীৰ মুখলৈ চাই ৰহি থাকিব পাৰে ? ছখিনা ! মই এতিয়াই বিদায় লওঁ।"

ছখিনাই ক'লে,—"তোমাক ঈশ্বৰৰ হাতত অৰ্পন কৰিলো। যোৱা যুদ্ধলৈ যোৱাগৈ। প্ৰথম মিলন-ৰজনীৰ সমাগম আশাত অস্তমিত সূৰ্য্যৰ মলিন ভাব দেখি প্ৰফুল্ল হোৱা ছখিনাৰ ভাগ্যত নাই।"

কাছেমে পুনৰ ছখিনাৰ মুখলৈ চাব নোৱাৰিলে, স্ত্ৰীৰ আয়তলোচনৰ বিষাদিত ভাব চাবলৈ তেওঁৰ ক্ষমতা নহল ; কোমল প্ৰাণ ছখিনাৰ সুকোমল হাতত ধৰি বাৰবাৰ চুমা খাই বিদায় ললে। ছখিনাৰ আশা-ভৰসা যি মুহূৰ্ত্তত অঙ্কুৰিত হ'ল, সেই মুহূৰ্ত্ততেই শুকাই গ'ল। কাছেম শিবিৰৰ পৰা ওলাই একে জাপতে অশ্বত আৰোহণ কৰি সজোৰে অশ্বপৃষ্ঠত আঘাত কৰিলে। অশ্ব বায়ুবেগে দৌৰিব আৰম্ভ কৰিলে— ছখিনা চমকি উঠিল।

কাছেম সমৰক্ষেত্ৰত উপস্থিত হৈ কবলৈ ধৰিলে, "যুদ্ধত যদি কাৰবাৰ বাসনা আছে, যৌৱনত যদি কাৰবাৰ অমূল্য জীৱন বিড়ম্বনা জ্ঞান হৈ থাকে, তেনেহলে কাছেমৰ সন্মুখলৈ অগ্ৰসৰ হোৱা।"

সেনাপতি ওমৰে পূৰ্ব্বৰ পৰাই কাছেমক ভালকৈ জানিছিল—কাছেমৰ তৰোৱালৰ সন্মুখীন হব পাৰে, এনে এজন বীৰ তেওঁৰ সৈন্যদলৰ মাজত বৰ্জ্জকৰ বাহিৰে আন কোনো নাছিল। বৰ্জ্জকক সম্বোধন কৰি তেওঁ কবলৈ ধৰিলে, 'ভাই বৰ্জ্জক ! হাচান পুত্ৰ কাছেমৰ সৈতে যুদ্ধ কৰিবলৈ তোমাৰ বাহিৰে আন কোনো আমাৰ সৈন্যদলৰ



মাজত নাই। ভাই কাছেমৰ বলবীৰ্য্য। কাছেমৰ বলবিক্ৰম কাছেমৰ বীৰত্ব-প্ৰতাপ সকলো মই জানো। তেওঁৰ সন্মুখলৈ যিজনক পঠিয়াম তেওঁ পুনৰ উভতি নাহে। মই নিশ্চয়কৈ কব পাৰো, কোনো মধ্যেই কাছেমৰ হাতৰ পৰা ৰক্ষা নাপায়। নিৰৰ্থক সৈন্যক্ষয় কৰা যুক্তিসিদ্ধ নহয়। মোৰ বিবেচনাত তুমিয়েই কাছেমতকৈ ডাঙৰ বীৰ। তুমি কাছেমৰ জীৱন-প্ৰদীপ নিৰ্ব্বান কৰি আহাগৈ।"

বৰ্জ্জকে ক'লে, "বৰ ঘৃণাৰ কথা ! শ্যামদেশত মহা মহা বীৰৰ সন্মুখীন হৈছো, মিচৰৰ প্ৰধান প্ৰধান মহাৰথীয়ে বৰ্জ্জকৰ বীৰত্ব, বীৰ্য্য অবগত আছে, আজি পৰ্য্যন্ত কোনোৱে সন্মুখযুদ্ধত অগ্ৰসৰ হবলৈ সাহস কৰা নাই ; এতিয়া সামান্য বালক এটিৰ লগত ওমৰে মোক যুদ্ধ কৰিবলৈ আদেশ দিয়ে। হোচেনৰ লগত সমৰক্ষেত্ৰত মুখামুখি হোৱাতো বৰঞ্চ কিঞ্চিৎ শোভা পায় ! বালকৰ লগত সংগ্ৰাম। কেতিয়াও মই কাছেমৰ লগত যুদ্ধ কৰিবলৈ নাযাওঁ।"

ওমৰে ক'লে, "তুমি কাছেমক নাজানা। তেওঁক অবহেলা নকৰিবা। তেওঁতকৈ ডাঙৰ বীৰ মদিনাত নাই। ভাই বৰ্জ্জক, তোমাৰ বাহিৰে কাছেমৰ লগত যুদ্ধ কৰা আন বীৰ আমাৰ দলত নাই ?"

হাঁহি হাঁহি বৰ্জ্জকে ক'লে, "তুমি কাক কি কথা কৈছা ? ক্ষুদ্ৰ কীট, ক্ষুদ্ৰ পতঙ্গ কাছেম, তেওঁৰ মূৰ কাটি মই জানো বিশ্ববিজয়ী বীৰহস্ত কলঙ্কিত কৰিম ? সেয়া কেতিয়াও হব নোৱাৰে। সিংহৰ সৈতে সিংহৰ যুদ্ধ হয়, শিয়ালৰ লগত জানো সিংহই যুদ্ধ কৰে ? বৰ্জ্জক সিংহ, কাছেম এটি পতঙ্গ মাথোন। কি বিবেচনাত ওমৰ ? কি বিবেচনাত তুমি সেই তুচ্ছ পতঙ্গ কাছেমৰ লগত মোক যুদ্ধ কৰিবলৈ কৈছা ? তোমাৰ যদি বিশ্বাস—কাছেম মহাবীৰ, মোৰ অমিত তেজা চাৰি পুত্ৰ বৰ্ত্তমান. তেওঁলোকে যুদ্ধক্ষেত্ৰলৈ যাওঁক— সিহঁতেই কাছেমৰ মূৰ লৈ আহিব।"

তাতেই ওমৰৰ তথাস্ত। আদেশ মতে বৰ্জ্জকৰ প্ৰথম পুত্ৰ যুদ্ধলৈ গমন কৰিলে। তেওঁ যুদ্ধক্ষেত্ৰত যাঠি চলাবলৈ ধৰিলে। বিপক্ষ পৰাস্ত নহল। অৱশেষত অসিযুদ্ধ। উভয়ে মুখামুখি হৈ আছে।

বৰ্জ্জকৰ পুত্ৰই অস্ত্ৰ প্ৰয়োগ কৰিছে, কাছেমে হাঁহিছে। বৰ্জ্জকৰ পুত্ৰৰ তৰোৱাল-সংযুক্ত বহুমূল্য মণিমুক্তা দেখি কাছেমে হাঁহিলে, "কেনে সুন্দৰ শোভা! মণিময় অস্ত্ৰ প্ৰদৰ্শন কৰিলেই যদি মহাৰথী হয়, তেনেহলে কোৱা মস্তকত মণি শোভিত কালসৰ্প কিয় মহাৰথী নহব?"

বৰ্জ্জকৰ পুত্ৰই কাছেমৰ মস্তক লক্ষ্য কৰি অস্ত্ৰ নিক্ষেপ কৰিলে। অস্ত্ৰ ব্যৰ্থ হ'ল। পুনৰ্ব্বাৰ আঘাত। কাছেমৰ বৰ্ম্ম বিক্ষ হৈ বাওঁ-হাতৰ পৰা তেজ ববলৈ ধৰিলে। লগে লগে শিৰস্ত্ৰান ছিন্ন কৰি ক্ষত স্থান বন্ধন পূৰ্ব্বক ক্ষতযোদ্ধাই পুনৰ্ব্বাৰ অস্ত্ৰধাৰণ কৰিলে। বৰ্জ্জকৰ পুত্ৰই যাঠি ধাৰণ কৰি ক'লে, "কাছেম! তৰোৱাল থোৱা। তোমাৰ বাওঁহাতত আঘাত লাগিছে। এতিয়া তুমি অসিযুদ্ধত অক্ষম। যাঠি ধাৰণ কৰা, যাঠিযুদ্ধই শ্ৰেয়।"

বক্তাৰ কথা মুখত থাকোতেই, কাছেমৰ যাঠি প্ৰতিযোদ্ধাৰ বক্ষঃ বিদীৰ্ণ কৰি পৃষ্ঠ পাৰ হৈ গ'ল। বৰ্জ্জকৰ পুত্ৰ তেজেৰে ৰঙালী হৈ অশ্বপৃষ্ঠৰ পৰা মাটিত বাগৰি পৰিল। তেওঁৰ কোমৰৰ মহামূল্য অসি সজোৰে আকৰ্ষণ কৰি কাছেমে ক'লে, "কাফেৰ? মূল্যবান অস্ত্ৰৰ ব্যৱহাৰ চাই ল। "কথাৰ লগে লগে বৰ্জ্জক-পুত্ৰৰ মস্তক যুদ্ধক্ষেত্ৰত ধূলিলুণ্ঠিত হ'ল।

এনেদৰে মহাবীৰ কাছেমে বৰ্জ্জকৰ আন তিনিজন পুত্ৰক এজন এজনকৈ শমনসদনলৈ পঠিয়ালে। এইবাৰ পুত্ৰশোকাতুৰ বৰ্জ্জকে সেনাপতিৰ আদেশলৈ অপেক্ষা নকৰি ভীম গৰ্জ্জনেৰে স্বয়ং যুদ্ধ ক্ষেত্ৰত দেখা দিলে। বীৰদৰ্পেৰে তেওঁ কবলৈ ধৰিলে, "কাছেম তুমি ধন্য! অলপ সময় অপেক্ষা কৰা! তুমি মোৰ চাৰিজন পুত্ৰক নিধন কৰিছা, তাতে মোৰ দুখ নাই। কাছেম; তুমি বালক! যুদ্ধ কৰি কৰি ক্লান্ত হৈ পৰিছা। সপ্তাহজুৰি তোমাৰ উদৰত অন্ন নাই, কণ্ঠত জলবিন্দু নাই, এনে অৱস্থাত তোমাৰ লগত যুদ্ধ কৰাতো বিড়ম্বনা মাত্ৰ।



কাছেমে ক'লে, "বৰ্জ্জক! সেই চিন্তা তুমি কৰিব নালাগে। তুমি পুত্ৰশোকত যেনেভাবে বিহ্বল হৈছা তেনেক্ষেত্ৰত তোমাৰ পক্ষে এই সংগ্ৰামত লিপ্ত হোৱাতোই বিড়ম্বনা।"

বৰ্জ্জকে ক'লে, "কাছেম স্বীকাৰ কৰিছোঁ, পুত্ৰশোকত অতি কঠিন হৃদয়ো বিহ্বল হয়, কিন্তু পুত্ৰহন্তাৰ মস্তক লাভৰ আশা থাকিল—এতিয়াই পুত্ৰমস্তকৰ পৰিশোধ হব এয়া নিশ্চয়কৈ জানিব পাৰিলে, বীৰহৃদয়ৰ বিহ্বলতাই বা কিয়? দুখয়ে বা ক'ত? কাছেম কোৱাছোন, তুমি সেই তৰোৱালখন ক'ত পালা? সেই তৰোৱাল মোৰ, মই বহু যত্নত, বহু ব্যয়ৰে মণিমুক্তা সুসজ্জিত কৰিছোঁ।"

কাছেমে কলে, "বেছ কৰিছা!—দুখ ক'ত? তোমাৰ মণিমুক্তা-সজ্জিত তৰোৱালৰ দ্বাৰা তোমাৰেই চাৰিপুত্ৰ বিনাশ কৰিছোঁ। তুমিও এই মূল্যবান তৰোৱালৰ আঘাতৰ পৰা বঞ্চিত নহবা। আক্ষেপ নকৰিবা, তোমাৰ এই মহামূল্য অসি তোমাৰ জীৱন বিনাশৰ নিৰ্দ্ধাৰিত অস্ত্ৰ বুলি ভাবিবা।"

বৰ্জ্জকে মহাক্ৰোধে বৰ্ধা ঘূৰাই কবলৈ ধৰিলে, "কাছেম! তোমাৰ বাকচাতুৰী এই মুহূৰ্ত্ততেই শেষ কৰিছোঁ। তুমিও জানিবা, বৰ্জ্জকৰ হাতৰ পৰা তোমাৰ নিস্তাৰ নাই।" বৰ্জ্জকে সজোৰে যাঠি নিক্ষেপ কৰিলে কাছেমে বৰ্ম্ম দ্বাৰা যাঠিৰ আঘাত ওভোটাই বৰ্জ্জকৰ বক্ষ লক্ষ্য কৰি যাঠি উত্তোলন কৰোতেই বৰ্জ্জকে লঘুহস্তৰে কাছেমক পুনৰায় যাঠিৰে আঘাত কৰিলে। বীৰবৰ কাছেমে বিশেষ দক্ষতাৰে বৰ্জ্জকৰ যাঠি ওভোটাই আপোন যাঠিৰ দ্বাৰা বৰ্জ্জকক আঘাত কৰিলে। উভয় বীৰে বহুসময় যাঠিৰে যুদ্ধ শষ ক'ৰ উভয়ে তৰোৱাল ধাৰণ কৰিলে। তৰোৱালৰ ঘাত-প্ৰতিঘাতত উভয়ৰে বৰ্ম্মৰ পৰা অগ্নিস্ফুলিঙ্গ নিৰ্গত হবলৈ ধৰিলে। কাছেমক ধন্যবাদ দি বৰ্জ্জকে কবলৈ ধৰিলে, "কাছেম! আমি ৰোম, শাম, মিচৰ, আৰব প্ৰভৃতি বহু দেশত বহু যোদ্ধাৰ তৰোৱালযুদ্ধ দেখিছোঁ, কিন্তু তোমাৰ দৰে তৰোৱালধাৰী বীৰ ক'তো মোৰ নয়নগোচৰ হোৱা নাই। ধন্য তোমাৰ শিক্ষাকৌশল! যিয়ে নহওঁক, কাছেম! এয়া মোৰ শেষ

আঘাত। হয় তোমাৰ জীৱন, নহয় মোৰ জীৱন—"এই শেষ কথা কৈ বৰ্জ্জকে কাছেমৰ শিৰ লক্ষ্য কৰি তৰোৱালেৰে আঘাত কৰিলে। কাছেমে সেই আঘাত তাচ্ছিল্যভাবে বৰ্ম্মৰে উকৰাই দি বৰ্জ্জকৰ বুকুত অসি প্ৰয়োগ কৰিলে। বীৰবৰ কাছেমৰ আঘাতত বৰ্জ্জক ৰণক্ষেত্ৰত বাগৰি পৰিল। এনে ভয়াবহ ঘটনা দেখি এজিদৰ সৈন্যৰ মাজত হুলস্থূল লাগি পৰিল।

বৰ্জ্জকৰ নিপাত দৰ্শন কৰি এজিদৰ সৈন্যৰ আন কোনোৱে সমাৰঙ্গণলৈ আহিবলৈ সাহস নহ'ল। বহুসময় কাছেমে অপেক্ষা কৰি বিপক্ষৰ পৰা সহাৰি নাপাই একেবাৰে ফোৰাত তীৰত উপস্থিত হলগৈ। নদী-ৰক্ষকসকলে কাছেমৰ অশ্বপদধ্বনি শ্ৰৱণত মহা ব্যতিব্যস্ত হৈ শঙ্কিত হৈ পৰিল। কাছেমে যেনেকৈ পাৰে তেনেকৈ মাৰি ফোৰাতকূল উদ্ধাৰৰ উপক্ৰম কৰিলে। ওমৰ, চীমাৰ আৰু আবহুল্লাহ প্ৰভৃতিয়ে লক্ষ্য কৰিলে—নদীকূল ৰক্ষীসকল কাছেমৰ সন্মুখত টিকিব পৰা নাই। এওঁলোকে একগোট হৈ কাছেমক আক্ৰমণ কৰিব ধৰিলে। অনবৰত কাড় কাছেমৰ অঙ্গত বিদ্ধ হবলৈ ধৰিলে। কাছেমৰ সেইফালে দৃষ্টি নাই। মাত্ৰ ফোৰাতকূল উদ্ধাৰ কৰিব সেই আশাতেই সন্মুখস্থ শত্ৰুক সংহাৰ কৰিব ধৰিলে। কাছেমৰ শ্বেতবৰ্ণ অশ্ব কাড়ৰ আঘাতত তেজৰ সোঁতত লোহিতবৰ্ণ হৈ পৰিব ধৰিছে। শোণিতধাৰা অশ্বপদেৰে বৈ গৈ মৃত্তিকা ৰঞ্জিত হৈ পৰিছে। ক্ৰমে কাছেম নিস্তেজ হৈ পৰিল। শোণিত প্ৰবাহেৰে চতুৰ্দ্দিশে অন্ধকাৰ দেখিবলৈ ধৰিলে। শেষত নিৰুপায় হৈ লেকাম এৰি দিলে। শিক্ষিত অশ্বই কাছেমৰ অৱসন্নতা বুজিব পাৰি দ্ৰুতপদে শিবিৰত উপস্থিত হলহি। হাচনেবানু আৰু ছখিনাই শিবিৰৰ ভিতৰৰ পৰা অশ্বপদধ্বনি শুনি বাহিৰলৈ আহি দেখিলে; কাছেমৰ পৰিহিত শুভ্ৰবসন লোহিতবৰ্ণৰে ৰঞ্জিত হৈছে। কাছেম অশ্বৰপৰা নামি ছখিনাক ক'লে, "ছখিনা! চোৱা, তোমাৰ স্বামীৰ শাহানা পোষাক চোৱা। আজি বিবাহ-সময়ত উপযুক্ত পৰিচ্ছেদ পিন্ধি তোমাক বিবাহ কৰা নাছিলো, কাছেমৰ দেহবিনিৰ্গত শোণিতধাৰাৰে শুভ্ৰবসন লোহিতবৰ্ণত পৰিণত হৈ বিবাহবেশ সম্পূৰ্ণ কৰিছোঁ। এই বেশ তোমাক দেখুৱাবলৈ বহু কষ্ট কৰি শত্ৰুদল ভেদ কৰি ইয়ালৈ আহিছোঁ। আহা, এই বেশেৰে তোমাক আলিঙ্গন কৰি প্ৰাণ শীতল কৰো। ছখিনা! আহা, এই বেশেৰে মোৰ মানসৰ চিৰতৃষ্ণা নিবাৰণ কৰোঁ।"



কাছেমে এই কথা কৈ ছখিনাক আলিঙ্গন কৰাৰ কাৰণে হস্ত প্ৰসাৰণ কৰিলে। ছখিনাও অগ্ৰবৰ্ত্তিনী হৈ স্বামীক আলিঙ্গন কৰিলে। কাছেমৰ দেহবিনিৰ্গত শোণিত প্ৰবাহেৰে ছখিনাৰ পৰিহিত বস্ত্ৰ ৰক্তবৰ্ণ হ'ল। কাছেমে ছখিনাৰ ডিঙিত সাবটি দণ্ডায়মান হৈ ৰ'ল-নিজ শক্তিৰে ঠিয় হৈ থকা ক্ষমতা নোহোৱা হৈ আহিল; শৰাঘাতত সমুদায় অঙ্গ জৰজৰিত হৈ সহস্ৰ পথেৰে তেজৰ ধাৰা বৈ পৰিছে। সজ্জিত মস্তক ক্ৰমশ ছখিনাৰ স্কন্ধদেশত নত হৈ পৰিব ধৰিলে। ছখিনাৰ বিষাদিত বদন নিৰীক্ষণ কৰা কাছেমৰ অসহ্য হ'ল বুলিয়েই তেওঁৰ চকু দুটি নীলা বৰণ ধাৰণ কৰি ক্ৰমে বন্ধ হৈ আহিবলৈ ধৰিলে। তেনে সময়তো কাছেমে কবলৈ ধৰিলে, "ছখিনা! নব অনুৰাগত পৰিণয়-সূত্ৰত তোমাৰ প্ৰণয়-পুষ্পহাৰ কাছেমে আজি ডিঙিত পিন্ধিছিল? বিধাতাই আজিয়েই সেই হাৰ ছিঙি লৈ গ'ল। তোমাক এৰি যাবলৈ ওলাইছো; দৈহিক সম্বন্ধ-গ্ৰন্থি ছিঙি গ'ল; কিন্তু ছখিনা! সেই কাৰণে তুমি নাভাবিবা—কেয়ামতত অৱশ্যে দেখা হব। ছখিনা! নিশ্চয় জানিবা, এয়া মাত্ৰ আগপিছ মাথোন। সৌ চোৱা, মোৰ পিতাই অমৰপুৰীৰ সুবাসিত শীতল পানীপূৰ্ণ মণিময় চোৰাহী হস্তত লৈ মোৰ তৃষ্ণাৰ শান্তিৰ কাৰণে ঠিয় হৈ আছে। মই আহিলো।"

কাছেমৰ চকু একেবাৰে বন্ধ হ'ল!— প্ৰাণবিহঙ্গ দেহ পিজৰাৰ পৰা অনন্ত আকাশলৈ উৰি হাচানৰ ওচৰ পালেগৈ। শূন্যদেহ ছখিনাৰ দেহযষ্টিৰ পৰা ধৰাতলত পতিত হ'ল। পুৰবাসীসকলে কাছেমৰ মৃতদেহ স্পৰ্শ কৰি উচ্চৈঃস্বৰে ৰোদন কৰিব ধৰিলে।

ছখিনাই স্বামীৰ দেহ সাৱটি লৈ করুণ স্বৰে কবলৈ ধৰিলে, "কাছেম ! এবাৰ চকু মেলি চোৱা, তোমাৰ ছখিনাই এতিয়াও সেই বিবাহ-বেশ পিন্ধিয়ে আছে। কেশগুচ্ছ যেনে ভাবে দেখিছিলা ঠিক তেনে ভাবেই আছে । লোহিত বসন পৰিধান কৰি বিবাহ হোৱা নাছিল প্ৰাণেশ্বৰ ! সেই কাৰণে শৰীৰৰ তেজেৰে সেই বসন ৰঞ্জিত কৰি দেখুৱালা। মই কি কৰিম ? জীবিতেশ ! জগতত ছখিনা জীয়াই থাকোতে তোমাৰ দেহবিনিৰ্গত শোণিত বিন্দু মৃত্তিকাসংলগ্ন হবলৈ নিদিও।" এই কথা কৈ কাছেমৰ দেহবিনিৰ্গত শোণিত বিন্দু নিজ অঙ্গত ঘঁহিবলৈ ধৰিলে ; আৰু লগে লগে কৈ থাকিল, "বিবাহ সময়ত এই হস্তদয় মেহেদীৰ দ্বাৰা ৰঞ্জিত হোৱা নাই—এয়া চোৱা। কাছেম ! এবাৰ চাই লোৱা। তোমাৰ ছখিনাৰ হস্ত তোমাৰেই তেজেৰে কেনেকুৱা শোভিত হৈছে। জীবিতেশ্বৰ ! তোমাৰ এই পবিত্ৰ তেজ লৈয়ে ছখিনা চিৰজীৱন এই বেশেৰে থাকিব। যুদ্ধত জয়ী হৈ আজি ফুলশয্যাত শয়ন কৰিম বুলি কৈছিল, সেই সময়তো প্ৰায় আগত ;—তেনেহলে ধুলিশয্যাত শয়ন কিয় হৃদয়েশ ?—বিধাতাই ! আজিয়েই সংসাৰ ধৰ্ম্মৰ মুখ দেখুৱালে, আজিয়েই সংসাৰী কৰিলে, আকৌ আজিয়েই সকলো সুখ নাইকীয়া কৰিলে—দিন এতিয়াও হৈ আছে ; সেই দিনৰ অবসান নোহওঁতেই ছখিনাৰ এই দশা কৰিলে ! যি সূৰ্য্যই ছখিনাৰ বিবাহ চালে, সেই সূৰ্য্যই ছখিনাৰ বৈধব্য-দশাও চালে। সূৰ্য্যদেৱ ; যোৱা, ছখিনাৰ দুৰ্দ্দশা চাই যোৱাগৈ। সৃষ্টিকালৰ পৰা আজি পৰ্য্যন্ত প্ৰতিদিন তুমি কিমান ঘটনা, কিমান কাৰ্য্য, কিমান সুখ, কিমান দুখ দেখিছা, কিন্তু দিবাকৰ ! এনেকুৱা 'হৰিষত বিষাদ' জানো কেতিয়াবা দৰ্শন কৰিছা ?—ছখিনাৰ দৰে দুখিনী কেতিয়াবা জানো তোমাৰ চকুত পৰিছে ? যোৱা সূৰ্য্যদেৱ ! ছখিনাৰ সদ্যবৈধব্য চাই যোৱা।"

ছখিনাই এইদৰে বিলাপ কৰি কৰি অস্থিৰ হৈ পৰিল। কাছেমৰ অৱস্থা দৰ্শনত হোচেন একেবাৰে অচৈতন্য হৈ পৰিল। সজ্ঞা পাই কবলৈ ধৰিলে, "কাছেম ! তুমি আমাৰ কুল-প্ৰদীপ, তুমি আমাৰ বংশৰ মণি, তুমিয়ে মদিনাৰ ভাবি ৰজা,—মোৰ অবৰ্ত্তমানে তোমাৰ শিৰতেই ৰাজমুকুট শোভা পালেহেতেন। তোমাৰ বীৰত্বত মদিনাবাসী সকলোৱে বিমুগ্ধ ! আৰবৰ মহা মহা যোদ্ধা তোমাৰ হাতত পৰাস্ত, প্ৰাণাধিক !—বীৰেন্দ্ৰ, শুনা, শত্ৰুদলে ৰণবাদ্য বজাই আছে। তুমি সমৰক্ষেত্ৰৰ পৰা উভতি অহা দেখি শত্ৰুৱে তোমাক ধিক্কাৰ দিছে। কাছেম, উঠা, পুনৰ তৰোৱাল হাতত লোৱা। তোমাৰ প্ৰিয় অশ্বই ক্ষত-বিক্ষত ৰক্তাক্ত কলেবৰেৰে তোমাক ধৰাশায়ী দেখি অবিশ্ৰান্ত অশ্ৰুবৰ্ষণ কৰিব ধৰিছে। শৰাঘাতত শ্বেতকান্তি পৰিবৰ্ত্তিত হৈ শোণিত ধাৰাত লোহিত বৰ্ণ ধাৰণ কৰিছে। তথাপিও ৰণক্ষেত্ৰলৈ যোৱাৰ কাৰণে তোমাৰ ফালে চাই আছে। কাছেম ! এবাৰ চকু মেলি চোৱা তোমাৰ প্ৰিয়তম অশ্বৰ অবস্থা চোৱা ! কাছেম। আজি মই তোমাৰ বিবাহ পাতিছিলো। যিজনৰ লগত কোনো দিনাখন সম্বন্ধ নাছিল, পৰিচয় নাছিল, প্ৰণয় নাছিল ; এনে কোন কন্যা আনি তোমাক সমৰ্পণ কৰা নাছিলো ; মোৰ হৃদয়ৰ ধনকেই তোমাৰ হস্তত প্ৰদান কৰিছিলো। তোমাৰেই পিতৃ-আদেশত ছখিনাক তোমাৰ হাতত সমৰ্পণ কৰিছিলো।"

হাচানক উদ্দেশ্য কৰি হোচেন অতি কাতৰস্বৰেৰে কবলৈ ধৰিলে, ভ্ৰাতঃ। জগৎ পৰিত্যাগৰ দিনাখন তুমি ভাল উপদেশ দি গৈছিলা ! যিদিনাখন বিবাহ, সেই দিনাখনে সৰ্ব্বনাশ ! যদি ইয়াকে জানিছিলা যদি ছখিনাৰ অদৃষ্টলিপিৰ মৰ্ম্ম বুজিব পাৰিছিল তেনেহলে কাছেমৰ লগত ছখিনাৰ বিবাহৰ উপদেশ কিয় দিছিলা ॥--তুমিতো স্বৰ্গসুখত আছা, এই সৰ্ব্বনাশ এবাৰ চকুৰেও নাচালা--এই অসহনীয় যন্ত্ৰণা ভোগ কৰিব লাগিব বুলি আগতেই আতৰি গৈছা। ভাই ! মৃত্যু সময়ত তোমাৰ যত্নৰ ৰত্ন হৃদয়ৰ অমূল্য মণি কাছেমক মোৰ হাতত দি গৈছিলা ; মই এনেকুৱা হতভাগ্য যে, সেই অমূল্য নিধি ৰক্ষা কৰিব নোৱাৰিলো। তোমাৰ প্ৰাণধিক পুত্ৰ কাছেম এক বিন্দু পানীৰ কাৰণে শত্ৰুৰ হাতত প্ৰাণ দিলে। কাছেমে বিন্দুমাত্ৰ পানী পোৱাহেতেন এজিদৰ সৈন্যৰ নাম মাত্ৰাও অবশিষ্ট নাথাকিলহেতেন।

ছখিনাৰ মুখলৈ চাব নোৱাৰো। ক'ত মোৰ অস্ত্ৰ শস্ত্ৰ? কাছেমৰ শোকাগ্নি আজি শত্ৰুতেজত পৰিণত হওঁক। ছখিনাৰ বৈধব্যসূচক চিৰশুভ্ৰবসন শত্ৰুতেজেৰে ৰঞ্জিত কৰি চিৰকাল সধবাৰ চিহ্ন থাকিব; ক'ত মোৰ বৰ্ম্ম? ক'ত মোৰ শিৰস্ত্ৰান? এতিয়াই অন্তৰৰ-জ্বালা নিবাৰণ কৰি!—শত্ৰু বধ কৰি কাছেমৰ শোক পাহৰি যাম। পাগলৰ দৰেই এইবোৰ কথা কৈ কৈ হোচেন যুদ্ধসজ্জাৰে সজ্জিত হবলৈ প্ৰস্থান কৰিলে।

হোচেনৰ পুত্ৰ আলী আকবৰে হাতযোৰ কৰি কবলৈ ধৰিলে, "পিতঃ! এতিয়াও আমি চাৰি ভ্ৰাতা বৰ্ত্তমান। যদিও আমি শিশু, তথাপিও মৰণত ভয় নাই। আমি জীয়াই থাকোতে আপুনি অস্ত্ৰ ধাৰণ কৰিব কিয়? আমি জীয়াই থকাৰ আশা এক প্ৰকাৰ শেষ হৈ গৈছে। এনেকৈ আৰু কিমান দিন জীয়াই থাকিম। নিশ্চয় মৰিব লাগিব। বীৰ পুৰুষৰ দৰে মৰাই শ্ৰেয়ঃ।" এই কথা কৈ পিতৃচৰণত প্ৰণাম কৰি আলী আকবৰ অশ্বত আৰোহণ কৰিলে। যুদ্ধক্ষেত্ৰলৈ গৈ দ্বৈৰথ যুদ্ধ আহ্বান নকৰি তেওঁ পোনে পোনে ফোৰাতকূল— ৰক্ষক সকলৰ প্ৰতি অস্ত্ৰবৰ্ষণ কৰিব ধৰিলে। ৰক্ষীহত যোৰাতকূল এৰি পলাব ধৰিলে, এজিদৰ সৈন্যৰ মাজত হুলস্থূল আৰম্ভ হ'ল। আলী আকবৰ যেনেকুৱা বলবান, তেনেকুৱা ৰূপবান আছিল। আলী আকবৰৰ সুদৃশ্য ৰূপলাবণ্যৰ প্ৰতি যিসকলৰ চকু পৰিল, তেওঁলোকে তেওঁৰ প্ৰতি অস্ত্ৰ ধাৰণ কৰাৰ প্ৰতি বিৰত থাকিল।

ঈশ্বৰ মায়া বুজিবলৈ মানুহৰ সাধ্য নাই। আবহুল্লাহ জেয়াদ তেওঁৰ লক্ষ্যাধিক সৈন্য লৈ সেই সময়তেই ফোৰাত-তীৰলৈ আহি আলী আকবৰক আগুৰি পেলালে। তুমুল যুদ্ধ আৰম্ভ হ'ল। জেয়াদৰ সৈন্যই আলী আকবৰৰ তৰোৱালৰ সন্মুখত তিষ্ঠিব নোৱাৰিলে। এই পৰ্য্যন্ত আলী আকবৰৰ অঙ্গত শত্ৰুপক্ষই কোনো অস্ত্ৰ নিক্ষেপ কৰিব পৰা নাই; কিন্তু আলীয়ে তেওঁৰ সাধ্যানুসাৰে বিধৰ্ম্মীমস্তক নিপাত কৰিও শেৰ কৰিব নোৱাৰিলে। আকবৰে সৈন্যচক্ৰ ভেদ কৰি দ্ৰুত-গতিত শিবিৰলৈ আহিল। পিতাকক ক'লে, "ফোৰাতকূল প্ৰায়



উদ্ধাৰ কৰিছিলো; কিন্তু কুফাৰ পৰা আবহুল্লাহ জেয়াদ লক্ষ সৈন্য লৈ এজিদৰ সৈন্যৰ সাহায্যাৰ্থে পুনৰায় নদী তীৰ বন্ধ কৰিছে। যি উপায়ে হওঁক, মোক পানী অকনমান দিয়া, মই এতিয়াই জেয়াদক সৈন্যসহ শমনভবনলৈ প্ৰেৰণ কৰিছোঁ। এই চাওঁক মোৰ তৰোৱাল কাফেৰ শোণিতেৰে ৰঞ্জিত হৈছে। ঈশ্বৰৰ কৃপাত আৰু আপোনাৰ আশীৰ্ব্বাদত মোৰ অঙ্গত এই পৰ্য্যন্ত কোনোৱে এটি আঘাতো কৰিব পৰা নাই। কিন্তু পানী পিয়াহত প্ৰাণ যায়।"

হোচেন ক'লে, "আকবৰ, আজি দহ দিন অকল চকুৰ পানীৰ বাহিৰে এক বিন্দুও পানী দেখা নাই। চকু পানীও শুকাই গৈছে। পানী ক'ত পাম?"

আলী আকবৰে ক'লে, "মোৰ প্ৰাণ যায়, জীয়াই নাথাকো।" —কৈয়ে পিয়াহত আতুৰ হৈ আলী আকবৰ মাটিত শুই পৰিল। হোচেনে কবলৈ ধৰিলে, "হে ঈশ্বৰ! পানীৰে মানব-জীৱন ৰক্ষা হব বুলিয়ে পানীৰ নাম দিছা 'জীৱন'!—জগদীশ্বৰ! সেই জীৱন আজি দুৰ্ল্লভ! জগৎ-জীৱন! সেই জীৱনৰ কাৰণে মানব-জীৱন আজি লালায়িত। কাৰ ওচৰও জীৱন ভিক্ষা কৰো দয়াময়? আশুতোষ! তোমাৰ জগৎ-জীৱন নামৰ কৃপাত শিশু কিয় বঞ্চিত হব, জগদীশ? —কৰুণাময়! তুমি জগৎ সৃষ্টি কৰিছা। ভূগোলত কোৱা হৈছে, স্থলভাগতকৈ পানীভাগেই বেছি। আমি এনেকুৱা পাপী যে, জগতৰ অধিকাংশ পৰিমাণ যি পানী যি পশু পশু পক্ষীয়েও অনায়াসে লাভ কৰিছে, তাৰ পৰাও বঞ্চিত হলো। যষ্টি সহস্ৰ মানুহৰ প্ৰাণ বোধহয়, এই পানীৰ কাৰণেই বিনাশ হব। দয়াময়! সকলো তোমাৰ মহিমা।"

আলী আকবৰৰ ওচৰলৈ গৈ হোচেনে ক'লে, "আকবৰ! তুমি মোৰ জিহ্বা নিজ মুখত লৈ সামান্য শান্তিলাভ কৰা। জিহ্বাত যি ৰস আছে, তাতেই যদি তোমাৰ তৃষ্ণাৰ কিছু শান্তি হয়, চোৱা।— বাপ! পানীৰ আশা নকৰিবা।

আলী আকবৰে পিতাৰ জিহ্বা মুখৰ মাজত লৈ অলপ সময় পিছতে ক'লে, "প্ৰাণ শীতল হ'ল, ঈশ্বৰৰ নাম লৈ পুনৰ যাওঁগৈ।"

আলী আকবৰে পুনৰ ঘোৰাত উঠি সমৰ ক্ষেত্ৰত উপস্থিত হৈ যুদ্ধ আৰম্ভ কৰিলে। এইবাৰ জেয়াদ আৰু ওমৰে পৰামৰ্শ কৰিলে যে আলী আকবৰে যদি এনেভাবে যুদ্ধ কৰে আমাক প্ৰায় শেষ কৰি পেলাব। যি কোনো উপায়ে আলী আকবৰক শেষ কৰিব লাগে। আমি সন্মুখ যুদ্ধলৈ নগৈ গুপ্তভাবে একেলগে আলী আকবৰক আক্ৰমণ কৰিম। পৰামৰ্শমতে সকলোৱে আলী আকবৰক বহু দূৰৈৰ পৰা কাড় নিক্ষেপ কৰিব ধৰিলে। হঠাতে এপাত বিষাক্ত কাড়ে আলী আকবৰৰ বুকু ভেদ কৰি পাৰ হৈ গ'ল। আলী আকবৰে জগৎ অন্ধকাৰ দেখিলে। তেওঁৰ তৃষ্ণাও বৃদ্ধি পাব ধৰিলে। পানীৰ কাৰণে কাতৰস্বৰে বাৰবাৰ পিতাকক মাতিব ধৰিলে। সন্মুখত তেওঁ যেন দেখা পালে, তেওঁৰ পিতৃব্যই পানীৰ পাত্ৰ হাতত লৈ কৈছে, "আকবৰ, সোনকালে আহা, মই তোমাৰ কাৰণে সুশীতল পানী আনিছোঁ।" আলী আকবৰে আগবাঢ়িব খুজিও যেন যাব নোৱাৰিলে, ঘোৰাৰ পৰা বাগৰি পৰিল। তেওঁৰ প্ৰাণবায়ু বহিৰ্গত হ'ল শূণ্যপৃষ্ঠ অশ্ব শিবিৰাভিমুখে দৌৰি গ'ল। অশ্বপৃষ্ঠ শূন্য দেখি আলী আকবৰৰ ভ্ৰাতৃদ্বয়—আলী আচগৰ আৰু আবদুল্লাহ ভ্ৰাতৃশোকত শোকাকুল হ'ল— তিলাৰ্দ্ধকালো বিলম্ব নকৰি, অনুমাত নোলোৱাকৈ, দুই ভ্ৰাতা দুটি অশ্বত উঠি শত্ৰু সন্মুখীন হ'ল। কিছুসময় মহাপৰাক্ৰমে যুদ্ধ কৰি দুয়ো বিধৰ্ম্মীৰ হাতত শ্বহীদ হ'ল। যুগল অশ্ব শূণ্য পৃষ্ঠৈ শিবিৰাভিমুখে উভতি আহিল। অশ্বৰ ওপৰত পুত্ৰদ্বয়ক দেখা নাপাই হোচেন সিংহৰ দৰে গৰ্জ্জি উঠি ক'লে, এতিয়াও মই বহি থাকিম? এনে সময়তো শত্ৰু নিপাতৰ কাৰণে অস্ত্ৰধাৰণ নকৰিম? পুত্ৰ, ভ্ৰাতুষ্পুত্ৰ সকলো শেষ হ'ল, মোৰ দৰে কঠিন হৃদয়ৰ প্ৰাণ জগতত জানো আছে?"

হোচেনৰ কনিষ্ঠ সন্তান জয়নাল আবেঁদীন ভ্ৰাতৃশোকত অস্থিৰ হৈ কান্দি কান্দি শিবিৰৰ পৰা দৌৰি বাহিৰ ওলাল। হোচেন পিছে পিছে দৌৰি গৈ তেওঁক ধৰি আনিলে। তেওঁক প্ৰবোধ দি শাহেৰবানুৰ ওচৰলৈ আহি ক'লে, "জয়নালে যদি শত্ৰুৰ হাতত প্ৰাণত্যাগ



কৰে, তেনেহলে মাতামহৰ বংশ জগতৰ পৰা শেষ হ'ব, চৈয়দ নাম এই জগতত নাথাকিব। কেয়ামতৰ দিনাখন পিতা আৰু মাতামহক কি উত্তৰ দিম? তোমালোকে জয়নালক সাবধানে ৰক্ষা কৰিবা, সকলো সময়তে তেওঁৰ ওপৰত চকু ৰাখিবা।"

হোচেনে দুখ কৰিবলৈ এৰি দিলে। ঈশ্বৰৰ উদ্দেশ্য আকাশলৈ চাই দুই হাত দাঙি কবলৈ ধৰিলে, "দয়াময়! তুমি অগতিৰ গতি, তুমি সৰ্ব্বশক্তিমান, তুমি বিপদৰ কাণ্ডাৰী, তুমি অনুগ্ৰাহক, তুমিয়েই সৰ্ব্বৰক্ষক! প্ৰভু! তোমাৰ মহিমাতে অনন্ত জগতৰ সৃষ্টি হৈছে! দানব-মানব, পশু-পক্ষী, কীট-পতঙ্গ, তৰু-তৃণ, আৰু পৰমাণু পৰ্য্যন্ত স্থাবৰ-জঙ্গম তমস্ত চৰাচৰ তোমাৰেই গুণগান কৰিছে। তুমি মহান তুমি সৰ্ব্বত্ৰব্যাপী, তুমি স্ৰষ্টা, তুমি সৰ্ব্বকৰ্ত্তা, তুমি সৰ্ব্বপালক, তুমিয়ে সৰ্ব্বসংহাৰক। দয়াময়! জগতৰ যিফালেই চাওঁ, সেই ফালেই তোমাৰ কৰুণা আৰু দয়াৰ আদৰ্শ দেখিবলৈ পাওঁ। কি কাৰণত—কি অপৰাধত মোৰ এই দুৰ্দ্দশা হ'ল? বিধৰ্ম্মী এজিদে মোক সৰ্ব্বস্ৰান্ত কৰি একেবাৰে শেষ কৰিলে, বংশ নাশ কৰিলে। দয়াময়! তুমি জানো ইয়াৰ বিচাৰ নকৰিবা?"

হোচেন শূণ্যপথলৈ চাই যি দেখা পালে সেই দেখাৰ লগে লগে চকু বন্ধ কৰি মনে মনে থাকিল। ঈশ্বৰৰ উদ্দেশ্য সাষ্টাঙ্গে প্ৰণাম কৰি উপাসনাত বহিল। উপাসনা শেষ কৰি সমৰ সজ্জাত প্ৰবৃত্ত হ'ল।

মণিময় হীৰক-খচিত স্বৰ্ণমণ্ডিত বহুমূল্য সুসজ্জাৰ তেওঁৰ সেই সজ্জা নহয়। হোচেনে যি সাজ আজি অঙ্গত ধাৰণ কৰিলে, সেয়া পবিত্ৰ আৰু অমূল্য। সেই সজ্জা ঈশ্বৰৰ দয়াত হস্তগত নহলে জগতৰ সমুদায় ধন দিও হস্তগত হোৱাৰ উপায় নাই, হোচেন আজি সেই বসন-ভূষণ পৰিধান কৰিলে। প্ৰভু মহম্মদৰ শিৰস্ত্ৰাণ, হজৰত আলীৰ কবচ, হজৰত দাউদ পয়গম্বৰৰ কোমৰবন্ধ, মহত্মা চাহাব পয়গম্বৰৰ মোজা,—এইবোৰ পবিত্ৰ পৰিচ্ছদ অঙ্গত ধাৰণ কৰি তেওঁ সজ্জিত হ'ল। ৰণবেশে সজ্জিত হৈ এমাম হোচেন শিবিৰৰ বাহিৰত

থিয় হোৱাৰ লগে লগে সকলোৱে কান্দি কান্দি তেওঁৰ পদলুণ্ঠিত হবলৈ ধৰিলে। উচ্চস্বৰে কন্দাৰ শক্তি কাৰো নাই। এমান হোচেনে সকলোকে আশ্বস্ত কৰি কবলৈ ধৰিলে, "মদিনা পৰিত্যাগ কৰি মোৰ কুফালৈ যোৱাৰ সঙ্কল্প তোমালোকৰ অজানা নহয়। তোমালোক মোৰ শৰীৰৰ এক এক অংশ। তোমালোকৰ দুখ দেখি মোৰ প্ৰাণ যে এতিয়াও কিয় আছে কব নোৱাৰো।"

"এয়া দেখি মোৰ ভাব হৈছে, ঈশ্বৰৰ কোনো আদেশ মোৰ দ্বাৰা সাধিত হব, মাতামহৰ ভবিষ্যদ্বাণী সফল হব। মই ঈশ্বৰৰ দাস, ঈশ্বৰৰ নিয়োজিত কাৰ্য্য কৰিবলৈ বাধ্য। সেই কাৰ্য্য সাধনৰ কাৰণে মই সন্তোষেৰে সন্মত হৈছোঁ। জন্মিলেই মানুহ মৰিব লাগিব, কিন্তু সেই দয়াময়ে কেনে অৱস্থাত কেতিয়া কাক কালৰ কৰাল গ্ৰাসলৈ প্ৰেৰণ কৰে, সেয়া তেওঁহে জানে। এয়াও সত্য যে, এজিদৰ আদেশত তেওঁৰ সৈন্যসকলে আমাৰ তৃষ্ণাশান্তিৰ আশাপথ একেবাৰে বন্ধ কৰি দিছে। পানী বিহনে জীৱনশক্তি কেইদিন থাকিব পাৰে? পানীয়ে মানুহৰ একমাত্ৰ জীৱন। এনে অৱস্থাত শিবিৰত বহি কান্দিলে কি হব? পুত্ৰসকল, মিত্ৰসকল আৰু অন্যান্য বন্ধুসকল যিসকল আজি প্ৰভাতৰ পৰা এই সময়লৈ বিধৰ্ম্মীৰ হাতত শ্বহীদ হৈছে, তেওঁলোকৰ কাৰণে নীৰৱে বহি কান্দিলে কি হব? আজি নহয় কালিলৈ এই তৃষ্ণাতে সকলো মৰিব লাগিব।

এমামে পুনৰ কবলৈ ধৰিলে, "যদি মৰিব লাগে, বীৰ পুৰুষৰ দৰে মৰিম। মই হজৰত আলীৰ পুত্ৰ, মহাবীৰ হাচনৰ ভ্ৰাতা। পুত্ৰ মিত্ৰসকলৰ অকাল মৃত্যুজনিত শোকৰ যাতনা শত্ৰুবিনাশত নিবাৰণ কৰি প্ৰাণত্যাগ কৰিম। আজি কাৰবালা প্ৰান্তৰত মহানদী,— মহানদী কিয়—এইলোকত মহাসমুদ্ৰস্ৰোত, মহাৰক্তস্ৰোত বোৱাই প্ৰাণত্যাগ কৰিম। জগতে দেখিব, বৃক্ষপত্ৰই দেখিব, আকাশে দেখিব, আকাশৰ চন্দ্ৰ-সূৰ্য্যই দেখিব—হোচেনৰ ধৈৰ্য্য, শক্তি, বীৰ্য আৰু প্ৰতাপ কিমান!—আজি এই সূৰ্যকেই আদি, মধ্য, শেষ,—তাৰ পিছতো যদি কিবা থাকে, সেয়াও দেখুৱাম। তোমালোকে



মোৰ কাৰণে নাকান্দিবা। যদি এই যাত্ৰাই শেষ যাত্ৰা হয়, পুনৰ যুদ্ধ নকৰিবা। জয়নাবক মুহূৰ্ত্তৰ কাৰণে এৰি নিদিবা। মই তোমালোকক সেই দয়াময় বিপত্তাৰণ জগৎকাৰণ জগদীশ্বৰৰ চৰণত সমৰ্পণ কৰিলো,—তেওঁ সকলোকে ৰক্ষা কৰিব। মই প্ৰাৰ্থনা কৰিছো, তোমালোকেও কায়মনে সেই জগৎ পিতাৰ সমীপত প্ৰাৰ্থনা কৰা, শত্ৰু বিনাশ কৰি যেন তোমালোকক উদ্ধাৰ কৰিব পাৰো। যদি তোমালোকৰ লগত এই শেষ দেখা হয় তোমালোকে মোৰ কাৰণে দুখ নকৰিবা—ঈশ্বৰৰ নিন্দা নকৰিবা। মোৰ মৃত্যু তোমালোকৰ কাৰণে মঙ্গল। মই মৰিলে তোমালোক অৱশ্যে সুখী হবা মইয়ে তোমালোকৰ কষ্টৰ আৰু দুখৰ কাৰণ আছিলো।"

এই পৰ্য্যন্ত কৈ জয়নাবক কোলাত লৈ হোচেনে কলে, "মই বিদায় মাগিলো, মোৰ কাৰণে নাকান্দিবা কেয়ামতত মোৰ লগত অৱশ্যে দেখা হব। তুমি মোৰ লগত থাকিবা কেতিয়াও শিবিৰৰ বাহিৰলৈ নাযাবা, এজিদে তোমাৰ একোকে কৰিব নোৱাৰে।"

জয়নাবক শাহৰেবানুৰ কোলাত দি ছখিনাক কলে, "মা, তুমি দুখ নকৰিবা, ঈশ্বৰে তোমালোকৰ দুখ দূৰ কৰিব। আৰু এজন বীৰ পুৰুষ হানুফা নগৰত এতিয়াও বৰ্ত্তমান। যদি কোনো প্ৰকাৰে এই লোমহৰ্ষক সংবাদ তেওঁৰ কৰ্ণগোচৰ হয়, জীৱন শেষ নোহোৱা পৰ্য্যন্ত তেওঁ তোমালোকৰ এই কষ্টৰ প্ৰতিশোধ লবলৈ পৰান্মুখ নোহোৱাকৈ নাথাকে—কেতিয়াও এজিদক এৰি নিদিয়ে, হয় তোমালোকক উদ্ধাৰ কৰিব, নহলে এজিদৰ হাতত প্ৰাণত্যাগ কৰিব।"

ছখিনাক প্ৰবোধ দি শাহৰেবানুৰ হাতত ধৰি ৰণবেশী ৰণযাত্ৰীয়ে কবলৈ ধৰিলে, "বোধহয় তোমাৰ লগত মোৰ এই শেষ দেখা। শাহৰেবানু। মায়াময় সংসাৰৰ দশাই এনেকুৱা। ঈশ্বৰৰ ওপৰত নিৰ্ভৰ কৰি জয়নাবক সাৱধানে ৰাখিবা। মই আহিলো।"

শিবিৰৰ বাহিৰলৈ আহি এমাম হোচেন ঘোৰাত উঠিল। আনফালে শিবিৰৰ সকলোৱে বিকৃত স্বৰেৰে 'হায় হায়' কৰিব ধৰিলে।

## ষড়বিংশ প্ৰবাহ

এমাম হোচেনৰ অশ্বৰ পদধ্বনি শ্ৰবণ কৰি এজিদৰ সৈন্যসকল চমকি উঠিল, সকলোৰে অন্তৰ কঁপি উঠিল। চকুত পৰিল স্বয়ং হোচেন যুদ্ধক্ষেত্ৰলৈ আহিছে। চকুৰ পলকতে মহাবীৰ যুদ্ধক্ষেত্ৰলৈ আহি উচ্চৈঃস্বৰে কবলৈ ধৰিলে, "হেৰ বিধৰ্ম্মী পাপাত্মা এজিদ! তই ক'ত? তই নিজে দামেস্কত থাকি নিৰীহ সৈন্যবোৰক কিয় ৰণস্থললৈ পঠিয়ালি? আজি তোক পোৱাহেতেন জাতি-বধ-বেদনা, ভ্ৰাতুস্পুত্ৰ কাছেমৰ বিচ্ছেদ বেদনা আৰু নিজ পুত্ৰসকলৰ বিয়োগ বেদনা, সকলো আজি তোৰ পাপ শোণিতেৰে শীতল কৰিলোহেতেন, তোৰ প্ৰতি লোমকূপৰ পৰা হলাহল উলিয়াই লোমে লোমে প্ৰতিশোধ ললোহেতেন। গম পালো কাফেৰ মাত্ৰই চতুৰ। হেৰ নৃশংস! অৰ্থলোভ দেখুৱাই আনৰ সন্তানসকলক অকাল নিধন কৰাৰ কাৰণে পঠিয়াইছে। হেৰ অৰ্থলোভী পিশাচহঁত, ধৰ্ম্মভয় বিসৰ্জ্জন দি মোৰ বিৰুদ্ধে অস্ত্ৰধাৰণ কৰিছ; আহ, চাওঁ কোনে সাহস কৰি মোৰ অস্ত্ৰৰ সন্মুখলৈ আহ! যিজনৰ পক্ষে ইহজগৎ ভাৰ হৈছে, যি হতভাগ্য নিজ মাতাক অকাল পুত্ৰশোকত কন্দুৱাবলৈ ইচ্ছা কৰিছে, যৌবনত কুলস্ত্ৰীৰ বৈধব্য কামনা যিজনৰ অন্তৰত উদয় হৈছে, সোনকালে আহ! পলম কৰিছ কিয়।"

এজিদ পক্ষীয় সৰ্ব্বশ্ৰেষ্ঠ যোদ্ধা আবদুল ৰহমান, হোচেনৰ লগত যুদ্ধ কৰিবলৈ তেওঁৰ মনৰ স্পৃহা। অশ্বপৃষ্ঠত আৰোহণ কৰি সেই আবদুৰ ৰহমানে অসি চালনা কৰি হোচেনক সন্মুখীন হৈ কবলৈ ধৰিলে, "হোচেন তুমি আজি শোকে তাপে মহাকাতৰ; বোধ হয়, আজি দহদিনে তোমাৰ পেটত অন্ন পৰা নাই. তৃষ্ণাত অণ্ঠকণ্ঠ শুকাই গৈছে; এই কেইদিন কেনেকৈ যে জীয়াই আছা কব নোৱাৰো। পুনৰ এই কষ্ট ভোগ কৰিব নালাগে. শীঘ্ৰেই তোমাৰ মনৰ দুখ নিবাৰণ কৰিছোঁ। যিমান জোৰেৰে পাৰা তুমিয়ে আগতে আঘাত কৰা।

হোচেনে ক'লে, 'ইমান কথা কোৱাৰ প্ৰয়োজন নাই। আমাৰ



বংশত নাইবা জাতিৰ ভিতৰত আগতে অস্ত্ৰ নিক্ষেপৰ ৰীতি থকাহেঁতেন তুমি ইমান কথা কোৱাৰ সময় নাপালাহেঁতেন। হাৰামজাদা! বেঈমান! কাফেৰ! যি অস্ত্ৰ হয় আগতে নিক্ষেপ কৰ। সমৰক্ষেত্ৰলৈ আহি বাকবিতণ্ডাৰ প্ৰয়োজন জানো আছে? অস্ত্ৰই বল—পৰীক্ষাৰ প্ৰধান উপকৰণ। কিয় পলম কৰিছ? যি কোনো অস্ত্ৰ হওঁক, এবাৰ নিক্ষেপ কৰিলেই তোৰ যুদ্ধৰ হেপাহ পলুৱাই দিছোঁ। বিলম্ব তোৰ কাৰণে মঙ্গল, কিন্তু মোৰ পক্ষে অসহ্য।

হোচেনৰ মস্তক লক্ষ্য কৰি তৰোৱাল উত্তোলন কৰি ক'লে, "তোমাৰ মস্তকৰ মূল্য লাখ টকা" কৈয়ে আবদুৰ ৰহমানে তৰোৱালেৰে আঘাত কৰিলে। হোচেনৰ বৰ্ম্মত লাগি আবদুৰ ৰহমানৰ তৰোৱাল সংলগ্ন হৈ অগ্নি স্ফুলিঙ্গ বহিৰ্গত হ'ল। ৰহমান লজ্জিত হৈ পলায়নৰ উপক্ৰম কৰিবলৈ উদ্যত হোৱাত হোচেনে কলে, "আগতে সহ্য কৰ, শেষত পলায়ন কৰিবি।" কথা কৈয়ে একে আঘাতত অশ্বৰ সৈতে ৰহমানৰ দেহ তেওঁ দ্বিখণ্ডিত কৰি পেলালে। এই ঘটনা দেখি এজিদৰ সৈন্যসকল ভয়তে কঁপিব ধৰিলে। কোনোৱে হোচেনৰ সন্মুখীন হবলৈ সাহস নকৰিলে। সিহঁতৰ মাজত কথা হ'ল, "যদি হোচেনে আজি এই সময়ত তৃষ্ণা নিবাৰণ কৰিবলৈ বিন্দুমাত্ৰও পানী পাই, তেনেহলে আমাৰ এজনেও তেওঁৰ হাতৰ পৰা ৰক্ষা নাপায়। যিমানে যুদ্ধ নহওঁক কিয় বিশেষ সতৰ্ক হৈ দ্বিগুণ সৈন্যৰ দ্বাৰা ফোৰাতকূল আগুৰি ৰখা কৰ্ত্তব্য। যি মহাবীৰে একে আঘাতত মহাবীৰ আবদুল ৰহমানক নিপাত কৰিলে, তেওঁৰ সন্মুখলৈ কোন যাব? আমি ৰহমানৰ গৌৰবতেই গৌৰব কৰিছিলো, তেওঁৰেই যেতিয়া এই দশা হ'ল, আমিতো তেওঁৰ হোচেনৰ অশ্বপদাঘাততেই মৰিম।" সকলোৱে এক মত হৈ দ্বিগুণ সৈন্যৰ দ্বাৰা ফোৰাতকূল বন্ধ কৰিলে।

হোচেন বহুসময় সমৰপ্ৰাঙ্গণত অপেক্ষা কৰি, কোনোৱে আগবাঢ়ি নহাত তেওঁ শত্ৰু শিবিৰাভিমুখে অশ্বচালনা কৰিলে। তদৰ্শনতেই বহুতৰে প্ৰাণ উৰি গ'ল। কোনোবা অশ্ব-পদাঘাতত

নৰকলৈ গমন কৰিলে, কোনোবাই বা সাহস কৰি হোচেনৰ সন্মুখত সশস্ত্ৰ হৈ সন্মুখীন হ'ল। কিন্তু তেওঁলোকৰ অস্ত্ৰ হাততেই ৰৈ গ'ল, মস্তক দেহৰ পৰা বিচ্ছিন্ন হৈ দূৰৈত চিটিকি পৰিল।

মহাবীৰ হোচেনে বিধৰ্ম্মীসকলক য'তে পালে তাতেই মাৰিব ধৰিলে। শিবিৰস্থ অবশিষ্ট সৈন্যবোৰ প্ৰাণৰ ভয়ত যি ফালে পাৰে সেইফালে দৌৰি পলাব ধৰিলে। যিসকল সন্মুখত পৰিল এজনৰো প্ৰাণৰক্ষা নহল। কিছুমান সৈন্য কাৰবালাৰ ওচৰৰ বিজন বনত পলাই গৈ প্ৰাণৰক্ষা কৰিলে। ওমৰ, চীমাৰ, আবদুল্লাহ জেয়াদ প্ৰভৃতি সকলো হোচেনৰ ভয়ত বনত গৈ লুকাই প্ৰাণৰক্ষা কৰিলে।

শত্ৰুপক্ষৰ শিবিৰস্থ সৈন্য একেবাৰে নিঃশেষ কৰি ফোৰাত কূললৈ আগবাঢ়িল। ফোৰাত ৰক্ষীসকল হঠাতে পলাই নগল; কিন্তু অতি ক'ম সময়ৰ ভিতৰতে হোচেনৰ তৰোৱালৰ আগত তিষ্ঠিব নোৱাৰি কোনোবাই পানীত জাপ দিলে আৰু কোনোবা জঙ্গললৈ পলাই গ'ল। যি এজিদৰ সৈন্য কোলাহলত কাৰবালা প্ৰান্তৰ মুখৰিত হৈ পৰিছিল, এতিয়া হোচেনৰ তৰোৱালৰ আঘাতত সেই কাৰবালা একেবাৰে জনশূণ্য নীৰৱ হৈ পৰিল। মাত্ৰ ইফালে সিফালে মৃতদেহ সিচৰিত হৈ পৰি আছে। হোচেন তৃষ্ণাত অস্থিৰ হৈ পৰিল। ইমান সময়ে শত্ৰু বিনাশত বাহিৰে তেওঁ একোকে ভবা নাছিল। এতিয়া শত্ৰু শেষ হোৱাত, তৃষ্ণাও অসহ্য হৈ উঠিল। লগে লগে ফোৰাত নদীলৈ গৈ ঘোঁৰাৰ পৰা নামি পানীত নামিলে। আঁজলি পূৰ্ণ পানী তুলি মুখত দিব, এনে সময়তে তেওঁৰ সকলো কথা মনত পৰিল। আত্মীয় বন্ধুৰ কথা মনত পৰিল, কাছেমৰ কথা মনত পৰিল। আলী আকবৰ প্ৰভৃতিৰ কথা মনত পৰিল, তৃষ্ণাত কাতৰ দুগ্ধপোষ্য শিশুৰ কথা মনত পৰিল। "এক বিন্দু পানী কাৰণে তেওঁলোকে কিমান লালায়িত হৈছিল, কাতৰ হৈ পৰিছিল, কিমান কষ্টভোগ কৰিছিল। এই পানীৰ কাৰণেই মোৰ পৰিয়ালৰ কিমান-জন পুত্ৰহাৰা, পতিহাৰা, ভ্ৰাতৃহাৰা হৈ মৰিছিল, মই এতিয়া শত্ৰুৰ হাতৰ পৰা ফোৰাতকূল উদ্ধাৰ কৰি অকলেই সেই পানী কৰিম!—নিজৰ প্ৰাণক তৃপ্তি দিম!—মোৰ নিজৰ প্ৰাণৰ মায়া জানো ইমান প্ৰিয় হ'ল?—এই পানীৰ কাৰণে আলী আকবৰ মোৰ নিজৰ জিহ্বা পৰ্য্যন্ত চুহিছিল। একমাত্ৰ পানী থকাহেঁতেন মোৰ বংশ উজ্জ্বলমণি, মহাবীৰ কাছেম আজি শত্ৰুৰ হাতত প্ৰাণ নেহেৰুৱালেহেঁতেন। এতিয়া যিসকল জীৱিত আছে, তেওঁলোকেতো শোকে তাপে কাতৰ হৈ তৃষ্ণাত কাতৰ হৈ পৰিছে-এই পানী মই কেতিয়াও পান নকৰো,-এই জীৱনত পুনৰ পান নকৰো।"—এইবোৰ কথা চিন্তা কৰি আঁজলি ভৰাই লোৱা পানী পুনৰ পানীত পেলাই দি নদীৰ তীৰলৈ উঠি আহিল। কি ভাবিলে, তেওঁৱে জানে। এবাৰ আকাশলৈ লক্ষ্য কৰি পবিত্ৰ শিৰস্ত্ৰাণ শিৰৰ পৰা খুলি দূৰলৈ নিক্ষেপ কৰিলে; দুই এপদ অগ্ৰসৰ হৈ কোমৰৰ পৰা কোমৰ বন্ধ খুলি পেলাই দিলে, সেই পবিত্ৰ মোজা ভৰিৰ পৰা খুলি পেলালে। ভ্ৰাতৃলোক, পুত্ৰলোক, সকলো শোক একেলগে আহি যেন তেওঁক দগ্ধ কৰিবলৈ ধৰিলে। কিবা ভাবি, পৰিহিত পায়জামা মাত্ৰ অঙ্গত ৰাখি আন বাকী সমুদয় বসন খুলি পেলালে। অস্ত্ৰশস্ত্ৰ দূৰলৈ নিক্ষেপ কৰি তেওঁ ফোৰাত নদীৰ ফালে চাই থাকিল। হোচেনৰ অশ্বই প্ৰভুৰ হস্ত, পদ আৰু মস্তক শূণ্য দেখি যেন মহাকষ্টৰে দুই চকুৰ পৰা অনবৰত বাষ্পজল নিৰ্গত কৰিব ধৰিলে। আব্দুল্লাহ জেয়াদ, ওমৰ, চীমাৰ আৰু কেই-জনমান সৈনিক যিসকল জঙ্গলত লুকাই আছিল। তেওঁলোকে দূৰৰ পৰা দেখিলে যে, এমাম হোচেনে পানীত নামিও পানী নেখালে। পিছত তীৰত উঠি সমুদায় অস্ত্ৰ-শস্ত্ৰ, অঙ্গৰ বসন পৰ্য্যন্ত পেলাই দি কিবা ভাবি থিয় হৈ আছে। এতদ্দৰ্শনে কেইজনমানে হোচেনক আগুৰি ধৰিলে। হোচেন স্থিৰভাবে ৰৈ আছে, মুখত কোনো কথা নাই। মনত কোনো প্ৰকাৰৰ শঙ্কা নাই। অন্যমনস্ক ভাবে তেওঁ কি ভাবিছিল, সেয়া ঈশ্বৰহে জানে। তেওঁ ফোৰাতকূলৰ পৰা লাহে লাহে অৰণ্যাভিমুখে যাবলৈ ধৰিলে। দূৰৈত থাকি শত্ৰু সৈন্য লগে লগে যাবলৈ ধৰিলে। দূৰৈৰ পৰা জেয়াদে এবাৰ তেওঁ বিষাক্ত কাঁড় হোচেনলৈ নিক্ষেপ কৰিলে। তেওঁ ভাবিছিল এপাত

কাঁড়ে হোচেনক বিদ্ধ কৰিব ; কিন্তু ঘটনাক্ৰমে সেই কাঁড় হোচেনৰ গাত নালাগি কাষেৰে পাৰ হৈ গ'ল। শব্দ হ'ল, সেই শব্দতো হোচেনৰ ধ্যানভঙ্গ নহ'ল। তাৰ পিচত ক্ৰমাগত কাঁড় নিক্ষেপ হবলৈ ধৰিলে, কিন্তু এমামৰ গাত এপাতো কাঁড় নালাগিল। চীমাৰ শৰ মৰাত পাৰদৰ্শী নাছিল বুলিয়েই খঞ্জৰ হাতত লৈ লগত গৈ আছিল। ইমান কাঁড় নিক্ষেপ কৰিছে অথচ হোচেনৰ অঙ্গত লগা নাই, কি আচৰিত! চীমাৰে এয়া ভাবি জেয়াদৰ হাতৰ পৰা তীৰধনু লৈ হোচেনৰ পৃষ্ঠদেশ লক্ষ্য কৰি এপাত কাঁড় মাৰি পঠিয়ালে। কাঁড় হোচেনৰ পৃষ্ঠত লাগি গ্ৰীবাদেশৰ মাজেৰে ভেদ কৰি গ'ল। সেই কালে হোচেনৰ ভ্ৰূক্ষেপ নাই। তেওঁ এনেকুৱা গভীৰ চিন্তাত নিমগ্ন যে শৰীৰৰ বেদনা পৰ্য্যন্ত গম নাপালে। এবাৰ অন্যমনস্ক ভাবে বক্ষস্থানত হাত দি পানীৰ নিচিনা কিবা বোধ হল—তেওঁ দৃষ্টিপাত কৰি দেখিলে ঃ পানী নহয়, গ্ৰীবাদেশৰ তেজ। ৰক্তদৰ্শনত হোচেন চমকি উঠিল। ভয়শূন্য মনত ভয়ৰ সঞ্চাৰ হ'ল। চাৰিওফালে লক্ষ্য কৰাত চকুত পৰিল তেওঁক আগুৰি আবতুল্লাহ জেয়াদ, ওমৰ, চীমাৰ আৰু কেইজনমান সেনা লগে লগে আহি আছে। সকলোৰে হাতত তীৰধনু। তেওঁ চমকি উঠিল!—যি সমুদয় বসনৰ মাহাত্ম্যত তেওঁ নিৰ্ভয়হৃদয়ৰে আছিল—সেইবোৰ এতিয়া পৰিত্যাগ কৰিছে, তৰো-ৱাল, তীৰ, মোজা, বল্লম, বৰ্ম্ম, খঞ্জৰ একোৰেই তেওঁৰ লগত নাই, হাত দুখনে মাত্ৰ সম্বল। তথাপিও অন্যমনস্ক ভাবে তেওঁ গৈ থাকিল।

কিছু দূৰ গৈ হোচেনে আকাশলৈ দুই তিনিবাৰ চাই মাটিত বাগৰি পৰিল। বিষাক্ত তীৰৰ জ্বালা, তৃষ্ণাৰ জ্বালা, শোকতাপ, বিয়োগ দুখ – নানা প্ৰকাৰ জ্বালাত তেওঁ অধীৰ হৈ পৰিল। জেয়াদ, ওমৰহঁতে ভাবিলে হোচেনৰ মৃত্যু হৈছে—কিছু সময় পিচত হোচে-নৰ হস্তপদ সঞ্চালনৰ ক্ৰিয়া দেখি তেওঁৰ যে মৃত্যু হৈছে – সেয়া লক্ষ্য কৰিলে। তেওঁলোকে মৃত্যু নিকতবৰ্ত্তী জ্ঞান কৰি অলপ আতৰত দণ্ডায়মান হৈ ৰ'ল—হোচেন মাটিত পৰি আছে। চীমাৰৰ



সামান্য আঘাতত মহাবীৰৰ প্ৰাণ বিয়োগ অসম্ভৱ ভাবি কোনোৱে হোচেনৰ ওচৰলৈ যাবলৈ সাহস নকৰিলে। কোনো কোনোৱে অনুমান কৰিছে—নিশ্চয় মৃত্যু। মুখেৰেও কৈছে, হোচেন আৰু নাই! ব'লা, হোচেনৰ মস্তক কাটি আনোগৈ।' কিন্তু কোনোৱে আগবাঢ়ি যোৱাৰ সাহস কৰা নাই। হোচেনৰ মৃত্যু সংবাদ এজিদক দিলেও লাভ নাই। এজিদে সেই সংবাদ বিশ্বাস কৰি পুৰস্কাৰ দান নকৰে! "মস্তক লাগে।"—ভাবি ভাবি চীমাৰে ক'লে, 'জেয়াদ! তুমিতো খুব সাহসী ; তুমিয়ে মৃত হোচেনৰ মূৰ কাটি আনা।"

জেয়াদে ক'লে, "হোচেনৰ মূৰ কাটোতো মোৰ হস্ত স্থিৰ হৈ নাথাকে, তাৰোপৰি সাহস নাই। মই নোৱাৰিম। যদি দুৰ্বলতা বশতঃ হোচেন ধৰাশায়ী হৈ থাকে, নাইবা কোনো অভিসন্ধি কৰি মাটিত পৰি আছে, মোক ওচৰত পালে, কোৱাছোন মোৰ কেনে দশা হব? যিজনৰ ভয়ত পলাই প্ৰাণৰক্ষা কৰিছোঁ, ইচ্ছা কৰি তেওঁৰ হাতত পৰিম? মই কেতিয়াও নাযাও। মূৰ কাটি অনা দূৰৈৰ কথা, ওচৰলৈকেই নাযাওঁ।"

অলীদক সম্বোধন কৰি চীমাৰে ক'লে, "ভাই অলীদ! তোমাৰ অভিপ্ৰায় কি? তুমি হোচেনৰ মূৰ কাটি আনিব পাৰিবাজানো?"

অলীদে উত্তৰ দিলে, "মই হোচেনৰ বিৰুদ্ধে যি কৰিছোঁ, সেয়াই যথেষ্ট। এজিদৰ বেতনভোগী হৈ আজি কাৰবালা প্ৰান্তৰত মই যি কৰিলো, জগৎ বিলয় নোহোৱা পৰ্য্যন্ত সেই কীৰ্ত্তি থাকিব। ইয়াৰ পৰিণাম কি হব,—ভবিতব্যত কি আছে, সেয়া কোনে জানে? ভাই! মোক মাৰ্জনা কৰা, মই নোৱাৰিম।—হোচেনৰ মূৰো নাকাটো লাখ টকাও মোক নালাগে। যি জনৰ হৃদয়ত তেজমণ্ডহৰ লেশ মাত্ৰও নাই, লাখ টকাৰ লোভত তেওঁৱেই এই কাৰ্য্য কৰক।"

সদৰ্পৰে চীমাৰে ক'লে, "দেখিলো তোমালোকৰ বীৰত্ব—দেখিলো তোমালোকৰ সাহস বুজিলো তোমালোকৰ ক্ষমতা! এই চোৱা মই এই মাত্ৰ হোচেনৰ মূৰ কাটি আনিম।"—চীমাৰে খঞ্জৰ হাতত লৈ একে জাপে হোচেনৰ বুকুৰ ওপৰত বহিলগৈ।

যি চীমাৰৰ নামত শৰীৰ শিহঁৰি উঠিছিল, যি চীমাৰৰ নামত হৃদয় কঁপিছিল, পাঠক ! এই সেই চীমাৰ ! খঞ্জৰ হাতত লৈ চীমাৰে হোচেনৰ বুকুৰ ওপৰত বহি ডিঙি কটাৰ উদ্যত হ'ল !!

হোচেন জীয়াই আছিল, উঠি বহাৰ শক্তি নাছিল। অন্যমনস্ক ভাবে কিবা চিন্তাত অভিভূত হৈ আছিল। চকু মেলি বুকুৰ ওপৰত খঞ্জৰ হস্তৰে চীমাৰক দেখি "ক'লে, "তুমি ঈশ্বৰৰ সৃষ্ট জীৱ— তুমি মোৰ বুকুৰ ওপৰত কিয় ? নূৰনবী মোহম্মদৰ মতাবলম্বী হৈ এমাম হোচেনৰ বুকুৰ ওপৰত ভৰি কিয় ৰাখিলা ? তোমাৰ জানো পৰকাল বুলি একো নাই ? এনেকুৱা গুৰুতৰ পাপৰ কাৰণে তুমি জানো অলপো ভয় কৰা নাই ?

চীমাৰে ক'লে, "মই কাকো ভয় নকৰো !— মই পৰকাল নামানো ; নূৰনবী মোহম্মদ কোন ? মই তেওঁক চিনি নাপাওঁ। তোমাৰ বুকুৰ ওপৰত বহিছোঁ বুলি পাপৰ ভয় দেখুৱাইছা, সেই ভয় মোৰ নাই। কাৰণ, মই এতিয়া এই খঞ্জৰেৰে তোমাৰ মূৰ কাটি লম। যিজনৰ মূৰ কাটিলৈ লাখ টকা পুৰস্কাৰ পাম, তেওঁৰ বুকুৰ ওপৰত বহোতে মোৰ পাপ কি হব ? চীমাৰে পাপলৈ ভয় নকৰে।

"চীমাৰ ! মই এতিয়া মৰিম। বিষাক্ত তীৰৰ আঘাতত মই অস্থিৰ হৈ পৰিছোঁ। বুকুৰ ওপৰৰ পৰা নামি যোৱা মই উশাহ লওঁ। অলপ সময় ৰোৱা ! অলপ সময়ৰ কাৰণে মোক কিয় কষ্ট দিছা ? মোৰ প্ৰাণ ওলাই যোৱাৰ পিছত মোৰ মূৰ কাটি লবা। মোৰ দেহ যিমান ইচ্ছা সিমান খণ্ড খণ্ড কৈ কাটিব পাৰিবা ! এবাৰ উশাহ পেলাবলৈ দিয়া ! আজি নিশ্চয়ই মোৰ মৃত্যু হব। এই কাৰবালা প্ৰান্তৰত হোচেনৰ জীৱনৰ শেষ কাৰ্য্য সমাপ্ত। "ভাই চীমাৰ ! তুমি নিশ্চয় মোৰ মূৰ কাটিব পাৰিবা। মই আশীৰ্ব্বাদ কৰিছোঁ, এই কাৰ্য্য কৰি তুমি জগতত বিখ্যাত হব পাৰিবা। অলপ সময় অপেক্ষা কৰা।"

চীমাৰে সুতীক্ষ্ণ খঞ্জৰ সজোৰে হোচেনৰ ডিঙিত বহুৱাই দিলে, কিন্তু এডাল চুলিৰ পৰিমাণো স্থান কাটিব নোৱাৰিলে। তেওঁ বাৰে



বাৰে খঞ্জৰৰ প্ৰতি দৃষ্টিপাত কৰি, হস্তৰ দ্বাৰা খঞ্জৰৰ ধাৰ পৰীক্ষা কৰি চাই পুনৰায় জোৰেৰে তেওঁ খঞ্জৰ ব্যৱহাৰ কৰিলে। একোতেই একো নহল। তিলমাত্ৰও চৰ্ম্ম নাকাটিলে। চীমাৰ অপ্ৰস্তুত হ'ল।

হোচেনে ক'লে, "চীমাৰ ! কিয় বাৰে বাৰে এই সময়ত মোক কষ্ট দিছা ? সোনকালে মূৰ কাটি পেলোৱা। মোৰ সহ্য হোৱা নাই। অনৰ্থক মোক কষ্ট দি তোমাৰ কি লাভ হৈছে ? বন্ধুৰ কাম কৰা !— সোনকালে মোৰ মূৰ কাটি পেলোৱা।"

"মইতো কাটিছোঁ, সাধ্যানুসাৰে চেষ্টাও কৰিছোঁ। খঞ্জৰে নাকাটিলে মই কি কৰিম ? এনেকুৱা সুতীক্ষ্ণ খঞ্জৰে তোমাৰ ডিঙি নাকাটিলে, মোৰ অপৰাধ ক'ত—মই কি কৰিম ?"

হোচেনে ক'লে, "চীমাৰ ! তোমাৰ বক্ষৰ বসন খোলাছোন ?"

"কিয় ?"

"কাৰণ আছে। তোমাৰ বক্ষ দেখিলেই গম পাম যে, তুমি মোৰ 'কাতেল' (হন্তা) হয় নে নহয় ?"

"তাৰ অৰ্থ কি ?"

"অৰ্থ আছে। অৰ্থ নথকাহেঁতেন বৃথাই তোমাক অনুৰোধ কি কাৰণে কৰিম ?—তোমালোক সকলোৰে জানা, হোচেনে কেতিয়াও এনেয়ে বাক্যব্যয় নকৰে। মাতামহে মোক কৈ গৈছিল : তেজ-মঙহৰে গঠিত হলেও যি বক্ষ লোমশূন্য তেওঁৰ হাততেই তোমাৰ নিশ্চয় মৃত্যু। মাতামহৰ বাক্য অলঙ্ঘনীয়। চীমাৰ ! বক্ষৰ বস্ত্ৰ খোলা।—মই চাওঁ, যদি সেয়া নহয় তুমি মিছাকৈয়ে চেষ্টা কৰিবা কিয় ? তোমাৰ জীৱনকাল পৰ্য্যন্ত মোক এনেভাবে যন্ত্ৰণা দি সহস্ৰ চেষ্টা কৰিলেও মোৰ দেহৰ পৰা মস্তক বিচ্ছিন্ন কৰিব নোৱাৰা।"

চীমাৰে বক্ষৰ বসন উন্মোচন কৰি হোচেনক দেখুৱালে ; নিজেও চালে। হোচেনে চীমাৰৰ বক্ষৰ প্ৰতি দৃষ্টিপাত কৰি দুই হস্তৰে দুই চক্ষু আবৰণ কৰিলে। পুনৰ চীমাৰে সোজোৰে হোচেনৰ ডিঙিত খঞ্জৰ বহুৱাই দিলে, কিন্তু এইবাৰো কটা নগল। হোচেনে চীমাৰক

ক'লে, "চীমাৰ ! মোৰ আৰু এটি কথা মনত পৰিছে, বোধহয় সেই কাৰণে খঞ্জৰে কাটিব পৰা নাই, তোমাৰ পৰিশ্ৰম বৃথা আৰু মইও কষ্ট পাইছোঁ। চীমাৰ ! জীবিতাৱস্থাত মাতামহে বহু সময়ত স্নেহ কৰি মোৰ ডিঙিত চুম্বন কৰিছিল। সেই পবিত্ৰ ওষ্ঠৰ চুম্বনৰ মাহাত্ম্যৰ কাৰণে তীক্ষ্ণধাৰ অস্ত্ৰ ব্যৰ্থ হৈছে। মোৰ মূৰ কাটিবলৈ তোমাক বাৰণ কৰা নাই ; মোৰ এই প্ৰাৰ্থনা যে, মোৰ কণ্ঠৰ পশ্চাদভাগন্ত, য'ত তীৰৰ আঘাতত শোণিত প্ৰবাহিত হৈছিল, সেই ঠাইতে খঞ্জৰ বহুৱাই দিয়া, লগে লগে দেহৰ পৰা মস্তক বিচ্ছিন্ন হব।"

চীমাৰে এইবাৰ বক্ষৰ পৰিবৰ্তে তেওঁৰ পৃষ্ঠোপৰি উঠি বহিল। এমামৰ দুইখন হস্ত দুই ফালে পৰি গ'ল—তেওঁ কবলৈ ধৰিলে, "জগতে চাওঁক, মই কেনে অৱস্থাত যাব লগা হ'ল। নূৰনবী মোহম্মদৰ দৌহিত্ৰ,—মদিনাৰ ৰজা,—মহাবীৰ আলীৰ পুত্ৰ হৈও শূন্যহস্তৰে চীমাৰৰ অস্ত্ৰআঘাতত কেনে ভাবে মই ইহসংসাৰৰ পৰা বিদায় লব লগা হ'ল।"

যেতিয়াই চীমাৰেৰ খঞ্জৰে তীৰবিদ্ধ স্থানত স্পৰ্শ কৰিলে লগে লগে হোচেনৰ শিৰ দেহৰ পৰা বিচ্ছিন্ন হৈ গ'ল। স্বৰ্গ, মৰ্ত্ত্য, পাতাল, অৰণ্য, সাগৰ, পৰ্ব্বত, বায়ু ভেদ কৰি চাৰিওফালৰ পৰা হাহাঁকাৰ শব্দ হবলৈ ধৰিলে, "হায় হোচেন, ! হায় হোচেন !! হায় হোচেন !!!"

চীমাৰে ভয়ত কঁপি কঁৰি হোচেনৰ শিৰ লৈ প্ৰস্থান কৰিলে। তেজেৰে ৰাঙলী খঞ্জৰ এমামৰ দেহৰ ওচৰত পৰি ৰ'ল।

ঃ মহৰম পৰ্ব্ব সমাপ্ত ঃ